# বৌদ্ধ দৰ্শনৰ চমু পৰিচয়

আইম্যাখেং গোহাঁই




অসম সাহিত্য সভা

'BUDDHA DARSHANAR SOMU PARISOI' : A book on Gautama Budha, written by Aimakhan Gohain and Published by Shree Satish Chandra Choudhury, General Secretary, Asam Sahitya Sabha, Chandra Kanta Handique Bhawan, Jorhat.

Price Rs. 25.00 Only.

**First Publication**
February 1996

প্ৰকাশকঃ
শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ৭৮৫০০১

**প্ৰথম প্ৰকাশ**
ফেব্ৰুৱাৰী, ১৯৯৬

মুদ্ৰক
**পেৰাগন অফছেট**
গুৱাহাটী - ১

**মূল্য ঃ পঁচিশ টকা**

## পাতনি

দুবছৰ মানৰ আগতে শ্ৰীলম্বোদৰ বৰগোঁহাইদেৱে মোক কৈছিল যে সাধাৰন পাঠকে সহজে বুজিব পৰাকৈ বৌদ্ধ ধৰ্মৰ দৰ্শনৰ বিষয়ে চমুকৈ এখন সৰু পুথিৰ দৰকাৰ হৈছে। সেই পুছিখনিৰ আকাৰ এশপৃষ্ঠাতকৈ বেচি হব নালাগে। তাৰ প্ৰকাশৰ বাবে তেওঁ বন্দবস্ত কৰিব। মই কৈছিলোঁ যে যদিও মই সদৌ অসম বৌদ্ধ সমিতি (মহাসভা) অনুষ্ঠানৰ সৈতে জড়িত্‌ তথাপি বৌদ্ধ ধৰ্মৰ ধৰ্মপুথি লিখাত মোৰ অভিজ্ঞতা নাই আৰু তাতে এনে এখন সৰু পুথিৰ আকাৰত দিব পৰাটো এটা কঠিন কাম হব।

তাৰ কিছুদিনৰ পাচতেই "বৌদ্ধ দৰ্শনৰ চমু পৰিচয়" নামৰ পুথিখনি লিখি দিবলৈ অসম সাহিত্য সভাৰ তেতিয়াৰ প্ৰধান সম্পাদক দেৱৰ পৰা এখন চিঠি পাওঁ। কথাৰ গুৰুত্ব বুজি সেই অনুৰোধ এবাব নোৱাৰি প্ৰাৰম্ভিক কাম শেষ কৰি শ্ৰীবৰগোঁহাই দেৱক দেখুৱালোঁ। তেখেতে পুথিখনিৰ চপাকামৰ বাবে ন্যাস কমিটিৰ কোষাধ্যক্ষ শ্ৰীপ্ৰফুল্ল চন্দ্ৰ ভট্টাচাৰ্য্য দেৱক দেখুৱাবলৈ কলে। তাৰ সাতদিনৰ পাচতেই ২৪ ডিচেম্বৰ '৯৩ তাৰিখৰ দিনা শ্ৰীলম্বোদৰ গোঁহাইদেৱৰ দেহান্ত হয়।

ধৰ্মৰ বিষয়ে নবীন লেখক আৰু অপৈনত লেখা বাবে শ্ৰীভট্টাচাৰ্য্যদেৱে পঢ়ি চাই সামান্য শুধৰণিৰ পৰাপৰ্শ দিছিল। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ তেতিয়াৰ কলেজ উন্নয়ন কমিটিৰ সঞ্চালক ড০ মোহিনী কুমাৰ শইকীয়াদেৱক দেখুৱাই অনুৰোধ কৰিছিলোঁ যে তেখেতে যেন সাধাৰন পাঠকৰ দৰে পঢ়ি চায় আৰু দুৰ্বোধ্য শব্দাংশ বা বাক্যাংশ বিলাক আঙুলিয়াই দিয়ে। তাৰ পাচত ঠায়ে ঠায়ে বহুল ব্যাখ্যাৰে অন্তিম লেখনিখন শ্ৰীভট্টাচাৰ্য্যদেৱক অৰ্পন কৰোঁ। তাৰ পাচতো চলাপথাৰ পালি বিদ্যালয়ৰ অধ্যক্ষ আচাৰ্য্য শ্ৰীমৎ শাসনবংশ মহাথেৰ, ত্ৰিপিটক বিশাৰদ (গোল্ড মেডেলিষ্ট) দেৱে বৌদ্ধ ধৰ্ম্মৰ দৰ্শনৰ বিষয়ে আৰু ড০ মোহিনীকুমাৰ শইকীয়াদেৱে ভাষাৰ সম্বন্ধে পুথিখনি পুনৰক্ষণ কৰি দিয়ে।

বৌদ্ধধৰ্ম্ম হ'ল এক সাৰ্বজনীন ধৰ্ম্ম। ইয়াক পালন কৰোঁতা ব্যক্তিৰ সম্যক দৃষ্টি জ্ঞান ওপৰতহে নিৰ্ভৰ কৰে; কোনো ঈশ্বৰৰ ওপৰত ভৰষা নকৰে। বৌদ্ধধৰ্ম্মৰ মূল দৰ্শন "অভিধৰ্ম্মাৰ্থ সংগ্ৰহ"ত তাকেই বিশ্লেষণ কৰি দেখুৱাইছে। এই পুথিখনতো তাকেই থূলমূল ভাৱে বৰ্ণনা কৰা হৈছে। এই অভিধৰ্ম্মৰ মতৰ সৈতে অন্য কোনো এক ধৰ্ম্মৰ মতামতৰ কথা সেই ধৰ্ম্মৰ ধৰ্ম্মপুথিৰ মূলমন্তৰ দৃষ্টিকোনৰ পৰাই চোৱা হয়। তাকে সৰলভাৱে কিমানদূৰ বোধগম্য কৰি তুলিব পাৰিছোঁ, তাক সুধী পাঠ মণ্ডলীয়েহে বিচাৰ কৰিব।

# বৌদ্ধ দৰ্শনৰ চমু পৰিচয়

নমো তস্স ভগবতো অৰ্হতো সম্মা সম্বুদ্ধস্স'তি

## প্ৰথম অধ্যায়
## বুদ্ধদেৱৰ চমু জীৱনী

খৃষ্টপূৰ্ব ৬২৪ চনত ভাৰতৰ উত্তৰ প্ৰান্তত হিমালয় পৰ্বতৰ নামনি অঞ্চলত শাক্য নামৰ এটা বংশৰ লোকে কপিলাবস্তু নামৰ এখন সৰু ৰাজ্য শাসন কৰিছিল। শাক্যসকল ইক্ষ্বাকু বংশীয় আছিল কাৰণে সূৰ্যবংশীয় বুলি খ্যাত। সেই সময়ত শাক্য বংশৰ অধিনায়ক আছিল ৰজা শুদ্ধোদন আৰু তেওঁৰ মহিষী আছিল ৰাণী মায়াদেৱী। শুদ্ধোদন গৌতম কুলৰ লোক আছিল। এই সৰু ৰাজ্যখন সেইকালত মহাকোশল ৰাজ্যৰ অন্তৰ্গত আছিল।

এদিন মায়াদেৱীয়ে সপোনত দেখিলে যে তেওঁক দেৱতাসকলে অনবতপ্ত (১) হ্রদৰ পাৰলৈ নিলে আৰু তাতে এটা বগা হাতীয়ে তেওঁৰ সোঁ-কুক্ষীত এপাহি বগা পদুমফুল প্ৰৱেশ কৰালে। সাৰ পাই ৰাণীয়ে ৰজাক জনালত ৰজাই গণকসকলক মতাই সপোনৰ ব্যাখ্যা কৰালে। তেওঁলোকে ক'লে যে ৰাণীৰ সগৰ্ভ হৈছে আৰু তেওঁৰ ভাৱী পুত্ৰ হ'ব এজন মহাপুৰুষ। তেওঁ বহু ৰজাৰ ওপৰত ৰাজচক্ৰৱৰ্তী হ'ব অথবা সম্যক্-সম্বুদ্ধ হ'ব।

ৰাণী-মায়াদেৱীৰ পিতৃ অঞ্জন, দেৱদহ নগৰত থকা কোলিয়াসকলৰে ৰজা আছিল। আসন্ন প্ৰসৱা মায়াদেৱীয়ে যথাসময়ত দেৱদহ নগৰৰ পিতৃৰ ঘৰলৈ যাবলৈ ইচ্ছা কৰিলে। যথাযথ ব্যৱস্থা কৰি অনেক পৰিচালিকাৰ সৈতে তেওঁ যাত্ৰা আৰম্ভ কৰিলে। যোৱাৰ পথত কপিলাবস্তু নগৰৰ লুম্বিনী উদ্যানতে এক শালগছৰ তলত বোধিসত্ত্বৰ জন্ম হ'ল। (২) কথিত আছে যে ভূমিষ্ঠ হোৱাৰ লগে লগেই বোধিসত্ত্বই সাতবাৰ খোজ চলালে আৰু প্ৰত্যেক বাৰতেই একোপাহি পদুমফুল ফুটি উঠিছিল। নৱ-জাতকৰ অভ্যৰ্থনা জনালে স্বয়ং ব্ৰহ্মা আৰু ইন্দ্ৰ দেৱতাই। মহাসমাৰোহেৰে নৱ-জাতক বোধিসত্ত্বক কপিলাবস্তুৰ ৰাজপ্ৰাসাদলৈ ঘূৰাই অনা হ'ল। ৰাজধানী মুখৰিত হ'ল। সেইদিনা আছিল বহাগী পূৰ্ণিমাৰ শুভ পবিত্ৰ তিথি।

---

(১) 'অনবতপ্ত হ্ৰদ' বৰ্তমান তিব্বত দেশৰ অন্তৰ্গত 'মানস-সৰোবৰ' হ্ৰদক বুজাইছে।

(২) 'অভিনিষ্ক্ৰমণ' সূত্ৰমতে সেই একেদিনাই ৰাজকুমাৰী যশোধৰা, সাৰথি ছন্ন (ছন্দক), শাক্যকুমাৰ কালুদায়ী, 'কন্থক' নামৰ ঘোঁৰা, গয়াৰ বোধিবৃক্ষ মগধৰাজ্যৰ ৰজা বিম্বিসাৰ, কোশল ৰাজ্যৰ ৰজা প্ৰসন্নজিত আদিৰ জন্ম হৈছিল। পাছত বুদ্ধদেৱৰ জীৱনত এই সকলোৱে নিৰন্তৰভাৱে জড়িত হৈ পৰিছিল।

সকলোৰে মনোবাঞ্ছা সিদ্ধি কৰি জন্ম হোৱাৰ কাৰণে নৱ-জাত শিশুৰ নাম থলে 'সিদ্ধাৰ্থ কুমাৰ'। গৌতম কুলত জন্ম হোৱাৰ বাবে তেওঁৰ আন এটা নাম হ'ল 'গৌতম'। আকৌ, শাক্য-বংশত জন্ম হোৱাৰ বাবে বোলা হ'ল শাক্য-সিংহ।

বোধিসত্বৰ জন্ম সংবাদ দেৱতাসকলৰ পৰা পাই হিমাচলয়ৰ পৰা দেবল অসিৎ ঋষিয়ে দেখা কৰিবলৈ লৰি আহিল। ঋষিক পাই ৰজা শুদ্ধোদন আৰু ৰাণী মায়াদেৱীয়ে আনন্দে শিশু বোধিসত্বক ঋষিৰ কোলাত তুলি দিলে। ঋষিয়েও কুমাৰৰ গাত মহাপুৰুষৰ বত্ৰিশ লক্ষণ (৩) দেখি প্ৰথমে আনন্দত হাঁহিলে আৰু তাৰ পিছ মুহূৰ্ততেই কান্দিলে। ৰজা, ৰাণী আৰু সভাসদ সকলোৱে ভয়ত ভাবিলে জানোচা মুনিয়ে শিশুৰ ভৱিষ্যৎ কিবা অমংগল দেখিছে কাৰণ সোধাত সৰৱজান মুনিয়ে জনালে যে তেওঁ কুমাৰৰ কোনো অমঙ্গল দেখা নাই। শিশুকুমাৰ পাছত শ্ৰেষ্ঠতম পুৰুষ সম্যক্-সম্বুদ্ধ হ'ব; বহুজনৰ হিতৰ কাৰণে ধৰ্মচক্ৰ প্ৰৱৰ্তন কৰি। সেইকাৰণে তেওঁ আনন্দত হাঁহিছে। কিন্তু সেই ধৰ্মচক্ৰ প্ৰৱৰ্তনৰ সময়ত তেওঁ নিজে জীয়াই থাকি সেই ধৰ্ম শুনাৰ পূৰ্ণ ৰূপ দেখাৰ সুযোগ নাপাব; তেওঁৰ মৃত্যু হ'ব। সেইকাৰণে তেওঁ মনত দুখ পাই কান্দিছে (৪)।

সিদ্ধাৰ্থ কুমাৰৰ জন্মৰ সাত দিনৰ পাছতেই মাক মায়াদেৱীৰ মৃত্যু হয় (৫)। কুমাৰৰ লালন-পালনৰ ভাৰ তেওঁৰ মাহীমাক মাতৃ গৌতমীৰ ওপৰত পৰিল। মাহীমাক গৌতমীৰ স্নেহ আৰু যত্নত কুমাৰ গৌতম ডাঙৰ দীঘল হ'ল।

ৰজা শুদ্ধোদনে কুমাৰৰ শিক্ষাৰ কাৰণে খ্যাতনামা গুৰু বিশ্বামিত্ৰক নিযুক্ত কৰিলে। তেতিয়াৰ দিনৰ ক্ষত্ৰিয় সন্তানসকলৰ যিমানখিনি আৱশ্যকীয় শিক্ষণীয় বিষয় আছিল, তাক সিদ্ধাৰ্থ কুমাৰে অলপ সময়ৰ ভিতৰতেই আয়ত্ত কৰিলে। শিল্প, বিজ্ঞান, অশ্বাৰোহন, ৰথ-চালনা, ধনুৰ্বিদ্যা আদি সকলো বিষয়তে অদ্বিতীয় হৈ উঠিল। পাৰদৰ্শিতাত তেওঁ সকলোকে চেৰ পেলালে।

কিন্তু সিদ্ধাৰ্থ কুমাৰ আছিল ভাবুক, দয়াল আৰু সহানুভূতিশীল। এদিন ৰজা শুদ্ধোদনৰ হালকৰ্ষণ উৎসৱত যোগ দি হালবোৱা মাটিত ওলোৱা অসংখ্য পোক-পৰুৱাক চৰায়ে খোৱা কুমাৰে দেখিলে। সিদ্ধাৰ্থ কুমাৰ চিন্তা আত্মবিস্মৃত হ'ল। অতুল ঐশ্বৰ্য্যৰ মাজত থাকিও তেওঁ নিৰ্জন ঠাইত চিন্তামগ্ন হৈ বহিহে ভাল পাইছিল।

---

(৩) 'দীঘনিকায়'ত বত্ৰিশ লক্ষণৰ কথা 'মহাপদান সূত্ৰান্ত' (১৪) আৰু 'লক্ষণ-সূত্ৰান্ত'ত (৩০) বৰ্ণিত আছে।

(৪) 'সূত্ৰ নিপাত'ত 'নালক-সূত্ৰ' (৩৭)। নালক আছিল ঋষি অসিতৰ ভাগিনীয়েক আৰু কাত্যগোত্ৰৰ। তিব্বতীয় সূত্ৰমতে পাছত নালকে বুদ্ধদেৱৰ ওচৰত ভিক্ষুত্ব গ্ৰহণ কৰি 'মহা-কাত্যায়ণ' নামেৰে খ্যাত হয়।

(৫) ভদন্ত আনন্দৰ প্ৰশ্নত বুদ্ধদেৱে কৈছিল যে বোধিসত্বসকলৰ মাক সাতদিনৰ পাছতেই মৃত্যু হয় আৰু 'তুষিত' স্বৰ্গত উৎপন্ন হয়। (উদান, সোণাবৰ্গ, অপ্ৰয়োগ সূত্ৰ)। 'ললিত বিস্তাৰ', 'অভিনিষ্ক্ৰমণ সূত্ৰতো এই বিষয়ে উল্লেখ আছে।



এইদৰে এদিন এক নিৰ্জন ঠাইত বহি থাকোঁতে দেৱদত্ত বোলা এজন লোকে মৃতপ্ৰায় কৰা (?) (৬) হাঁহ এজনী কাঁড়েৰে সৈতে সিদ্ধাৰ্থ কুমাৰৰ ওচৰত পৰিলহি। কুমাৰে আলফুলকৈ তুলি নি কাঁড়ডাল উলিয়াই শুশ্ৰূষা কৰি হাঁহজনী জীয়াই তুলিলে। এই হাঁহজনী লৈ দুয়োৰে মাজত বিবাদ আৰম্ভ হয়। বিবাদৰ নিষ্পত্তিৰ কাৰণে দুয়ো পুৰোহিতৰ ওচৰলৈ গ'ল। সিদ্ধাৰ্থই হাঁহজনীক প্ৰতিপালন কৰি জীৱন ৰক্ষাৰ দাবী কৰিলে। বিচাৰত সেই দাবী সাৰ্থক অগ্ৰগণ্য হ'ল। সিদ্ধাৰ্থৰ জয় হ'ল।

সাংসাৰিক জীৱনৰ প্ৰতি ৰাজকুমাৰ সিদ্ধাৰ্থৰ অনাসক্ত আৰু বৈৰাগ্য ভাবৰ প্ৰতি বেছি প্ৰৱণতা দেখি ৰজা শুদ্ধোদনৰ চিন্তা দিনক দিনে বাঢ়িবলৈ ধৰিলে। প্ৰাণাধিক একমাত্ৰ সন্তানটি সংসাৰত্যাগী নহ'বৰ কাৰণে ৰজাই যৎপৰোনাস্তি চেষ্টা কৰিলে আৰু তেওঁ গ্ৰীষ্মকাল, বৰ্ষাকাল আৰু শীতকাল এই তিনি ঋতুৰ কাৰণে উপযোগী কৰি তিনিটা ধুনীয়া ৰাজপ্ৰাসাদ ৰাজিলে (৭)। তাৰ ওচৰতে মনোৰম উদ্যান পাতি দিলে আৰু পুখুৰী খান্দি পদুম ফুলেৰে শোভিত কৰিলে। এইদৰে নৃত্য-গীত, বাদ্য নিপুণা সুন্দৰী গায়িকা-পৰিচালিকাৰে পৰিবৃত কোঁৱৰৰ জীৱন আৰম্ভ হ'ল। তথাপি সেই আনন্দমুখৰ পৰিৱেশৰ মাজতো সিদ্ধাৰ্থ কুমাৰৰ মন সংসাৰলৈ আকৃষ্ট নহ'ল।

এইবিলাক দেখি-শুনি ৰজা শুদ্ধোদনৰ চিন্তা বেছিকৈ বাঢ়িবলৈ ধৰিলে। সাংসাৰিক জীৱনত আবদ্ধ কৰি ৰাখিবৰ কাৰণে ৰজাই কুমাৰৰ বিবাহৰ ব্যৱস্থা কৰিলে। চুবুৰীয়া কোলিয় গণতন্ত্ৰৰ ৰজা সুপ্ৰবুদ্ধৰ (৮) পৰমাসুন্দৰী কন্যা যশোধৰাৰ সৈতে উনৈশ বছৰ বয়সতে বিবাহ কৰি দিলে। এইদৰে কিছু বছৰ পাৰ হ'ল। ৰজাৰ মনত নতুন আশাৰ সঞ্চাৰ হ'ল। কিন্তু ভৱিষ্যত বাণীৰ খণ্ডন সম্ভৱ হৈ নুঠিল।

উদ্যান ভ্ৰমণ কৰিবলৈ যাওঁতে এদিন ৰাজকুমাৰে দেখা পালে যে জৰাজীৰ্ণ বৃদ্ধ এজনে হাতৰ লাখুটিৰ ভৰত খোজ দিছে। কুমাৰে নিজৰ অনুচৰ সাৰথি ছন্দক সুধি জনালে যে মানুহে জনম ল'লেই এনে ধৰণে বুঢ়া হ'ব লাগিবই। কথা শুনি চিন্তান্বিত আৰু উৎকণ্ঠিত মনেৰে ৰাজকুমাৰে ভ্ৰমণ এৰি ৰাজপ্ৰাসাদলৈ ঘূৰি আহিল। ৰজা শুদ্ধোদনেও এই ঘটনাৰ বিষয়ে গম পালে। ভৱিষ্যতলৈ যাতে কুমাৰৰ মনত সংসাৰৰ প্ৰতি বৈৰাগ্য ভাব জন্মোৱা তেনে দৃশ্য আৰু নেদেখে, তাৰ বাবে তেওঁ ব্যৱস্থা কৰিলে।

---

(৬) দেৱদত্ত শাক্যবংশৰে এজন ৰজা সুপ্ৰবুদ্ধৰ পুতেক আৰু ৰাজকুমাৰী যশোধৰাৰ ককায়েক আছিল। (মহাবংশঃ ধৰ্মপদথ কথা ৪৪, সুপ্ৰবুদ্ধ শাক্য বথু)।

(৭) 'মজ্ঝিমা নিকায়'ৰ মাগন্দিয় সূত্ৰ (৭৫)। আৰু 'জাতক নিদান'।

(৮) কোনোৰ মতে যশোধৰা (ভদ্ৰাকাত্যায়ন) কোলিয়া গণতন্ত্ৰৰ ৰজা দণ্ডপাণিৰ কন্যা। 'ললিত বিস্তাৰ'ৰ মতেও দণ্ডপাণিৰ কন্যা আৰু তেওঁ শাক্য। শাক্যসকল বৰ জাত্যাভিমানী আছিল। আন জাতিলৈ জীয়াৰী নিদিছিল আৰু নানিছিল। বোধ হয় 'কোলিয়' গণতন্ত্ৰৰ লোকসকলো শাক্য আৰু সুপ্ৰবুদ্ধ আৰু দণ্ডপাণি একেজন ব্যক্তি। কৌৰৱ-পাণ্ডৱৰ দৰে 'কোলিয়'সকলো শাক্যসকলৰ নিজৰ আত্মীয়।

প্ৰহৰী নিযুক্ত কৰি জৰাগ্ৰস্ত আলৰ বুঢ়া লোকক ৰাজকুমাৰৰ সন্মুখলৈ নহাৰ বিধি কৰিলে। কিন্তু এদিন আকৌ তেনেকৈ উদ্যান ভ্ৰমণলৈ যাওঁতে কুমাৰে এজন ব্যাধিগ্ৰস্ত লোকক দেখিলে। আন এদিনাখন উদ্যান ফুৰিবলৈ যাওঁতে পুনৰ এটা মৃতদেহ নিয়া দৃশ্য দেখিলে। দুয়োবাৰতে সাৰথি ছন্দকে ক'লে যে মানুহ জন্ম হ'লেই জৰাগ্ৰস্তৰ দৰে ব্যাধিগ্ৰস্ত হ'বই আৰু মৃত্যুৰ পৰা কোনোৱে সাৰিব নোৱাৰে।

আন এদিন উদ্যান ফুৰিবলৈ যাওঁতে তেওঁ হাঁহিমুখৰ এজন সন্ন্যাসীক (৯) দেখিলে। লগ পাই প্ৰশ্ন কৰাত সন্ন্যাসীয়ে ক'লে,–

"নৰ-পুঙ্গৱ, জন্ম-মৃত্যু ভীতঃ শ্ৰমণঃ প্ৰব্ৰজিতোস্মি মোক্ষ হেতোঃ" (১০) অৰ্থাৎ "হে নৰশ্ৰেষ্ঠ, জন্ম-মৃত্যুৰ ভয়ত মই প্ৰব্ৰজিত সন্ন্যাসী হৈছোঁ মোক্ষৰ বাবে"। এনেতে, পিতৃ শুদ্ধোদন ৰজাই পঠোৱা দূতে আহি সিদ্ধাৰ্থ কুমাৰক খবৰ দিলে যে তেওঁৰ এটি পুত্ৰ জন্ম হৈছে। কুমাৰে মনতে ভাবিলে যে তেওঁৰ উদীয়মান বিবেক চন্দ্ৰক গ্ৰাস কৰিব খোজা ৰাহুৰহে জন্ম হ'ল। মনৰ ভাব ব্যক্ত কৰি তেওঁ ক'লে "ৰাহুলৰ জনম হ'ল, বন্ধনৰ জন্ম হ'ল।" ঘূৰি অহা দূতৰ মুখত এই কথা শুনি ৰজাই শিশুৰ নাম থ'লে 'ৰাহুল'। উদ্যানৰ পৰা ঘূৰাৰ সময়ত কুমাৰৰে দূৰ সম্পৰ্কীয় ভনী কৃশা গৌতমীয়ে কুমাৰক দেখা পাই কুমাৰৰ চেহেৰাৰ সৌন্দৰ্য, সম্পদ, কীৰ্তি আৰু সৌভাগ্য আদি জানি ভাৱাবেগত কৈ গ'ল 'এনে পুত্ৰ পালে মাতৃ'ৰ হৃদয় নিৰ্বাপিত হয়; পিতৃৰ হৃদয়ো নিৰ্বাপিত হয় আৰু এনে স্বামী পালে নাৰীৰ হৃদয়ো নিৰ্বাপিত হয়, প্ৰশান্তিময় হয়।"

এই বাক্য শুনি কুমাৰে ভাবিলে 'নিৰ্বাপিত'ত হ'লে হৃদয়ো নিবৃত্ত হয় অৰ্থাৎ বিষয় সুখ বা সংসাৰৰ চিন্তা এৰি ক্ষান্ত হয়। 'নিবৃত্ত' শব্দই নিৰ্বাণৰ ভাব আনি দিলে। কৃশা গৌতমীয়ে তেওঁক বহু মূল্যবান উপদেশবাণী দি গ'ল বুলি ভাবি কুমাৰে, পাচতে তেওঁৰ কণ্ঠৰ পৰা লক্ষ মুদ্ৰাৰ দামী মুক্তাহাৰ খুলি কৃশা গৌতমীলৈ উপহাৰ পঠালে।

সেইদিনাখন আহাৰ মাহৰ পূৰ্ণিমাৰ তিথি আছিল। কুমাৰৰ বয়স তেতিয়া ঊনত্ৰিশ বছৰ পূৰ্ণ হৈ গৈছে। নৃত্য-গীত নিপুণা নৰ্তকীসকলে নানা প্ৰকাৰ গীত-বাদ্যৰে সেইদিনা কুমাৰৰ মনত আনন্দ দিবৰ কাৰণে চেষ্টা কৰিলে। কিন্তু কুমাৰৰ মন সেইদিনা নিৰানন্দ হৈ ৰ'ল। তেওঁ শুই পৰিল। গভীৰ ৰাতি সাৰ পাই উঠিল। ভাবিলে তেওঁ সেইদিনাই সংসাৰ ত্যাগ কৰিব লাগিব। পলম হ'লেই বিঘিনি ঘটিব। লগে লগেই সিদ্ধান্ত কাৰ্যকৰী কৰিলে। শেষ বাৰলৈ নিদ্ৰিত নৱ-জাতক আৰু চেনেহৰ ভাৰ্যাক চাই ল'বলৈ যাওঁতে শুই পৰা নৰ্তকীবিলাকৰ দৈহিক নানা অঙ্গি-ভঙ্গিৰ ৰূপ দেখি কুমাৰৰ মনত সংসাৰৰ প্ৰতি বিতৃষ্ণা বেছিকৈ হ'ল আৰু মনত বৈৰাগ্যভাব জাগি উঠিল। সেই আহাৰ মাহৰ পূৰ্ণিমা তিথিতেই তেওঁ তেওঁৰ পিতা-মাতা, চেনেহৰ ভাৰ্যা

(৯) 'দীৰ্ঘনিকায়'ৰ মহাপদান সূত্ৰ (১৪)। সকলো বোধিসত্ত্বৰে এনে ধৰণৰ ঘটনাক্ৰম প্ৰায় একে ধৰণেই দেখিছিল।
(১০) অশ্বঘোষ ঃ 'বুদ্ধ চৰিত'।



আৰু নৱ-জাত শিশুৰ স্নেহ মমতাৰ ডোল ছিঙি ৰাজপ্ৰাসাদ ত্যাগ কৰিবলৈ সাজু হ'ল। তেওঁ তেওঁৰ প্ৰিয় অশ্ব কন্থকৰ পিঠিত উঠি দুপৰ ৰাতি ওলাল। এই যাত্ৰাক 'মহাভিনিষ্ক্ৰমণ' (১১) বোলে। লগত আছিল মাত্ৰ তেওঁৰ সাৰথি ছন্দক। বাটত আনোমা নদীৰ পাৰত কুমাৰে ছন্দকক বিদায় দিলে। ৰাজবেশ খুলি সন্ন্যাসীৰ আভৰণ ৰূপী পীতবস্ত্ৰ গাত ল'লে। এইদৰে ৰাজকুমাৰ গৌতম সত্য-সন্ধানী ভিক্ষু।

# তপস্যা আৰু বুদ্ধত্ব লাভ

সন্ন্যাসী গৌতমে গুৰু বিচাৰি, তেতিয়াৰ মগধ ৰাজ্যৰ ৰাজধানী ৰাজগৃহ পালেগৈ। গুৰু বিচাৰি ঘূৰি ফুৰোঁতে তেওঁৰ সুন্দৰ যৌৱনপূৰ্ণ চেহেৰা দেখি সকলোৱে কৌতূহল হ'ল। এই খবৰ মগধৰাজ বিম্বিসাৰৰ কাণত পৰিল। ৰজাইয়ো নিজে আহি সন্ন্যাসী গৌতমক দেখা কৰিলে। পৰিচয় পাই বিম্বিসাৰ ৰজাই কুমাৰক মগধত ভোগ-বিলাসত থাকিবলৈ আমন্ত্ৰণ জনালে। সন্ন্যাসী গৌতমে তাক প্ৰত্যাখ্যান কৰি ক'লে যে তেওঁ ভোলবিলাস লাভৰ কাৰণে গৃহত্যাগ কৰা নাই, সম্যকজ্ঞান লাভৰ বাবেহে ঘৰ এৰি আহিছে। কথাষাৰ শুনি বিম্বিসাৰ ৰজাই মাথোন ক'লে যে বোধিজ্ঞান লাভ কৰিলে তেওঁ যেন নিশ্চয় মগধ ৰাজ্যলৈ প্ৰথমে আহে। বোধিসত্ত্ব সিদ্ধাৰ্থ গৌতমেও প্ৰতিশ্ৰুতি দিলে।

ৰাজগৃহ এৰি তপস্যাৰ কাৰণে গুৰু বিচাৰি গৈ তেওঁ গয়াৰ ওচৰতে থকা সেইকালৰ এজন বিখ্যাত ঋষি আলৰ কালামৰ আশ্ৰম পালেগৈ। তেওঁ সেই ঋষিৰ শিষ্যত্ব গ্ৰহণ কৰি যোগ অভ্যাস কৰিলে। কিছুদিনৰ ভিতৰতেই ঋষি। আলৰ কালামে দেখুওৱা উপদেশ মতে আচৰণ কৰি তেওঁৰ নিৰ্দেশিত সাধন পথৰ সকলো শাস্ত্ৰজ্ঞান অৰ্জন কৰিলে সঁচা, কিন্তু প্ৰকৃত মহাসত্যৰ সন্ধান পথ লাভ কৰাত সমৰ্থ নহ'ল।

সেইকাৰণে তেওঁ গুৰুক সেৱা কৰি বিদায় লৈ আন এজন বিখ্যাত গুৰুৰ ওচৰতে থকা ৰামপুত্ৰ উদ্ৰকৰ ওচৰ পালে। তেওঁ সন্ন্যাসী গৌতমক কৃচ্ছ্ৰ সাধন মাৰ্গ অৰ্থাৎ যোগ সাধনাৰ তপত্যাত নিমগ্ন কৰালে। এই তপচৰ্যা অত্যন্ত কঠিন। ইয়াৰ পালনীয় নিয়মবিলাক হ'ল তপস্বীতা অৰ্থাৎ শীত বা গ্ৰীষ্মতো অনাবৃত দেহেৰে কষ্ট স্বীকাৰ কৰা আৰু ভিক্ষালব্ধ আহাৰ নকৰি সৰি পৰা পকা ফলমূলৰ ওপৰত জীৱন-ধাৰণ কৰা। দ্বিতীয়তে ৰুক্ষাচাৰ পালন অৰ্থাৎ শৰীৰৰ প্ৰতি কোনো যত্ন নোলোৱা, শ্মশানৰ ওপৰত শয্যা, উৰ্দ্ধবাহু হৈ অথবা এটা ভৰিৰ ওপৰত থিয় হৈ তপস্যা কৰা ইত্যাদি। তৃতীয়তে জুগুপ্সা অৰ্থাৎ পাপৰ প্ৰতি ঘৃণা আৰু চতুৰ্থতে নিৰ্জন বনত বাস কৰি তপস্যা

(১১) নিজে ৰাজপুত্ৰ হৈয়ো ভৰ যৌৱন বয়সতে সত্যৰ সন্ধান বিচাৰি নিজৰ পিতা-মাতা, স্ত্ৰী-পুত্ৰ, ৰাজ্য, ঐশ্বৰ্য্য, বিভূতি, ভোগ-বিলাস আদি ত্যাগ কৰি ওলাই যোৱা কাৰণে "মহাভিনিষ্ক্ৰমণ" অৰ্থাৎ মহান সংসাৰ ত্যাগ বোলে।

কৰা। বোধিসত্ত্ব গৌতমে গয়াৰ গহন বনত এনে ধৰণৰ কঠোৰ তপস্যাত ৰত হ'ল। এই কঠোৰ তপস্যাৰ সাধনাত তেওঁৰ সহায়ক আছিল আন পাঁচজন সন্ন্যাসী ঃ কৌণ্ডিন্য, ভদ্রক, বাপ্প, অশ্বজিত আৰু মহানাম।

এনে কঠোৰ তপস্যাত ব্ৰতী হৈ সন্ন্যাসী বোধিসত্ত্ব গৌতমে অৱশেষত শৰীৰৰ দুৰ্বলতাত উঠিব বহিব পৰা শক্তিকো হেৰুৱালে। শৰীৰৰ দুৰ্বলতাৰ লগে লগে মনো নিস্তেজ হ'ল। সত্যৰ সন্ধান যেন আৰু দূৰলৈহে গ'ল। তেওঁৰ মনত সন্দেহ উপজিল যে এনে কঠিত তপস্যাৰ দ্বাৰা সিদ্ধি লাভ সম্ভৱপৰ নহ'ব। দেহ আৰু মন সুস্থ হ'লেহে অভীষ্ট সিদ্ধি হ'ব। এনেতে দূৰত কোনোবাই বজোৱা বীণৰ সুৰ শুনিলে। সেই অপূৰ্ব সুন্দৰ সুৰ লহৰী, অলপ পাছতেই তীব্ৰ লয়ত বাজিবলৈ ধৰিলে। সন্ন্যাসী গৌতমৰ মনত বিৰক্তি জন্মিল। তাৰ পাছতেই মাত্ৰা এৰি ঢিমা টেটেলা তালত বাজিল। সেই সুৰতো তেওঁ বিৰক্ত হ'ল। কিন্তু অলপ পাছতেই মধ্যম তন্ত্ৰী সুৰত পুনৰ সেই অপূৰ্ব লহৰী বাজি উঠিল। সন্ন্যাসী গৌতমে বুজিলে যে মানুহৰ দেহ-মনো ঠিক এই বীণাৰ ধ্বনিৰ দৰেই। তেওঁৰ সত্য সন্ধান বিলাসপূৰ্ণ ৰাজকুমাৰৰ জীৱনতো নহয় অথবা অতি কঠিন কৃচ্ছ্ৰসাধনাৰ দ্বাৰাও নহয়। এই দুই মধ্যম পথ বাচি ল'ব লাগিব। আগতে কৰি অহা কঠোৰ তপস্যা-সাধনাত প্ৰায় ছবছৰ কাল পাৰ হৈছিল। বীণৰ মধ্যম সুৰৰ লহৰী শুনি তেতিয়াই তেওঁ কঠোৰ তপস্যা পথ এৰি মধ্যম পথ বাচি ল'লে।

বহাগৰ শুক্লপক্ষৰ চতুৰ্দশী তিথিত এদিন পুৱা তেওঁ উৰুবিল্বৰ সেনানী গাঁৱৰ এগৰাকী সদাগৰৰ কন্যা সুজাতাৰ পৰা দানৰ পায়সৰ আহাৰ কৰে। তাৰ পাছত সন্ন্যাসী গৌতমে শৰীৰ আৰু মনোবল যেন ঘূৰাই পালে। কৃচ্ছ্ৰ সাধানাৰ পথ এৰি তেওঁ নিজৰ শৰীৰ ৰক্ষাৰ কাৰণে আহাৰ গ্ৰহণ কৰা দেখি সহচৰ পাঁচজনা সন্ন্যাসীয়ে ভাবিলে যে গৌতম বিলাসী হ'ল। এই বুলি ভাবি তেওঁলোকে সন্ন্যাসী গৌতমক এৰি গুচি গ'ল। বোধিসত্ত্ব গৌতমেও নিজৰ মধ্যমপন্থা অৱলম্বন কৰি অকলেই তপস্যা আৰম্ভ কৰিবলৈ আগবাঢ়িল। সন্ধিয়া শুক্লা চতুৰ্দশী তিথিৰ চন্দ্ৰই বিমল পোহৰ দিছে। নৈৰঞ্জনা (বৰ্তমান ফল্গু) নৈৰ পাৰৰ পৰা অনতি দূৰত এক আহত গছৰ তলত বহি বোধিসত্ত্ব গৌতমে এক কঠোৰ প্ৰতিজ্ঞা কৰিলে—

"ইহাসনে শুষ্যতু মে শৰীৰং ত্বগস্থিমাংসং প্ৰলয়ঞ্চ যাতু।
অপ্ৰাপ্য বোধিং বহুকল্প দুৰ্লভাং নৈবাসনাৎ কায়মত শ্চলিষ্যতে।"

(এই আসনতে মোৰ শৰীৰ, ছাল, হাড়, মাংস শুকাই বিলীন হওঁক, তথাপি বহু কল্প ধৰি বিচৰা দুৰ্লভ বোধিজ্ঞান লাভ নকৰা পৰ্যন্ত এই আসন ত্যাগ নকৰোঁ।)

এই কঠোৰ প্ৰতিজ্ঞাবাণী শুনি দুৰ্বুধীয়া 'মাৰ' (১২) বিচলিত হ'ল। বোধিসত্ত্ব গৌতমৰ তপস্যা ভঙ্গ কৰিবৰ কাৰণে তেওঁ সসৈন্যে লৰি আহিল। মাৰে প্ৰথমতে প্ৰলোভন, পাছত ভয়ঙ্কৰ ধুমুহা, বিদ্যুৎপ্ৰৱাহ, অন্ধকাৰ আৰু উত্তপ্ত পৰিৱেশ সৃষ্টি কৰি তেওঁক ধ্যানচ্যুৎ কৰি বোধিবৃক্ষৰ আসন ত্যাগ কৰাবৰ কাৰণে চেষ্টা কৰিলে।

(১২) 'মাৰ' মানে বিভ্ৰাটকাৰী, দুষ্কৃতিকাৰী, প্ৰলোভনকাৰী দেৱতা'।



কিন্তু বোধিসত্ত্বই কোনোমতেই নিজৰ আসনৰ পৰা নলৰিল। তাৰ পৰিৱৰ্তে তেওঁ পূৰ্বজনম বিলাকত এক এক কৰি পূৰ্ণ কৰা 'দহ পাৰমীতা' (১৩) গুণ আৰু 'পঞ্চ মহাদান' (১৪) কৰোঁতে পৃথিৱীক সাক্ষী কৰি ৰখা বসুন্ধৰী দেৱীক স্মৰণ কৰিলে। নিমিষতেই পৃথিৱীৰ (ভূঁইকপ) ঘোৰ গৰ্জন হ'ল। ভয়ত মাৰৰ বিপুল ৰিপু বাহিনী পৰাজিত হৈ পলাল। বোধিসত্ত্ব গৌতমৰ জয় হ'ল আৰু নিৰ্বিঘ্নে গভীৰ ধ্যানত মগ্ন হ'ল। ৰাতিৰ প্ৰথম স্তৰত" পূৰ্বনিবাসানুস্মৃতি' বা পূৰ্বজন্মৰ স্মৃতিৰ কথা অতিক্ৰম কৰিলে। ইয়াৰ ফলত তেওঁ কল্প-কল্পান্তৰৰ নিজৰ পূৰ্বজন্মৰ নাম, বাসস্থান, পিতা-মাতা, পৰিয়াল আদি কাহিনীৰ সৈতে সকলো জীৱৰে পূৰ্বজন্মৰ কাহিনী বিলাক আৰ্চীত প্ৰতিফলিত ফটফটীয়া প্ৰতিবিম্বৰ দৰে পৰিষ্কাৰকৈ দেখিলে অৰ্থাৎ অনন্তৰ আৰু কল্পান্তৰৰ জাতিস্মৰ হ'ল। তাৰ পাছত ৰাতিৰ দ্বিতীয় প্ৰহৰত "চ্যুতোৎপত্তি" স্তৰ অতিক্ৰম কৰিলে– অৰ্থাৎ কোনে মৰি কি হৈ জন্ম ল'লে, ক'ত জনম ল'লে অথবা কোন মৰিলে কি হৈ জনম ল'ব আৰু ক'ত জনম হ'ব এই সকলো জীৱৰ জন্ম-মৃত্যুৰ ৰহস্যৰ কথাবিলাক সবিশেষ জানিলে। ৰাতিৰ তৃতীয় প্ৰহৰত সৰ্বশেষ স্তৰ 'আস্ৰৱক্ষয়জ্ঞান' (১৫) অতিক্ৰম কৰিলে। তেওঁৰ মনত অভিজ্ঞা, বিদ্যা আৰু বিমুক্তি

(১৩) "দহপাৰমীতা" মানে পূৰ্ণতাপ্ৰাপ্ত দহোটা সৎগুণ, এয়া হ'ল ১। দান পাৰমী, ২। শীলপাৰমী, ৩। নিষমা (ত্যাগ) পাৰমী, ৪। প্ৰজ্ঞা পাৰমী, ৫। ৱিৰিয়া (বীৰ্য) পাৰমী, ৬। ক্ষান্তি (সহিষ্ণুতা) পাৰমী, ৭। সচ্চ (সত্যবাদিতা) পাৰমী, ৮। অধিষ্ঠান (সংকল্প) পাৰমী, ৯। মৈত্ৰী (অহিংসা) পাৰমী আৰু ১০। উপেক্ষা (সৌম্য) পাৰমী।

(১৪) 'পঞ্চ মহাদান'– ধন-সোণ, জীৱ-জন্তু আদি দান সাধাৰণতে হয়। বুদ্ধদেৱ হোৱাৰ পূৰ্বজনমত বোধিসত্ত্বই বিশ্বন্তৰ ৰাজকুমাৰ হৈ জনম লোৱা কালত (জাতক নং ৫৪৭) তেওঁ নিজৰাজ্য, সকলো সম্পত্তি, নিজৰ স্ত্ৰী, পুত্ৰ আৰু জী এই পাঁচ মহাদান বসুন্ধৰীক সাক্ষী কৰি দান দিছিল। সেই কাৰণে বৌদ্ধসকলে আজিও বস্তুদান দিয়াৰ পাচত উচৰ্গাৰ সময়ত বসুন্ধৰীক সাক্ষী কৰি পানী ঢালে।

(১৫) আস্ৰৱক্ষয় জ্ঞান ঃ পালি-'আসৱ'। লোভ, দৃষ্টি (ভুৱা-অভুৱা দৃষ্টি) আৰু মোহ এই তিনিটা চিত্তবৃত্তিয়ে যিকোনো ভৱ (সাংসাৰিক জীৱন) লৈ সোমাই মন (চিত্ত)ত উৎপন্ন হৈ প্ৰবাহিত হয় কাৰণে 'আস্ৰৱ' বোলা হয়। ইয়াক মনৰ 'ৰিপু' বুলিও ক'ব পাৰি। ই চাৰি প্ৰকাৰত উৎপন্ন হয়। যেনে- ১। কাম-আস্ৰৱ (তৃষ্ণা, বাসনা, আসক্তি); ২। ভৱ-আস্ৰৱ (সাংসাৰিক তৃষ্ণা); ৩। দৃষ্টি-আস্ৰৱ (ধৰ্ম বুলি আভুৱা ভৱা ৰীতি-নীতি আচৰণ কৰা) আৰু ৪। অবিদ্যা (মোহ) আস্ৰৱ অৰ্থাৎ সম্যক দৃষ্টিৰ অজ্ঞানতা। এই 'আস্ৰৱ' ক্ষয়ৰজ্ঞান চিত্তত উৎপত্তি হ'লে "বিমুক্তি" জ্ঞান লভে আৰু 'নিৰ্বাণপ্ৰাপ্ত হয়।

জ্ঞান উৎপন্ন হ'ল (১৬) সূৰ্যৰ পোহৰ পোৱাৰ লগে লগে ৰাতিৰ এন্ধাৰ নিমিষতে আঁতৰি যোৱাৰ দৰে তেওঁৰ মনৰ পৰা সকলো আস্রৱ বা লোভ মোহ আভুৱা দৃষ্টি আদি লোপ পালে। তেওঁ জন্ম-নিৰোধৰ মাৰ্গ-জ্ঞান লাভ কৰিলে। তেতিয়া তেওঁ হ'ল সম্পূৰ্ণমুক্ত আৰু বন্ধনহীন। তেওঁ হ'ল অৰ্হৎ (১৭) আৰু সম্যক সম্বুদ্ধ (১৮)। এই ভব-সংসাৰত তেওঁৰ কৰিবলৈ জানিবলৈ একো বাকী নাই। সেইদিনাখন আছিল বহাগী পূৰ্ণিমা আৰু তেওঁৰ বয়সো পূৰ্ণ পয়ত্রিশ বছৰ হ'ল।

বুদ্ধত্ব প্ৰাপ্তৰ ফলত তেওঁৰ অন্তৰত উদ্ভৱ হ'ল বিপুল আনন্দ। আনন্দত অধীৰ হৈ তেওঁৰ মুখৰ পৰা আপোনা-আপুনি এক উদান (গাথা) ওলাল—

"অনেক জাতি সংসাৰং সন্ধাবিস্সং অনিব্বিসং
গহকাৰকং গবেসন্তো দুক্খা জাতি পুনপ্পুনং
গহকাৰক! দিটঠোসি পুন গেহং ন কাহসি
সব্বা তে ফাসুকা ভগ্গা গহকূটং বিসংখিতং
বিসংখাৰ গতং চিত্তং তন্হানং খয়মজ্ঝগা' ।"

— "বহু জন্ম-জন্মান্তৰ ধৰি মই এই দেহৰূপী গৃহৰ নিৰ্মাতাক বিচাৰি বিচাৰি সংসাৰত ঘূৰিলোঁ, দেখা পোৱা নাছিলোঁ। পুনঃ পুনঃ জন্ম লোৱাৰ কাৰণে বহু দুঃখ ভুগিলোঁ। হে গৃহকাৰক ! এতিয়া মই তোমাক দেখা পাইছোঁ। তুমি পুনবায় এই গৃহনিৰ্মাণ কৰিব নোৱাৰিবা। তোমাৰ গৃহনিৰ্মাণৰ সকলো সজুলি উপকৰণ বিনষ্ট কৰা হৈছে। মোৰ চিত্ত এতিয়া সংস্কাৰমুক্ত (অৰ্থাৎ নিৰ্বাণপ্ৰাপ্ত) আৰু মোৰ তৃষ্ণাও ক্ষয় হৈছে।"

এইদৰে বিমুক্তি সুখত বোধিবৃক্ষ স্থানৰ পৰা আৰম্ভ কৰি একাদিক্ৰমে অনিমেষ, চংক্ৰমন, ৰত্নঘৰ, অজপাল আহতগছ, মুচলিন্দমূল আৰু ৰাজায়তন আদি বৃক্ষমূলত এক এক সপ্তাহকৈ সাতঠাইত সাত সপ্তাহ ধ্যান কৰিলে। তাৰপাছত সেই প্ৰাপ্ত

(১৬) অভিজ্ঞা, বিদ্যা আৰু বিমুক্তি জ্ঞান : 'অভি' মানে 'অতি, মহান'। 'অভিজ্ঞা' (অভিজ্ঞান) মানে অতিজ্ঞান, মহানজ্ঞান। এই অভিজ্ঞানৰ বলত 'ধৰ্মসমূহ'ৰ লক্ষণ পৰিজ্ঞাত অৰ্থাৎ ব্যাপকভাৱে জ্ঞাত হয়। ৮১ বিধ লোকীয় বা লৌকিক চিত্তৰ বা অনুভূতিৰ ভিতৰত কিছুমান অনুভূতি মাত্ৰ যোগীসকলে অনুভৱ কৰে। তেওঁলোকে ধ্যান-সাধনাৰ যোগেদি ১। মনোময় ঋদ্ধি (নিজ ইচ্ছাৰে যিকোনো ৰূপ ধাৰণ কৰা); ২। দিব্যশ্ৰুত (দূৰৰ বা ওচৰৰ মানুহৰ বা পশু পক্ষীৰ বা দেৱগন্ধৰ্বৰ মাত শুনা আৰু জনা; ৩। দিব্য চক্ষু, ৪। পূৰ্বনিবাস অনুস্মৃতি বা স্মৰণ আৰু ৫। পৰচিত্ত বিজানন (পৰৰ মনৰ ভাব আগতীয়াকৈ জনা। এই পাঁচ জ্ঞানক অভিজ্ঞা বা অভিজ্ঞান বোলে। এই পাঁচ জ্ঞানেৰে সৈতে আৰু তিনিজ্ঞান, যেনে– ৬। নানাপ্ৰকাৰ অমানুষিক ঋদ্ধি (পৃথিৱীত ডুব যোৱা, আকাশত উৰা, এজনেই বহুজনৰ ৰূপ ধৰা ইত্যাদি), ৭। বিদৰ্শন জ্ঞান (প্ৰজ্ঞা-ভাবনা) ইয়াক 'বিদ্যা' বোলে।

(১৭) অৰ্হৎ– যিজনে প্ৰজ্ঞাৰূপ অস্ত্ৰ দ্বাৰা ৰাগ আদি (কাম, ভৱ, দৃষ্টি আৰু মোহ আসৱ) চিত্তত উৎপন্ন হোৱা 'অৰি' (ৰিপু)সমূহক 'হত' (ধ্বংস) কৰিছে, তেৱেঁই অৰ্হৎ আৰু নিৰ্বাণপ্ৰাপ্ত হয়।

(১৮) সম্যক-সম্বুদ্ধ যিজনা অৰ্হতে সৰ্বজ্ঞজ্ঞান প্ৰাপ্ত হৈ বহুজনৰ হিতৰ কাৰণে বহুজনৰ সুখৰ কাৰণে তেওঁৰ প্ৰাপ্ত ধৰ্ম প্ৰচাৰ কৰে তেওঁক 'সম্যক-সম্বুদ্ধ' বোলে। যিজনা অৰ্হতে অভিজ্ঞা, বিদ্যা আৰু বিমুক্তিজ্ঞান লাভ কৰি সম্যক-সম্বুদ্ধৰ দৰে ধৰ্মপ্ৰচাৰ নকৰে, তেওঁক 'প্ৰত্যেক বুদ্ধ' বোলে।



বোধিজ্ঞান প্ৰৱৰ্তন কৰিবৰ কাৰণে বাৰাণসীলৈ যাত্ৰা কৰিলে। এদিন তেওঁক এৰি যোৱা পাঁচজনা সন্ন্যাসীক বিচাৰি তেওঁ বাৰাণসীৰ ঋষিপতন মৃগদাবনত (বৰ্তমান সাৰনাথ) পায়গৈ। তাতে আহাৰ মাহৰ পূৰ্ণিমাৰ দিনা পোন প্ৰথমে নিজৰ ধৰ্মমত প্ৰচাৰ কৰে। 'তাকে "ধৰ্মচক্ৰ প্ৰৱৰ্তন" কৰা বোলে। তাতেই কৌণ্ডিণ্য, বপ্প, ভদ্দিয়, অশ্বজিৎ আৰু মহানাম এই পাঁচজনা সন্ন্যাসী বুদ্ধদেৱৰ শিষ্যত্ব গ্ৰহণ কৰি ভিক্ষু হ'ল। তেওঁলোককেই "পঞ্চবৰ্গীয় ভিক্ষু" বোলে। তাৰ পাছত বাৰণসীৰ সদাগৰৰ পুতেক যশ আৰু তেওঁৰ চৌৱন্নজন বন্ধু আহি বুদ্ধদেৱৰ ধৰ্মদেশনা—অৰ্থাৎ ধৰ্ম শিকনি শুনি ভিক্ষু হ'ল। তেওঁলোকে বুজিলে যে "যত সমুদয় (উৎপত্তি) ধৰ্ম আছে, তাত নিৰোধ ধৰ্মও আছে।" এনে বিৰজ অৰ্থাৎ তৃষ্ণাহীন বিমল ধৰ্মচক্ষু তেওঁলোকৰো উৎপন্ন হ'ল। অলপ দিনৰ ভিতৰতেই সকলো ভিক্ষু অৰ্হৎ হ'ল।

তিনিমাহ বৰ্ষাবাসৰ পাছত বুদ্ধদেৱে সেই ষাঠিজন অৰ্হৎ ভিক্ষুক সম্বোধন কৰি ক'লে, "হে ভিক্ষুহঁত, যোৱা। বহুজনৰ হিতৰ কাৰণে, বহুজনৰ সুখৰ কাৰণে, লোকৰ কাৰণে অনুকম্পা কৰি এই আদি কল্যাণ, মধ্যকল্যাণ আৰু অন্তকল্যাণ নতুন ধৰ্মৰ নিৰ্বাণবাণী দেশে দেশে, দিশে দিশে প্ৰচাৰ কৰা। তোমালোক একেলগে দুজনকৈ নাযাবা।..... পৰিত্ৰাণৰ শুভবাণী ঘৰে ঘৰে প্ৰচাৰ কৰা।"

নিজেও ধৰ্ম প্ৰচাৰৰ বাবে ওলাল। এইদৰে তেতিয়াৰ ভাৰতবৰ্ষৰ যোল্লখন মহাজনপদ (ৰাজ্য)ত (১৯) ঘূৰি ধৰ্মপ্ৰচাৰ কৰিলে। পূৰ্ণ আশী বছৰ বয়সত আকৌ একে বহাগী পূৰ্ণিমাৰ দিনা খৃঃপূঃ ৫৪৪ চনত মল্ল ৰাজ্যৰ কুশী নগৰত তেওঁ নশ্বৰ দেহা ত্যাগ কৰি পৰিনিৰ্বাণ (২০) লাভ কৰে। তেওঁৰ ধৰ্মপ্ৰচাৰ কৰাৰ কাল পঞ্চল্লিশ বছৰ। উল্লেখযোগ্য যে গৌতমবুদ্ধদেৱৰ জন্ম হৈছিল বহাগী তিথিত। তেওঁ বুদ্ধত্বপ্ৰাপ্তৰ দিনো আছিল বহাগী পূৰ্ণিনা। আকৌ তেওঁ পৰিনিৰ্বাণো লাভ কৰিছিল বহাগী পূৰ্ণিমাতেই। এই তিনিওটাই এনেদৰে তিনিটা বহাগী পূৰ্ণিমাত বুদ্ধদেৱৰ জীৱনতেইহে ঘটিছিল। সেইকাৰণে এই বহাগী পূৰ্ণিমাৰ দিন সমগ্ৰ বিশ্বৰ বৌদ্ধসকলৰ বাবে বৰ পৱিত্ৰ দিন।

(১৯) বুদ্ধদেৱৰ দিনত যোল্লখন বিখ্যাত জনপদ (ৰাজ্য) হ'ল– ১। অঙ্গ (বৰ্তমান ভাগলপুৰ আৰু উত্তৰবঙ্গ) ২। মগধ (ৰাজগৃহ), ৩। কাশী (বাৰাণসী), ৪। কোশল (অযোধ্যা), ৫। বৃজি (উত্তৰ বিহাৰ বৈশালী), ৬। মল্ল (গোৰখপুৰ, কুশীনগৰ), ৭। চেদি (বুণ্ডেলখণ্ড) ৮। বৎস (কৌশম্বী, বৰ্তমান এলাহাবাদ), ৯। কুৰু (ইন্দ্ৰপ্ৰস্থ), ১০। পাঞ্চাল (বৰ্তমান ৰোহিলখণ্ড, উত্তৰপ্ৰদেশ), ১১। মৎস (ৰাজস্থান), ১২। শূৰসেন (মথুৰা), ১৩। অশ্মক (অন্ধ্ৰ), ১৪। অৱন্তী (উজ্জয়িনী), ১৫। গান্ধাৰ (তক্ষশিলা) আৰু ১৬। কম্বোজ (বৰ্তমান ৰাজৌৰী)। এই ৰাজ্যসমূহেৰে গঠিত ভাৰতৰ উত্তৰখণ্ডক সামগ্ৰীক নামেৰে 'মধ্যদেশ' বোলা হৈছিল।

(২০) বুদ্ধদেৱৰ জীৱিত কালছোৱাক 'সউপাদিশেষ নিৰ্বাণ' বোলে অৰ্থাৎ সকলো ক্লেশ শেষ বা ধ্বংস হৈ গৈছে। মাত্ৰ দেহহে অৱশিষ্ট আছে। এইয়া বুদ্ধদেৱৰ মৃত্যুৰ পূৰ্বৰ অৱস্থা। মৃত্যুৰ পাছত 'অনুপাদিশেষ নিৰ্বাণ' ইয়াকেই 'পৰিনিৰ্বাণ' বোলে। প্ৰথম অৱস্থা হ'ল ক্লেশৰ নিৰ্বাণ; দ্বিতীয় অৱস্থা ৰূপ আদি স্কন্ধৰ ও নিৰ্বাণ। বুদ্ধগয়া শিলালিপিত পৰিনিৰ্বাণৰ বছৰ খৃঃপূঃ ৫৪৪ চন বুলি দিয়া আছে।

## দ্বিতীয় অধ্যায়
# ধৰ্মচক্ৰ প্ৰৱৰ্তন (ধৰ্মমত প্ৰচাৰ)

ইয়াৰ আগতে কোৱা হৈছে যে বুদ্ধদেৱে বুদ্ধত্বপ্ৰাপ্তিৰ পাছত বাৰাণসীৰ মৃগদাবনত পঞ্চবৰ্গীয় ভিক্ষুক 'ধৰ্মচক্ৰ প্ৰৱৰ্তন' কৰিছিল। এই 'ধৰ্মচক্ৰ প্ৰৱৰ্তন' সূত্ৰই হ'ল বৌদ্ধ ধৰ্মৰ থুলমূল সাৰাংশ। এই সাৰাংশ হৈছে চাৰিটা সত্যক বুজা আৰু উপলব্ধি কৰা। এই সত্যক "আৰ্য্য" সত্য বোলা হয়। ইয়াৰ উপৰিও এই ধৰ্মই শিকাই যে আঠ আঙ্গিক মাৰ্গ যাক "আৰ্য্য অষ্টাঙ্গিক মাৰ্গ" বোলা হয়, তাৰ মাজেদিহে নিৰ্বাণ লাভ সম্ভৱ হয়। তেওঁ পঞ্চাবৰ্গীয় ভিক্ষুক সংক্ষেপে কৈছিল– "ভিক্ষুহঁত, প্ৰবজিত (২১) (সংসাৰত্যাগী)সকলে দুটি অন্ত মানি চলা উচিত নহয়। তাৰে এটি অন্ত হ'ল-- লাহবিলাহ পূৰ্ণ কামানুৰক্ত (কামাসক্তি) জীৱন। ই হীন, অপৰিস্কাৰ আৰু অনৰ্থকৰ। আনটো অন্ত হ'ল নিজক আত্ম-ক্লেশ বা আত্ম নিগ্ৰহ কৰা। ই দুঃখজনক, অনাৰ্য্য আৰু অনথৰ্কৰ। "তথাগতই (বুদ্ধদেৱে) এই দুইপন্থা এৰি 'মধ্যম-পন্থা' নিজে উদ্ভাৱন কৰি লৈছিল। এই মধ্যমপথ চক্ষুপ্ৰদানকাৰী, জ্ঞান, উপশম আৰু অভিজ্ঞা মানে জ্ঞান প্ৰদানকাৰী, সম্বোধি বহুজনৰ হিতৰ বাবে পূৰ্ণ জ্ঞান লভি ধৰ্মদানকৰণ আৰু নিৰ্বাণ লাভৰ হেতু হয়। এই মধ্যমপন্থা হ'ল "আৰ্য্য অষ্টাঙ্গিক মাৰ্গ" ইয়াৰ উপলব্ধিৰ বাবে 'চাৰি-আৰ্য্য সত্য'ৰ বিষয়ে বুজিব লাগিব। এই 'চাৰি আৰ্যসত্য হ'ল-- ১। দুঃখ আৰ্য্যসত্য। জাতি বা জন্ম হোৱাও দুঃখ। বিশ্বৰ সকলো প্ৰাণীয়েই ৰূপ, বেদনা, সংস্কাৰ আৰু বিজ্ঞানসহ গঠিত এনেকৈ গঠিত সংজ্ঞা, সকলো জীৱই দুখ ভোগীবই, এৰাব নোৱাৰে। গতিকে জন্ম হৈ ব্যাধিত ভুগিলেও দুঃখ, বুঢ়াবয়স পালেও দুঃখ; মৃত্যু হ'লেও দুঃখ। জীৱিতকালত অপ্ৰিয়জনৰ সৈতে সংযোগ হ'লেও দুঃখ। প্ৰিয়জনৰ বিয়োগ বা বিচ্ছেদ হ'লেও দুঃখ। যি ইচ্ছা কৰা হয়, তাক নাপালেও দুঃখ। সংক্ষেপতে ক'বলৈ গ'লে 'পঞ্চ-উপাদান-স্কন্ধই দুঃখ (২২)। ইয়াকেই "দুঃখ আৰ্য্যসত্য" বোলে।

"২। দুঃখ সমুদয় আৰ্য্যসত্য। এক জন্মৰ পৰা আন জন্মান্তৰলৈ পুনঃ পুনঃ জন্ম উৎপাদনশীলা তৃষ্ণাই কাম ৰাগত পৰি কামিনীক কামান্ধ মোহেৰে আঁকোৱালি ধৰে। এনে তৃষ্ণাৰ পৰা দুঃখ উৎপন্ন হয়। এই তৃষ্ণা তিনিবিধ– (১) কাম-তৃষ্ণা, (২) ভৱ-তৃষ্ণা আৰু (৩) বিভৱ তৃষ্ণা। ইয়াকে 'দুঃখ সমুদয় আৰ্য্যসত্য" বোলে।

---

(২১) 'প্ৰবজিত' মানে ভিক্ষু, পৰিব্ৰাজক, সংসাৰত্যাগী।
(২২) 'পঞ্চ-উপাদান স্কন্ধ'ৰ। ইয়াৰ অৰ্থ পাছত ব্যাখ্যা কৰি দিয়া হৈছে।



৩। দুঃখ নিৰোধ আৰ্য্যসত্য। সেই তৃষ্ণাৰ নিঃশেষৰ কাৰণে তৃষ্ণাৰ প্ৰতি বিৰাগ; তৃষ্ণাক নিৰোধ, ত্যাগ, নিক্ষেপ কৰিব লাগে; এই তৃষ্ণাৰ প্ৰতি অনাসক্ত আৰু মুক্ত হ'ব লাগে। এয়েই দুঃখ নিৰোধ আৰ্য্যসত্য।

৪। দুঃখ নিৰোধ গামিনী প্ৰতিপদা (নিৰোধৰ উপায়) আৰ্য্যসত্য। ইয়াকেই "আৰ্য্য অষ্টাঙ্গিক মাৰ্গ"ও বোলে। কাৰণ ইয়াত আঠটি মাৰ্গ বা পথ আছে। সেয়া হ'ল– (১) সম্যক্ দৃষ্টি, (২) সম্যক সংকল্প, (৩) সম্যক বাক্য, (৪) সম্যক কৰ্ম, (৫) সম্যক আজীৱ (জীৱিকা নিৰ্বাহ), (৬) সম্যক ব্যায়াম (৭) সম্যক স্মৃতি আৰু (৮) সম্যক সমাধি।

"এই দুঃখ আৰ্য্যসত্য (ক) পূৰ্বে অননুশ্ৰুত বা নজনা-নুশুনা হৈ আছিল। এতিয়া ধৰ্মৰ প্ৰভাৱত মোৰ জ্ঞান চক্ষু, প্ৰজ্ঞা, বিদ্যা আৰু আলোক উদয় হৈছে; (খ) ইয়াক পৰিজ্ঞাতব্য অৰ্থাৎ জানিব লাগে আৰু (গ) পৰিজ্ঞাত অৰ্থাৎ মই সম্পূৰ্ণকৈ জানিলোঁ। এই উপলব্ধি হ'ব লাগে।

"এই দুঃখ সমুদয় আৰ্য্যসত্যত (ক) পূৰ্বে নজনা-নুশুনা হৈ আছিল। এতিয়া মোৰ জ্ঞান চক্ষু প্ৰজ্ঞা, বিদ্যা আৰু আলোকৰ উদয় হৈছে। (খ) এই দুঃখ ত্যাগৰযোগ্য আৰু (গ) তাক মই পৰিত্যক্ত (ত্যাগ) কৰিলো।

"এই দুঃখ নিৰোধ আৰ্য্যসত্যৰ বিষয়েও (ক) পূৰ্বে নজনা-নুশুনা মোৰ জ্ঞান-চক্ষু, জ্ঞান, প্ৰজ্ঞা, বিদ্যা আৰু আলোক উদয় হৈছে। (খ) ইয়াকো প্ৰত্যক্ষ কৰণীয় (পালনীয়) আৰু (গ) আৰু প্ৰত্যক্ষ (পালন) কৰিলোঁ।" আকৌ,

"এই দুঃখ নিৰোধ গামিনী প্ৰতিপদা আৰ্য্যসত্যৰ বিষয়েও কোনেও নাজানিছিল আৰু নুশুনিছিল। এই ধৰ্মতো মোৰ (ক) জ্ঞান চক্ষু, প্ৰজ্ঞা, বিদ্যা আৰু আলোকৰ উৎপন্ন হৈছে। (খ) ইয়াকো "ভাবিতব্য", ভাৱনা কৰিবৰযোগ্য আৰু (গ) ভাবিত (ভাবনা কৰিলোঁ) অৰ্থাৎ উক্ত আৰ্য্য অষ্টাঙ্গিক মাৰ্গৰ যোগেদি মাৰ্গফল পৰিশুদ্ধ কৰাৰ যোগ্য আৰু লাভ কৰিবৰো যোগ্য। সেই মাৰ্গফল মই লাভ কৰিলোঁ।

"এই চাৰি আৰ্য্যসত্যৰ ক্ৰম তিনিবিধ। সেই অনুসাৰে জ্ঞান-দৰ্শনৰ প্ৰকাৰো বাৰটি। এই জ্ঞান দৰ্শনৰ বাৰটি প্ৰকাৰ পৰিশুদ্ধ নোহোৱালৈকে দেৱ, মাৰ, ব্ৰহ্মা, শ্ৰমণ, ব্ৰাহ্মণ কিম্বা দেৱ-মনুষ্যৰ মাজত "মই সম্যক-সম্বোধি লাভ কৰিছোঁ" বুলি প্ৰকাশ কৰা নাছিলোঁ। এতিয়া মোৰ এই বাৰ প্ৰকাৰ জ্ঞান-দৰ্শনত পৰিশুদ্ধ হৈছে। সেয়েহে এতিয়া মই নিজকে 'সম্যক্-সম্বুদ্ধ' বুলি প্ৰকাশ কৰিছোঁ।

"মোৰ জ্ঞান-দৰ্শন উৎপন্ন হৈছে। মোৰ চিত্ত বিমুক্তি হৈছে। প্ৰকোপিত নহয়। এয়া মোৰ অন্তিম জন্ম। এই সংসাৰত মই পুনৰ জন্ম গ্ৰহণ কৰিব নালাগিব।

"এই ধৰ্ম ব্যাখ্যা কৰাৰ পাচত পৃথিৱীৰ সৈতে চাৰিদিশজুৰি দহহেজাৰ লোক ধাতু (২৩) কম্পিত হৈছিল। আয়ুস্মান কৌণ্ডিণ্যৰ (২৪) বিৰজ ('ৰাগ'হীন) বীতমল

---

(২৩) 'লোকধাতু'ৰ বিষয়ে পাচত ব্যাখ্যা দিয়া হৈছে। পৃষ্ঠা--১৩
(২৪) 'কোণ্ডিণ্য' ভিক্ষু হ'ল আগতে উনুকিওৱা 'পঞ্চবৰ্গীয় ভিক্ষু'ৰ প্ৰথমজন।

(মনৰ মলিস্বৰূপ 'আস্রৱ'হীন) ধৰ্ম-চক্ষুৰ উদয় হ'ল। তেওঁ উপলব্ধি কৰিলে যে 'যি কোনোৰেই উৎপত্তি হলে, সি বিলয়ধৰ্মীও হ'ব। আৰু নিৰোধো আছে'। তাৰ ফলত তেওঁ তেতিয়াই 'মাৰ্গফল' লাভ কৰিলে আৰু তেওঁ 'জ্ঞেয়কৌণ্ডিণ্য' অৰ্থাৎ অৰ্হৎ কৌণ্ডিণ্য নাম পালে ।"বুদ্ধদেৱৰ পাছত তেৱেঁই প্ৰথম অৰ্হৎ।

ওপৰুক্ত "ধৰ্ম্ম-চক্ৰ প্ৰৱৰ্তন" সূত্ৰৰ প্ৰচাৰ সাধাৰণ ভাৱে চালে বিশেষ ধৰিব পৰা নাযায়। পুঙ্খানুপুঙ্খৰূপে বিশ্লেষণ কৰি প্ৰতিটো শব্দৰ, প্ৰতিটো বস্তুৰ অংশ সমূহক খন্দ-বিখন্দকৈ ভাঙি, বিশ্লেষণ কৰি বৌদ্ধসকলৰ গন্তব্য স্থান "নিৰ্ব্বান"কেনেকৈ পাব পাৰি, তাক সবিশেষ আয়ত্ত কৰিব লাগে। যি এই বিষয়ে সবিশেষ জানে, তেৱেঁই হয় সেই বস্তুৰ "যথাভুত" সত্য(২৫) জ্ঞান জানোতা, "যথাভুত" সত্য দৰ্শন কৰোতা। সেয়ে 'অভিধৰ্ম্ম' জ্ঞান (২৬)। যিয়ে এই 'অভিধৰ্ম্ম জ্ঞান' দৰ্শন কৰে, তেওঁ উপৰুৱা দৰ্শক নহয়,'যথাভুত' দৰ্শক। সেয়েই "সম্যকদৃষ্টি"।

চাৰি আৰ্য্য সত্য

এক চমু বিশ্লেষণ হ'ল–

১/ দুঃখ আৰ্যসত্য।

কামানুৰক্ত হৈ অবিদ্যাত বুৰ যোৱা বা মোহান্ধত মজি থকা লোকৰ কাৰণে এই জগতখন ভোগৰ আধাৰ। তেওঁলোক ৰং-ৰসত মজি জীৱন ভোগ কৰিবলৈ বিচাৰে। সেইসকলে দেখে যে সংসাৰখন মাত্ৰ অপৰিসীম ভোগৰ ঠাই। সেয়েহে তেওঁলোকে যি কোনো প্ৰকাৰে ভোগৰ বস্তু আহৰণ কৰি ভোগ কৰা আৰু ভোগত মগ্ন থকাতেই আসক্ত থাকে। তেনেজনে সংসাৰৰ যথাযথ স্বৰূপ নেদেখে। এনে বিলাস মত্ত অৱস্থাৰ মাজেদিয়েই তেওঁলোকৰ জীৱনলৈ মাহ-ডলা জাঁতৰ দৰে ৰোগ, ব্যাধি, বাৰ্দ্ধক্য, মৃত্যু আদি দুঃখ আহি পৰে। তেতিয়া মানুহৰ দেহ ভাঙনৰ ক্ৰিয়া আৰম্ভ হয়। যৌৱনৰ সুন্দৰ সুঠাম দেহ ব্যাধিগ্ৰস্ত হৈ দুৰ্বল নিস্তেজ হয়; ব্যাধিত ভুগি বৰ দুঃখ লগা হয়।

---

(২৫) 'যথাভূত' সত্য মানে 'পৰমাৰ্থ' সত্য। উদাহৰণ স্বৰূপে আমি সাধাৰণতে ব্যৱহাৰিক ভাষাত 'পানী' কওঁ। কিন্তু পদাৰ্থবিদ বা ৰসায়ণবিদৰ মতে 'পানী' বুলি কোনো বস্তু নাই। বৈজ্ঞানিক ভাষাত তাক $H_2{}^{\circ}$ বোলে অৰ্থাৎ জল-অণু দুই অংশ আৰু অম্লজান অণু এক অংশ যোগ হ'লেহে 'পানী' হয়। গতিকে বৈজ্ঞানিক ভাষাত 'পানী'ৰ 'যথাভূত' সত্য হ'ল $H_2{}^{\circ}$; আৰু সেয়াই বৈজ্ঞানিক ভাষাৰ 'পৰমাৰ্থ সত্য'; 'পানী' বুলি কোনো শব্দ নাই।

(২৬) 'অভিধৰ্ম' শব্দ উপসৰ্গ 'অভি' আৰু বহু অৰ্থযুক্ত 'ধৰ্ম' শব্দৰে গঠিত। 'অভি'ৰ অৰ্থ হ'ল 'অতিৰেক' (ডাঙৰ), বিশিষ্ট, সূক্ষ্ম বিচাৰ কৰিব পৰা, শ্ৰেষ্ঠ। সেই কাৰণে 'অভিধৰ্ম' মানে বহুল বা বিশিষ্টভাৱে বুজোৱা ধৰ্ম। 'অৰ্থকথা' মতে 'ধৰ্ম' হ'ল "যি দুষ্কৃতিৰ পৰা বচাই ধৰি থাকে, সেয়ে ধৰ্ম"। এয়া হ'ল সম্পূৰ্ণৰূপে বৌদ্ধসকলৰ নৈতিক মত। আন কথাত ক'বলৈ হ'লে 'ধৰ্ম' মানে 'সত্য'।



দেখা যায় যে কেঁচুৱা জন্ম হোৱাৰ লগে লগে পিতৃ-মাতৃ আদি সম্বন্ধীয়া লোকৰ মনত আনন্দ হয়। কিন্তু কেঁচুৱাই দুঃখত কান্দে। এয়া জন্ম দুঃখ। পিতৃ-মাতৃৰ বাবেও তাৰ ভাৱনা কৰি দুঃখৰ উৎপত্তি হয়। ভাল পোৱা প্ৰিয়জনৰ সৈতে 'বিয়োগ' অৰ্থাৎ এৰাএৰি, মৃত্যু আদি হ'লেও দুঃখ লাগে। অপ্ৰিয়জনৰ সৈতে 'সংযোগ' অৰ্থাৎ সংমিশ্ৰণ, শত্ৰুতা আদি সংঘটন হোৱাও দুঃখ লগা। ইপ্সিত বস্তু নাপালেও মনত দুঃখ লাগে। জুতি লগাই খাবলৈ ববলৈ বিচাৰি নাপালেও, লিখিব-পঢ়িব খুজি তাক নোৱাৰিলেও, বিলাসৰ সামগ্ৰী আচ-বাব আদি পাবৰ ইচ্ছা কৰি তাক লাভ কৰিব নোৱাৰিলে আৰু নানা কাৰণে শাৰীৰিক-মানসিক দুঃখ আছেই। এজন ধনী, আনজন দুখীয়া। এজন সুখী, আনজন দুঃখী। এজন গৌৰৱময়, আনজন নিন্দিত। এজনৰ লাভ, আনজনৰ লোকচান। আকৌ এই ধনী, সুখী, গৌৰৱ, লাভ আদি সদায় একে ধৰণেও নাথাকে। এনেবোৰ ঘটে কিয়? এই অসমতা কিয়? ইয়াৰ কাৰণ কি?

## জীৱৰ পঞ্চ উপাদান

বুদ্ধদেৱে কৈছে যে ইয়াৰ কাৰণ সংক্ষেপত ক'বলৈ গ'লে 'পঞ্চ উপাদান স্কন্ধ'ই হৈছে দুঃখময়। এই 'পঞ্চ-উপাদান'নো কি? এয়া হ'ল– (১) ৰূপ-স্কন্ধ, (২) বেদনা স্কন্ধ, (৩) সংজ্ঞা স্কন্ধ, (৪) সংস্কাৰ স্কন্ধ আৰু (৫) বিজ্ঞান স্কন্ধ। এই পাঁচ-স্কন্ধক 'নাম-ৰূপ' বুলিও কোৱা হয়। বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান স্কন্ধক একেলগে বৌদ্ধ ধৰ্মত 'নাম' বুলি কোৱা হয়। এই চাৰি স্কন্ধৰ কোনো ৰূপ নাই, 'নাম'হে আছে। যিকোনো 'সত্ত্ব' (প্ৰাণ)ৰ শাৰীৰিক 'ৰূপ' চাৰি মহাভূত (পৃথ্বী, আপ, তেজ আৰু বায়ু) প্ৰত্যয়ৰ (২৭) আশ্ৰয় লৈহে গঠিত হয়। গতিকে এই ৰূপ যৌগিক বা একেলগে গোট খাই হোৱা সমূহ বা 'স্কন্ধ'ৰ 'নাম'কো যৌগিক বোলা হয়। যৌগিক প্ৰত্যয়ত অৰ্থাৎ আশ্ৰিত হৈ যিকোনো জড় বা অজড় (অৰ্থাৎ চেতন বা অচেতন) পদাৰ্থৰ উৎপত্তি আৰু শ্ৰীবৃদ্ধি হোৱাৰ বাবে ই ক্ষয়, বিলয় আৰু ধ্বংসপ্ৰাপ্ত হোৱাটো স্বাভাৱিক ধৰ্ম বা নিয়ম। ই এক নিৰ্দিষ্ট ৰীতিত ঘটে। কোনো কাৰ্যকাৰণ নীতি, হেতু বা কাৰণৰ ওপৰত প্ৰতিষ্ঠিত হৈ উৎপন্ন হোৱা যিকোনো বস্তুৰেই নশ্বৰ বা অস্থায়ী। সেইকাৰণে অসাৰ আৰু অনিত্য।

ইয়াত চমুকৈ উল্লেখ কৰিব পাৰি যে মানুহৰ জীৱন নিৰ্বাহৰ কাৰণে বা সুবিধাৰ্থে লগা কোনো বস্তুৰ 'সন্নিৱিষ্ট' অৱস্থাকে সৰ্বসন্মতিক্ৰমে এটা নাম দিয়া হয়, সেয়া হ'ল 'ব্যৱহাৰিক সত্য', যেনে– ৰথ, ঘৰ, মানুহ, গৰু ইত্যাদি। বিভিন্ন উপকৰণ অৰ্থাৎ চকা, দণ্ড, ঈশ, ধোৱা, ৰচি আদি গোটাই সংহত সুসংবদ্ধ কৰি 'ৰথ' নামৰ বস্তুটো তৈয়াৰ কৰা হয় আৰু এই ৰথ 'ব্যৱহাৰিক সত্য' হিচাপে সকলোৱে বুজে, তেনেকৈ বৌদ্ধ ধৰ্মৰ মূল দৰ্শন আলোচনা কৰোঁতে জড় পদাৰ্থৰ গুণাৱলীক সাঙুৰি লৈ 'সমূহ'

---

(২৭) 'প্ৰত্যয়' মানে কাৰণ, হেতু, নিদান, উপকাৰক বা সাহায্যকাৰী। যিকোনো এটা সাহায্যকাৰী 'প্ৰত্যয়'ৰ অভাৱ হ'লে সেই যৌগিক বস্তু গঠিত নহয়।

গুণ হিচাপে তাৰ যি নাম দিয়ে, তাক 'স্কন্ধ' বোলে। এই 'স্কন্ধ' হ'ল 'পৰমাৰ্থিক সত্য' বা 'যথাভূত'। পৰমাৰ্থিক সত্যমতে ৰথ, ঘৰ, মানুহ, গৰু বুলি নাই, আনকি সত্ত্ব (প্ৰাণী) বা আত্ম বুলিও নাই। আছে মাত্ৰ 'স্কন্ধ'। কোনো সত্ত্ব (প্ৰাণী)ক যেনে-- মানুহ, গৰু আদি প্ৰাণীবিলাকৰ সাধাৰণ গুণাৱলীৰ নিখুঁত বিশ্লেষণ কৰিলে পোৱা যায় যে সকলো প্ৰাণীৰ নিজ নিজ 'ৰূপ' (আকাৰ, বৰ্ণ) আছে। ইয়াতে কোনো নিৰ্দিষ্ট ঠাই জুৰি থাকে (বিস্তৃতি আছে)। কঠিনতা কোমলতা আছে; জীৱ আছে; পুং-স্ত্ৰী আছে; আহাৰ খাই জীয়াই' থাকে; জন্ম হয়, বাঢ়ে আৰু মৃত্যু হয়। এই সকলোবিলাক 'ৰূপ'ৰ ভিতৰত পৰে। গতিকে 'ৰূপ স্কন্ধ' হ'ল, যি পৰিৱৰ্তন হয় বা ধ্বংসপ্ৰাপ্ত হয়, কোনো বিভিন্ন থুপ বা 'সমূহ'ৰে গঠিত হয় সেয়েই 'ৰূপ স্কন্ধ'।

(১) 'ৰূপ স্কন্ধ' ঃ 'ৰূপ স্কন্ধ' বোলোতে 'ৰূপ' বা জড়পদাৰ্থৰ লগতে ৰূপৰ গুণাৱলীকো সাঙুৰি লৈছে। এই 'ৰূপ' বা 'জড় স্থিতি দুবিধ। (ক) মহাভূত ৰূপ আৰু (খ) উপদা বা উৎপন্ন ৰূপ, যি এই মহাভূত ৰূপৰ ক্ৰিয়াত উৎপন্ন হয়।

(ক) মহাভূত হ'ল– চাৰিবিধ (প্ৰকাৰ)। (১) পৃথ্বী, (২) আপ্, (৩) তেজ আৰু (৪) বায়ু।

এই চাৰিমহাভূত হ'ল 'ৰূপ'ৰ গুৰি বা মূল। ই এটাৰ লগত আনটো জড়িত আৰু নিৰ্ভৰশীল। বুদ্ধদেৱে এই ধাতুবিলাকৰ 'পৰমাণু'ক চিত্তেৰে বিশ্লেষণ কৰি পালে যে ই মাত্ৰ কোনো বিজড়িত বা মুঠ বন্ধা ধাতু বা শক্তিৰ আত্মপ্ৰকাশ মাথোন, যাক বুদ্ধদেৱে 'পৰমাৰ্থ' বা 'যথাভূত' বুলিছিল। এই পৰমাৰ্থৰ মূল চাৰিটা হ'ল– পৃথ্বী, আপ, তেজ আৰু বায়ু। এই শব্দবিলাকৰ দ্বাৰা কোনোৱেই আমি বাসকৰা এই পৃথিৱী, পানী, জুই আৰু বায়ু আদিয়েই বুলি বুজিব নালাগে।

'পৃথ্বীধাতু' বুলিলে 'বিস্তৃত', 'বিস্তাৰ' বা 'অৱৰোধ কৰা' মূলীভূত গুণক বুজায়। এই গুণ নাথাকিলে কোনো বস্তুৱে ঠাই আগুৰিব নোৱাৰে। টান বা কোমল দুয়োটাই পৃথ্বী ধাতুৰ দুটা পৰ্যায়হে। এই 'বিস্তাৰ' গুণ আপ, তেজ আৰু বায়ু ধাতুতো আছে।

'আপ' ধাতু হ'ল– 'ধাৰণ' (ধৰি থকা) গুণ। এই গুণটোৱে সিঁচৰিত 'পৃথ্বী' ধাতুৰ পৰমাণুবিলাকক একেলগে ধাৰণ কৰি আমাৰ এই শৰীৰটোৰ 'ৰূপ' দিছে। 'তেজ' ধাতু হ'ল 'তাপ' গুণ। তাপ হীন পদাৰ্থ নাই। উষ্ণতা বা শীতলতা তাপৰ তুলনামূলক কম-বেছি পৰিমাণৰ জোখৰ ৰিজনিৰ অৱস্থা মাত্ৰ। এই তেজ ধাতুৰ পৰাই শৰীৰৰ জীৱনী শক্তি, সংৰক্ষণ আৰু ক্ষয় হয়।

'বায়ু' ধাতু হ'ল– 'গতি' গুণ। শৰীৰ লৰচৰ কৰা এই গুণৰ পৰাই হয়।

উপদা ৰূপ ঃ– তাৰ পাছত এই মৌলিক চাৰিমহাভূতৰ পৰা 'উৎপন্ন' ৰূপ হ'ল-- 'প্ৰসাদৰূপ' (অনুভূতি গুণ বা ইন্দ্ৰিয়) নাক, কাণ আদি; 'গোচৰ ৰূপ' (বা ইন্দ্ৰিয়ৰ পৰা লাভ কৰা গুণ)– দৃষ্টি, ঘ্ৰাণ, শব্দ আদি; 'ভাব ৰূপ'– (পুৰুষ-স্ত্ৰী); 'হৃদয় ৰূপ'; 'জীৱিত ৰূপ' (জীৱন); 'আহাৰ ৰূপ' (কবলিত খাদ্য বা পৰিপুষ্টি); 'পৰিচ্ছেদ ৰূপ' (লঘুতা, মৃদুতা); 'লক্ষণ ৰূপ' (বৃদ্ধি, জড়তা, অনিত্যতা)। এই ৰূপসমূহকে 'ৰূপ স্কন্ধ' বোলে। ইয়াৰ ভিতৰত আছে 'চাৰি মহাভূত' ৰূপ আৰু চৌবিশটা 'উপদা'



ৰূপ, সৰ্বমুঠ আঠাইশটা।

(২) বেদনা স্কন্ধ ঃ চিত্তৰ প্ৰতিটো চিন্তা মুহূৰ্তই বেদনা বা অনুভূতিৰে গঠিত। কোনো বিষয়বস্তু বা আলম্বন অৰ্থাৎ গয়না যেতিয়া ইন্দ্ৰিয়ৰ গোচৰলৈ আহে, তেতিয়া আলম্বনৰ ৰসানুভূতি জাগে। চিত্তৰ এই অনুভূতিকে 'বেদনা' বোলে। এই বেদনা বা অনুভৱ সকলো সময়তে একে নহয়। মনে বিচৰা সোৱাদ হ'লে 'সুখ বেদনা' হয়। তাৰ বিপৰীত বা তিতালগা বা দুঃখ লগা অনুভূতি হ'লে দুঃখ বেদনা হয়। কেতিয়াবা সুখৰো নহয় বা দুঃখৰো নহয়। তেনে অনুভূতি হ'লে 'ন-দুঃখ-ন-সুখ' বা 'উপেক্ষা' বেদনা হয়। এই দুঃখ বেদনা বা সুখ বেদনা শাৰীৰিক অনুভূতিৰ গুণ। আৱেগ মিহলি সুখ আৰু দুঃখ বেদনা হ'লে মানসিক অনুভূতিৰ ৰূপ লয়, 'মনোবেদনা' হয়। আবেগভৰা সুখ বেদনা হ'লে 'সোমনস্য' হয়; আবেগ মিহলি দুঃখ বেদনা হ'লে 'দোমনস্য' হয়। মুঠতে চকু, কাণ, নাক আদি ছয় ইন্দ্ৰিয়ৰ গোচৰলৈ অহা বিষয়ৰ ৰসানুভৱ বা ৰস উপলব্ধি কৰাই হ'ল 'বেদনা'। এই ওপৰুক্ত পাঁচবিধ বেদনা হ'ল-- (১) সুখ বেদনা, (২) দুঃখ বেদনা, (৩) উপেক্ষা বেদনা, (৪) সোমনস্য বেদনা আৰু (৫) দোমনস্য বেদনা। এয়া হ'ল 'বেদনা স্কন্ধ' বা 'বেদনা'সমূহ।

(৩) সংজ্ঞা স্কন্ধ ঃ ই হ'ল বোধজ্ঞান বা বোধগম্যতা। ইয়াৰ উৎপত্তিৰ মূল ঠাই কি? আৰু কেনেকৈ হয়। আলম্বন অৰ্থাৎ কোনো বস্তুৰ ওপৰত গয়না লৈ হোৱা জ্ঞানৰ সম্বন্ধে যি প্ৰাথমিক জ্ঞান সেয়ে সংজ্ঞা (২৮)। কোনো সমল ইন্দ্ৰিয়ৰ গোচৰলৈ অহাৰ লগে লগে বস্তুৰ আকাৰৰ পৰিচয় মাত্ৰহে হয়। আৰু এই আকাৰৰ পৰিচয়ে বিভিন্ন বিষয়ে বস্তুৰ মাজত থকা পাৰ্থক্যহে বুজায়। উদাহৰণস্বৰূপে আমাৰ আলম্বন যদি 'মানুহ' হয়, চকু আদি ইন্দ্ৰিয়পথত সেই 'মানুহ' প্ৰতিবিম্বিত হয়, তেতিয়া আমি জানো বা বুজিব পাৰোঁ যে সেয়াই 'মানুহ', অৰ্থাৎ আকাৰ-আকৃতিৰে বুজোৱা অন্যবোৰ যেনে গৰু, সাপ আদিৰ পৰা 'মানুহ'ৰ আকাৰ বেলেগ। তাকে 'সংজ্ঞা' স্কন্ধ বোলে। এই বেলেগ বেলেগ সংজ্ঞাকে 'সংজ্ঞা স্কন্ধ' বোলে।

(৪) সংস্কাৰ স্কন্ধ ঃ অবিদ্যা বা মোহৰ বাবে অতীত জীৱনৰ কৰ্মৰাশিৰ দ্বাৰা যি মানসিক ধাৰণাবোধ বা চেতনা জাগে, তাকে 'সংস্কাৰ' স্কন্ধ বোলে। আচলতে চেতনাইহে কৰ্মলৈ পৰিণত হয়। প্ৰতিকৰ্মৰ মূলতে আছে কাম সম্পাদন কৰাৰ চেতনা। এই কৰ্ম সম্পাদন বা যি কাম কৰা হয়, সি কুশল কৰ্ম, অকুশল কৰ্ম বা অব্যাকৃত (অব্যক্ত) কৰ্ম অৰ্থাৎ কুশল কৰ্মও নহয় বা অকুশল কৰ্মও নহয় এনে হ'ব পাৰে। এই অতীত বৰ্তমান আৰু ভৱিষ্যৎ কৰ্মৰাশিৰ চেতনাসমূহকে 'সংস্কাৰ স্কন্ধ' বোলে।

(৫) বিজ্ঞান স্কন্ধ ঃ আমি সাধাৰণতে 'বিজ্ঞান' বোলা কথাযাৰ যি অৰ্থত ব্যৱহাৰ কৰোঁ, ইয়াত সি সেই অৰ্থত ব্যৱহাৰ নহয়। ইয়াত 'জনা' অৰ্থতহে 'বিজ্ঞান' শব্দৰ ব্যৱহাৰ হয়। ইয়াৰ অৰ্থ হৈছে বিবেক জ্ঞানবোধ হোৱা। সঙ্কীৰ্ণ অৰ্থত 'বিজ্ঞান' শব্দই 'মন'কেই বুজায়। ইয়েই 'সংস্কাৰ' স্কন্ধৰ কাৰ্যকাৰণক শৃঙ্খলাৰে চলাই নি ভৱিষ্যৎ

(২৮) সংজ্ঞা, বিজ্ঞান, প্ৰজ্ঞা আদি শব্দই জ্ঞানৰ ক্ৰমোন্নত স্তৰকে বুজায়।

জীৱনৰ গতি নিমিত্ত ৰচনা কৰে। সেই কাৰণে ইয়াক 'প্ৰতিসন্ধি বিজ্ঞান' আৰু 'প্ৰতিসন্ধি চিত্ত'ও বোলে আৰু ইয়াকেই 'বিজ্ঞান স্কন্ধ' বোলে।

এই পঞ্চ স্কন্ধ কাৰ্যকাৰণ প্ৰত্যয়ৰ ওপৰত প্ৰতিষ্ঠিত। সেই কাৰণেই চাৰি মহাভূত আৰু তাৰ পৰা উৎপন্ন বা জড়িত ৰূপৰ আৰু বেদনা, সংজ্ঞা, সংস্কাৰ, বিজ্ঞান এই বাকী চাৰি স্কন্ধৰ যিকোনো এটাৰ স্কন্ধৰ স্থিতিৰ তাৰতম্য হ'লেই জন্ম, জৰা, ব্যাধি, মৃত্যু আদি সংঘটিত হয়। সামান্য উদাহৰণ হ'ল— আমাৰ দেহ যৌগিক চাৰি মহাভূত প্ৰত্যয়ৰ ওপৰত প্ৰতিষ্ঠিত আৰু কৱলীকৃত বা কলেবৰ গঠন কৰা আহাৰৰ দ্বাৰা সংৰক্ষিত। তাপ-শীত (তেজ ধাতু) নিয়ন্ত্ৰণৰ অথবা খোৱা আহাৰৰ ব্যতিক্ৰম হ'লেই আমাৰ দেহ (ৰূপ)ত ব্যাধি সংঘটিত হয়। সময় সাপেক্ষে এই ৰূপ, বেদনা, সংস্কাৰ আদি স্কন্ধৰ বিলয় (মৃত্যু) হয়। এয়েই দুঃখ আৰ্য্যসত্য।

মুঠতে প্ৰথম দুঃখ আৰ্য্যসত্যৰ সংস্কাৰ আৰু বিজ্ঞান স্কন্ধৰ পৰা চমুকৈ ইয়াকে বুজিব পাৰি যে এই জন্ম গ্ৰহণ কৰাৰ পাচত মৰিলেই তাৰ সকলো শেষ নহয়। এই জনম মাত্ৰ জন্ম-জন্মান্তৰসোঁতৰ এচোৱাহে মাথোন। জন্মৰ সৈতে এই দুঃখবিলাক ৰোগ-ব্যাধি, জৰা-বাৰ্দ্ধক্য জ্বালা-যান্ত্ৰণা, শোক-সন্তাপ, মৃত্যু-অপমৃত্যু আদিৰ আকাৰত জড়িত থাকিবই, এৰাব নোৱাৰে। সেইকাৰণে বুদ্ধদেৱে কৈছে যে এই 'দুঃখ আৰ্য্যসত্য' 'পৰিজ্ঞাতব্য' অৰ্থাৎ জানিবৰ বা বুজিবৰ যোগ্য আৰু জানিব লাগে। তেহে দ্বিতীয় আৰ্য্যসত্য 'দুঃখ সমুদয়' (দুঃখৰ উৎপত্তি) ক'ৰ পৰা কেনেকৈ হয় উপলব্ধি কৰিব পাৰিব। সেই দুঃখ নিৰোধৰ কিবা উপায় আছে নে? যদি আছে, সেই পথ কি তাক কামত খটাবলৈ চেষ্টা কৰিব লাগিব।

## ২। দুঃখ সমুদয় আৰ্য্যসত্য ঃ-

আগতে সংক্ষেপে কোৱা হৈছে যে 'ভৱৰ পৰা ভৱান্তৰলৈ কাম-তৃষ্ণাই আনন্দেৰে নন্দিৰাগক অভিনন্দন কৰে' অৰ্থাৎ এটা জন্মৰ পৰা আন এটা পাচৰ জন্মলৈ সকলো জীৱই কাম-তৃষ্ণাত কামাৰ্ত কামিনীৰ অভিনন্দিত পাত্ৰ-পাত্ৰী হয়। পোহৰৰ লগে লগে তাপো উৎপত্তি হোৱাৰ দৰে এই 'তৃষ্ণা'ৰ সৈতে সকলো দুঃখৰো উদয় হয়। 'তৃষ্ণা' মানে আকৰ্ষণকাৰী লোভ, উপভোগ কৰিবৰ হেঁপাহ হ'ল আসক্তি, কামনা। পানী দেখিলে পানী খাবৰ ইচ্ছা কৰাৰ দৰে আকাংক্ষাই 'তৃষ্ণা'।

এই 'কামাৰ্ত কামিনীৰ অভিনন্দিত পাত্ৰ-পাত্ৰী'ৰ অৰ্থ বহলভাৱে চালে তৃষ্ণা প্ৰসাৰিত হয় স্ত্ৰী-পুত্ৰ, ধন-সম্পত্তি, মাটি-বাৰী, গৌৰৱ-যশস্যা ইত্যাদিত। স্ত্ৰীৰ আৰু পুৰুষৰ পৰস্পৰৰ মাজত থকা 'কাম-তৃষ্ণাই' পৰস্পৰক আকৰ্ষণ কৰে, অভিনন্দন কৰে আৰু তাতে আনন্দ পায়। তাকেই 'নন্দিৰাগক অভিনন্দিত' কৰা বোলে। সৰল কথাত ক'বলৈ গ'লে সুন্দৰ চেহেৰাৰ ৰূপ, ধুনীয়া গীত, সুগন্ধ বস্তু, সোৱাদ খাদ্য আদি ইন্দ্ৰিয়ৰ গোচৰ হ'লেই তাৰ প্ৰতি আকৰ্ষিত হোৱা যায়। এই আকৰ্ষণেই হ'ল 'কাম-তৃষ্ণা' বা কাম-আসক্তি। জীৱ তেতিয়াই তৃষ্ণাৰ বন্ধনত আবদ্ধ হয়। ভোগৰ কাৰণেই তৃষ্ণা হয়। এই তৃষ্ণা ৩ বিধ। (১) কাম-তৃষ্ণা, (২) ভৱ-তৃষ্ণা আৰু (৩) বিভৱ তৃষ্ণা।



মুঠতে এই তিনিবিধ তৃষ্ণা ওতপ্ৰোতভাৱে জড়িত। এই কাম-তৃষ্ণাৰ পাশৰ লগত জীৱ বা মানুহ ভৱ তৃষ্ণা (অৰ্থাৎ কৰ্মভৱ আৰু উৎপত্তি ভৱ) আৰু বিভৱ তৃষ্ণাৰ পাশতো আবদ্ধ হৈ পৰে। ইয়েন ঠিক মকৰাই নিজৰ ভোগৰ বস্তু ধৰিবৰ কাৰণে নিজে জাল গুঠি সেই জালত ওলমি পৰাৰ দৰে জীৱও নিজৰ তৃষ্ণাৰ জালত নিজেই আবদ্ধ হয়।

কাম-তৃষ্ণাৰ সৈতে ভৱ-তৃষ্ণা (উৎপত্তি, জন্ম) জড়িত। এই ভৱ-তৃষ্ণাত মোহ আৰু ভোগ পুৰাবৰ কাৰণে যি কৰ্ম কৰিব লগা হয়, সেয়ে কৰ্ম-ভৱ। এই কৰ্ম-ভৱ যি নতুন উৎপাদনৰ সৈতে জড়িত হয় সেয়ে উৎপত্তি-ভৱ আৰু ইয়াৰে সৈতে জাতি (জন্ম) আৰু জৰা-মৃত্যু জড়িত। বোধিসত্ত্ব গৌতমে সংসাৰ ত্যাগ কৰি জন্ম-মৃত্যুৰ পৰা হাত-সাৰিবৰ উপায় বিচাৰিহে সন্ন্যাসী হৈছিল। তেওঁ ধ্যানত পালে যে বিভিন্ন বিশেষ আকাৰৰ দ্ৰব্য-সম্ভাৰ বা বস্তুৰ সন্নিবেশ বা লগ-লগাই লোৱাত যি বিশেষ বস্তু এটাৰ সৃষ্টি হ'ল, তাৰ নাম যেনেকৈ 'ৰথ' দিয়া হয়, তেনেকৈয়ে মানুহো হয় আৰু নাম লয় 'মানুহ'। তাত কোনো ব্যক্তি সত্তা নাই, আছে মাত্ৰ পৰমাৰ্থিক 'ধৰ্ম' আৰু 'সংস্কাৰ'ৰ প্ৰবাহহে। 'পৰমাৰ্থিক ধৰ্ম' বোলেতে প্ৰাকৃতিক নিয়মত যি স্বভাৱগতভাৱেই ধাৰণ কৰি আছে তাকেই বুজায়। যেতিয়ালৈকে এই ধৰ্ম আৰু সংস্কাৰ আছে, তেতিয়ালৈকে এই উৎপত্তি আৰু লয় ঘটি থাকিব। এই কাৰ্যকাৰণৰ শৃঙ্খলা বুদ্ধদেৱে দেখি উপলব্ধি কৰিলে যে এটিৰ লয়ত আনটিৰ উৎপত্তিৰ কাৰণ হয় অৰ্থাৎ কাঠ-লোহা আদিৰ আগৰ স্বৰূপ সলনি হৈ চকা হৈ, ৰথে গঢ় ল'লে। এটাৰ আগৰ ৰূপৰ লয় পোৱাৰ পাচত সিয়েই আন এটা ৰূপ উৎপত্তিৰ কাৰণ হয়। ইয়াকেই 'অভিধৰ্ম'ত 'প্ৰতীত্য সমুৎপাদ' (২৯) বোলে। এই 'প্ৰতীত্য সমুৎপাদ'ক 'ভৱ-চক্ৰ' বুলিও কোৱা হয়। আগতে উনুকিওৱা হৈছে যে বুদ্ধদেৱে বহাগী পূৰ্ণিমাত বুদ্ধত্বপ্ৰাপ্তিৰ ৰাতি প্ৰথম প্ৰহৰত 'পূৰ্ব-নিবাসানুস্মৃতি' অৰ্থাৎ অতীত জন্মৰ কাহিনীৰ সৈতে দ্বিতীয় প্ৰহৰত 'চ্যুতোৎপত্তি' অৰ্থাৎ জন্ম -মৃত্যুৰ ৰহস্যৰ 'কাৰ্যকাৰণ নীতি'ও আয়ত্ত কৰিছিল। এই 'কাৰ্যকাৰণ নীতি'য়েই 'প্ৰতীত্য সমুৎপাদ' নীতি।

## প্ৰতীত্য সমুৎপাদ

বুদ্ধদেৱে দেখিলে যে (১) এই সংসাৰত সকলো জীৱৰ বাৰ্দ্ধক্য, ব্যাধি, শোক,

(২৯) 'প্ৰতীত্য-সমুৎপাদ'ৰ কাৰ্যকাৰণ নীতি হ'ল এটা কাৰ্যৰ প্ৰত্যয় বা হেতুৰ সহায়ত আনটো এটা কাৰ্য সম্পাদিত হয় আৰু এই সম্পাদিত কাৰ্যই পাচৰ কাৰ্যৰ কাৰণ হয়। পালিভাষাত 'ইমস্মিং সতি ইদংহোতি। ইমস্স উপ্পাদা ইদং উপজ্জতি। ইমস্মিং অসতি ইদং ন হোতি। ইমস্স নিৰোধা ইদং নিৰুজ্ঝতী'তি।' অৰ্থাৎ 'এয়া হ'লে সেয়াৰ উৎপত্তি হয়। ইয়াৰ উৎপত্তিতে সেয়াৰ উৎপত্তি হয়। এয়া নহ'লে সেয়া নহয়। ইয়াৰ নিৰোধত সেয়াও নিৰুদ্ধ হয়।' উদাহৰণ স্বৰূপে— ডাৱৰৰ কাৰণে বৰষুণ পৰিল। বৰষুণ পৰাৰ কাৰণে বাট পিচল হ'ল। বাট পিচল হোৱাৰ কাৰণে মানুহজন পৰিল। পৰাৰ কাৰণে ভৰি ভাঙিল। ইয়াত ভৰি ভঙাৰ কাৰণ হ'ল ডাৱৰ। ডাৱৰ নহ'লে বৰষুণ নপৰে। বৰষুণ নপৰিলে বাট পিচল নহয়। বাট পিচল নহ'লে মানুহজন নপৰে। নপৰিলে তেওঁৰ ভৰিও নাভাঙে।

সন্তাপ, মৃত্যু আদি অৱস্থাবোৰৰ সকলোবে দুঃখৰ কাৰণ হ'ল জন্ম। (২) জন্ম হ'লেই এই সকলো দুঃখে জুমুৰি দি ধৰে। এই জন্মৰ (৩) কাৰণ হ'ল ভব অৰ্থাৎ ব্যক্তিত্বৰ স্থিতি। ই যেন ভৱিষ্যতৰ সঁচ। ঠিক যেন কন্যাই কাবোবাৰ পত্নীৰূপে স্থিতি ল'বলৈহে ইচ্ছা কৰিছে। এই ভবৰ কাৰণ হ'ল- (৪) উপাদান অৰ্থাৎ দৃঢ়ৰূপে গ্ৰহণ কৰা। কোনো আশা কৰা বা বিচৰা বস্তুৰ প্ৰতি প্ৰবল অনুৰাগ বা আসক্তি। এই উপাদান বা আসক্তিৰ কাৰণ হ'ল– (৩) তৃষ্ণা। তৃষ্ণা থাকিলে আসক্তি হ'বই। তৃষ্ণাৰ উৎপত্তিৰ গুৰি হ'ল- - (৬) বেদনা বা অনুভূতি। এই অনুভূতিৰ কাৰণেই তৃষ্ণাৰ উদয় হয়। বেদনাৰ কাৰণ হ'ল ৰূপ, শব্দ, গন্ধ, ৰস, স্পৰ্শ আদি ইন্দ্ৰিয় গ্ৰাহ্য বস্তুৰ চকু, কাণ, নাক, জিভা, কায় আৰু মন আদি ইন্দ্ৰিয়ৰ সৈতে (৭) স্পৰ্শ। এই স্পৰ্শৰ সহায়কাৰী ছয় ইন্দ্ৰিয়ৰ ছয় উৎপত্তি ভূমি বা আয়তন আছে। যেনে চক্ষু আয়তন, শ্ৰোত্ৰ আয়তন, ঘ্ৰাণ আয়তন, জিহ্বা আয়তন, কায় আয়তন আৰু মন আয়তন। ইয়াক (৮) যড়ায়তন বোলে। এই যড়ায়তন প্ৰাণীৰ ভৌতিক দেহ আৰু মানসিক দেহ (মন-আয়তন) (৯) নাম-ৰূপ থাকিলেহে থাকে। এই নাম-ৰূপ উৎপত্তি হোৱাৰ কাৰণ হ'ল (১০) বিজ্ঞান (প্ৰতিসন্ধি বিজ্ঞান)। এই প্ৰতিসন্ধি বিজ্ঞানৰ উৎপন্ন হয়, শুভ বা অশুভ কৰ্মানুষ্ঠানৰ সৈতে জড়িত অতীত জীৱনৰ কৰ্মৰাশিক (১১) সংস্কাৰ বা পৰিণামৰ ধাৰা (মানসিক ধাৰণা আৰু চেতনাবোধ) আদিৰ পৰা। এই সংস্কাৰ কিয় হয়? ইয়াৰ শেষ উত্তৰ হ'ল (১২) অবিদ্যা অৰ্থাৎ অজ্ঞানতা বা সত্য উপলব্ধিৰ অভাৱত সংস্কাৰ উৎপন্ন হয়। এই অবিদ্যাৰ কাৰণেই পুনৰ জন্ম, ৰোগ, শোক সন্তাপ, মৃত্যু আদি সকলো দুঃখৰ উৎপত্তি হয়।

গতিকে দেখা গৈছে যে এই (১) অবিদ্যাই (মোহ বা অজ্ঞানতা) হ'ল– সকলো দুঃখৰ মূল কাৰণ। এই অবিদ্যা প্ৰত্যয় বা হেতুতে (২) সংস্কাৰৰ উৎপন্ন হয়। অবিদ্যাৰ নিৰ্মূল হ'লেই সংস্কাৰৰ নিৰোধ বা উৎপত্তিৰ বন্ধ হ'ব। সংস্কাৰ নহ'লে (৩) বিজ্ঞান নহ'ব। বিজ্ঞান (প্ৰতিসন্ধি-বিজ্ঞান) নহ'লে (৪) নাম-ৰূপ নহ'ব। নামৰূপ নহ'লে (৫) যড়ায়তন নহ'ব। যড়ায়তন নহ'লে (৬) স্পৰ্শ নহ'ব। স্পৰ্শ নহ'লে (৭) বেদনা নুপজিব। বেদনা নুপজিলে (৮) তৃষ্ণাও নাজাগিব বা নহ'ব। তৃষ্ণা নহ'লে বা নাথাকিলে (৯) আসক্তি বা উপাদান নহ'ব। উপাদান নহ'লে (১০) ভব বন্ধ হ'ব। ভব নহ'লে (১১) জাতি বা জন্মৰ সঁচ নাইকিয়া হ'ব। জন্ম নহ'লে (১২) জৰা, ব্যাধি, শোক, সন্তাপ, মৃত্যু আদি একোৱেই নাথাকিব। পুনৰ জন্ম সম্পূৰ্ণৰূপে বন্ধ বা নিৰুদ্ধ হ'ব। সেয়ে হ'ব নিৰ্বাণৰ অৱস্থা।

এই প্ৰতীত্য-সমুৎপাদত কোৱা হৈছে যে এটা প্ৰত্যয়ৰ অৰ্থাৎ হেতু, বা নিদান বা সহায়কাৰী কাৰণ উৎপত্তিয়ে পাচৰটো প্ৰত্যয়ৰ উৎপত্তিৰ কাৰণ হয়। উদাহৰণস্বৰূপে অতীত বা পূৰ্বজন্মৰ সৈতে বৰ্তমান জন্মৰ আৰু বৰ্তমান জন্মৰ সৈতে ভৱিষ্যৎ জন্মৰ কাৰ্যকাৰণ শৃঙ্খলাও এই নীতিতেই চলে। ফঁহিয়াই চালে এনে ধৰণৰ হয়, যেনে-

**পূৰ্ব জনমৰ অন্তমান ভব– (পূৰ্ব জন্ম)** মূল কাৰণ (১) অবিদ্যা আৰু (২) সংস্কাৰ সৈতে (৮) তৃষ্ণা (৯) উপাদান আৰু (১০) ভব প্ৰত্যয়ৰ সহায়ত উদীয়মান (নতুন) জন্মৰ উৎপন্ন



হয়। এই অবিদ্যা আৰু সংস্কাৰেই 'পুনৰ জন্ম'ৰ কাৰণ হয়।

**উদীয়মান ভব– (বৰ্তমান জন্ম)** অতীত হৈ যোৱা 'অন্তমান ভব'ৰ সৈতে বৰ্তমানৰ উদীয়মান ভবৰ সংযোগ হোৱাত (৩) প্ৰতিসন্ধি বিজ্ঞান, (৪) নামৰূপ, (৫) যড়ায়তন, (৬) স্পৰ্শ, (৭) বেদনা, (৮) তৃষ্ণা (৯) উপাদান আৰু (১০) ভবৰ উৎপন্ন হ'ল। বৰ্তমান জন্মৰ সৈতে এই প্ৰত্যয়বিলাকৰ সম্বন্ধ আছে। কিন্তু (১) অবিদ্যা আৰু (২) সংস্কাৰ ইহঁতৰ সহায়কাৰী হৈয়ে থাকিল।

**উদীয়মান ভব– (ভৱিষ্যৎ জন্ম)** ওপৰুক্ত 'বৰ্তমান জন্ম'ৰ (১১) জাতি বা জন্ম হোৱাৰ লগে লগেই (১২) জৰা-মৃত্যু ঘটিবই। সেয়েহে পুনৰ 'ভৱিষ্যৎ জন্ম'ৰ কাৰণ বা প্ৰত্যয় হৈ পৰে। ইয়াতো সেই (১) অবিদ্যা আৰু (২) সংস্কাৰ সহায়কাৰীৰূপে জড়িত হয় আৰু (৮) তৃষ্ণা (৯) উপাদান আৰু (১০) ভবও সহায়কাৰী হয়।

বুদ্ধদেৱে দেখিলে যে এই 'প্ৰতীত্য-সমুৎপাদ'ৰ কাৰ্যকাৰণ শৃঙ্খলাত এই 'ভবচক্ৰ'ত যিমানেই ঘূৰিব, সিমানেই দুঃখৰ উদয় হ'ব। ইয়াৰ কাৰণ হ'ল 'তৃষ্ণা'। কিন্তু এই 'তৃষ্ণা' কি? কি কাৰণে, কিয়, কেনেকৈ ইয়াৰ উৎপত্তি হয়? ইয়াক বুজি নোপোৱাৰ (অবিদ্যাৰ) কাৰণে আৰু ইয়াৰ উৎপত্তিৰ বন্ধ কৰিবৰ (নিৰোধৰ) উপায় বুজি নোপোৱাৰ কাৰণে এই দুঃখৰ উৎপত্তি হয়। স্পষ্ট হ'বৰ কাৰণে এই 'প্ৰতীত্য-সমুৎপাদ'ৰ বাৰটা নিদান চমুকৈ ফঁহিয়াই চাব পাৰি।

১। অবিদ্যা– 'প্ৰতীত্য-সমুৎপাদৰ কাৰ্যকাৰণ শৃঙ্খলাত 'অবিদ্যা'ক মূল কাৰণ হিচাপে দেখুওৱা হ'লেও আচলতে অস্তিত্বৰ মূল 'অবিদ্যা' নহয়। কাৰণ ইয়াৰ পৰা জীৱ জগতৰ সৃষ্টি নহয়। বিশ্ব প্ৰজননো তাৰ ক্ৰিয়াৰ ফল নহয়। ই এটা অৱস্থা মাত্ৰ। এই অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰি আন এটা অৱস্থাৰ অৰ্থাৎ সংস্কাৰৰ উদ্ভৱ হয়।

মানুহে আদিম যুগৰ পৰা জনাৰ প্ৰয়াস কৰিছে। গ্ৰহ গ্ৰহান্তৰৰ ৰহস্য জনাৰ অভিযান চলিছে। জীৱনৰ বিভিন্ন ক্ষেত্ৰত অক্লান্ত জ্ঞান- চৰ্চাৰ ফলত মানুহৰ সভ্যতাৰো উচ্চতম শিখৰলৈ উন্নতি হৈছে। তথাপি মানুহৰ নিজক জনাৰ কাৰণে কৰা চেষ্টা বা প্ৰয়াস অতি কম। সেইবাবে নিজৰ বিষয়ে মানুহৰ যথাৰ্থ ধাৰণা নাই। যথাযথ ধাৰণাৰ এই অভাৱে সৃষ্টি কৰে মানুহৰ 'অবিদ্যা'। মোহত ডুব গৈ সত্য উপলব্ধি কৰিব নোৱাৰি জৰা, ব্যাধি, শোক-সন্তাপ, মৃত্যু আদি দুঃখপূৰ্ণ দেহ-ধাৰণক সুখৰ বুলি ভাবিছে। দেহৰ মাজত প্ৰতি মুহূৰ্ততে অবিৰাম নানা ৰূপান্তৰ হ'ব লাগিছে। শৈশৱৰ পৰা যৌৱন আৰু যৌৱনৰ পৰা বাৰ্দ্ধক্যলৈ এই ৰূপান্তৰ ঘটিব লাগিছে। এই দেহৰ ওপৰত কাৰো হাত

নাই। তথাপি 'মোৰ দেহ', 'মোৰ স্ত্ৰী-পুত্ৰ', 'মোৰ-মাটিবাৰী, যশস্যা সন্মানৰ অধিকাৰী ব্যক্তি' বুলি মানুহে ডাঠকৈ ভাবে। মন আৰু মানসিক বৃত্তিসমূহো আমাৰ অধীনত নচলে। 'অহং' বা 'মইমত' ভাবৰ এই ধাৰণাই দেহ আৰু মনকে অৱলম্বন কৰি জাগে। তেতিয়া মন সত্যা পৰা বহু দূৰলৈ আঁতৰি যায়। এনে মোহাচ্ছন্ন ব্যক্তিয়ে দুঃখ, দুঃখৰ উদয়, দুঃখৰ নিৰোধ আৰু দুঃখ নিৰোধৰ পথ অৰ্থাৎ চাৰি আৰ্য্যসত্যক হৃদয়ঙ্গম কৰিব নোৱাৰে। অজ্ঞতাই 'অবিদ্যা।' এই অবিদ্যাৰ কাৰণতেই দুঃখ পূৰ্ণ জীৱনৰ কাৰণ যথাযথভাৱে বুজিবলৈ জ্ঞানৰ অভাৱ ঘটে বাবেই পাচৰ নিদান সংস্কাৰৰ উৎপত্তি হয়।
২। সংস্কাৰ ঃ — প্ৰতীত্য-সমুৎপাদৰ কাৰ্যকাৰণ শৃঙ্খলাৰ মাজত 'সংস্কাৰ' (অতীত জীৱনৰ কৰ্মৰাশি)ও এটা চেতনা (৩০) এই চেতনাই পুনৰ কৰ্মত ৰূপান্তৰিত হয়। কিয়নো সচেতন চেষ্টা নকৰিলে কোনো কৰ্মই নহয়। গতিকে কৰ্মৰ মূলতে আছে কৰ্ম সম্পাদনৰ কৰ্ম পূৰ্ণ কৰাৰ চেতনা।

মনত যেতিয়া পূণ্য চেতনাৰ উদয় হয়, তেতিয়া মনত ভক্তি, প্ৰেম-প্ৰীতি আদি শুভ চেতনাৰ উদয় হয়। সেই চেতনাত অনুষ্ঠিত দান, পূজা, শীল-পালন আদি শোভন কৰ্মক 'কুশল কৰ্ম' বোলে। কিন্তু পুন্যভাৱ বা চিন্তাহীনতাৰ ফলত বিপৰীত অৱস্থা ঘটে। কাম, ক্ৰোধ, লোভ আদি পুণ্যহীন ভাব মনত হ'লে কায়, মন আৰু বাক্য দুৱাৰেৰে অপুণ্য কৰ্ম হৈ বহিৰ্প্ৰকাশ পায়। তেতিয়া গালি পৰা, চুৰ কৰা, হত্যা কৰা, ব্যভিচাৰ কৰা আদি গৰ্হিত অকুশল কৰ্ম হয়। সুকৰ্মৰ ফলত 'সুগতি' লাভ আৰু সুখৰ হয়। সেইদৰে অকুশল কৰ্মৰ ফল, বিপাক বা প্ৰতিক্ৰিয়া দুৰ্গতিময় আৰু দুঃখময় অৱস্থা হয়। এই পূণ্যময় বা পুণ্যহীন ভাব বা চেতনা বা সংস্কাৰ অতীত চেতসিক বা পূৰ্ব জীৱনত আৰ্জিত ফল। অতীত জীৱনৰ আৰ্জিত কৰ্মৰাশিৰ কাৰণৰ পৰাই পাছৰ জীৱনৰ 'প্ৰতিসন্ধি বিজ্ঞান'ৰ উৎপত্তি হয়।
৩। বিজ্ঞান ঃ জীৱৰ প্ৰবাহ মাত্ৰ চিত্তৰ বা চিন্তাৰ প্ৰবাহ। মৃত্যু আৰু নতুন জন্মৰ সন্ধিক্ষণটোৰে অতীত আৰু আসন্ন হৈ দুই ভাবৰ মাজত সেতু ৰচনা কৰে। সেয়েই হ'ল 'বিজ্ঞান' বা 'প্ৰতিসন্ধি বিজ্ঞান'। প্ৰতিসন্ধি চিত্ত হ'ল তাৰ উৎস। প্ৰতিসন্ধি চিত্তৰ পাছত নব জনমৰ গোটেই ভবাঙ্গ বোলা সোঁতৰ ধাৰা বৈ থাকে। 'ভবাঙ্গ সোঁত' মানে নদীৰ সোঁতৰ দৰে প্ৰবাহিত 'চিত্তৰ প্ৰবাহ'। এয়েই 'ভবাঙ্গ সন্ততি' বা ভবৰ অঙ্গ বা কাৰণ হয়। মৃত্যুকালত ইয়াৰ যবনিকা পৰে; চ্যুতি হয়। ইয়াকে 'চ্যুতি চিত্ত' বোলে। এই 'চ্যুতি চিত্ত'ৰ সৈতে পুনৰ নতুন জনমৰ 'প্ৰতিসন্ধি চিত্ত'ৰ সেতু ৰচনা হয়। এইদৰে আদি (প্ৰতিসন্ধি চিত্ত), মধ্য (ভবাঙ্গ চিত্ত) আৰু অৱসান (চ্যুতিচিত্ত) এই তিনিটা চিত্ত একেটা জীৱনতে তিনিটা ভাগ হৈছে। ইয়াত 'বিজ্ঞান' হল 'প্ৰতিসন্ধি চিত্ত। এই প্ৰতিসন্ধি চিত্ত মাজেৰে নতুন জীৱন লাভ কৰাৰ বা উৎপত্তি হোৱাৰ কাৰণ হ'ল 'সংস্কাৰ'। ইয়াৰ পাচত গোটেই জীৱনত প্ৰবাহিত চিত্তই হ'ল 'ভবাঙ্গ চিত্ত' আৰু জীৱন অৱসানত মৃত্যু চিত্তই হ'ল 'চ্যুতিচিত্ত'।

---

(৩০) বুদ্ধদেৱে কৈছিল, "চেতনাহং ভিক্খৱে কৰ্মং বদামি"। অৰ্থাৎ "ভিক্ষুসকল, চেতনাকেই মই কৰ্ম বুলি কৈ থাকোঁ" (অভিধৰ্মাৰ্থ সংগ্ৰহ)।



৪। নাম -ৰূপ ঃ প্ৰতিসন্ধি চিত্তই নতুন জীৱনৰ 'কৰ্মবীজ'ৰ সূচনা কৰে। 'কৰ্ম-বীজ' মানে প্ৰতিসন্ধি চিত্তই বীজ ৰোপণ কৰাৰ পাচত 'ভবাঙ্গ চিত্ত'ই বা ভবাঙ্গ চেতনাই নতুন জনমত সেই বীজক কৰ্মলৈ পৰিণত কৰি পাচৰ উৎপত্তিৰ গুৰি ধৰে। কিন্তু ৰূপ বা দেহ বিনা চিত্তৰ অস্তিত্ব সম্ভৱ নহয়। জীৱনৰ ভৌতিক দেহ হ'ল 'ৰূপ' স্কন্ধ আৰু বাকী চাৰিটা (বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান) স্কন্ধ মিলি কোৱা হয় "নাম" স্কন্ধ। এই পাঁচটা স্কন্ধ একেলগ হৈ প্ৰকাশ পালেই জীৱৰ উদ্ভৱ হয়। এই "নাম-ৰূপ"কেই "পঞ্চ-উপাদান স্কন্ধ" বুলিও কোৱা হয়। "ধৰ্ম্মচক্ৰ প্ৰবৰ্ত্তন "সূত্ৰত কৈছে যে এই পঞ্চ-উৎপাদন স্কন্ধৰ সংযোগ হলেই জীৱ ৰূপে জন্ম হয়। আৰু জীৱ জন্ম ললেই দুখৰ উৎপত্তি হয়।
৫। ষড়ায়তন ঃ- নিজৰ প্ৰয়োজনৰ সাধন পূৰ্ণ কৰাৰ কাৰনেই বহিৰ্জগতৰ সৈতে প্ৰতি জীৱ বা প্ৰাণীৰেই সমন্ধ ঘটে। নহলে তাৰ অস্তিত্বও সম্ভৱ নহয়। সেইকাৰণে প্ৰাকৃতিক নিয়ম অনুসাৰে প্ৰতি প্ৰাণীয়েই নিজ নিজ ভৌতিক আৰু (*) মানসিক দেহ ছটা ইন্দ্ৰিয় দুৱাৰ যুক্ত হয়। এই ইন্দ্ৰিয় দুৱাৰক কোৱা হয় "আয়তন"। "আয়তন" মানে "উৎপত্তি স্থান বা ভূমি"। এইদৰে ছটা "আয়তন" বা ইন্দ্ৰিয় দুৱাৰ হ'ল চক্ষু-আয়তন (চকু বিজ্ঞানৰ উৎপত্তি ভূমি), শ্ৰোত্ৰ আয়তন (কাণেৰে শুনা বিজ্ঞানৰ উৎপত্তি স্থল), ঘ্ৰাণ আয়তন (নাকেৰে গোন্ধ পোৱা বিজ্ঞানৰ উৎপত্তি স্থল), জিহ্বা আয়তন(জিভাৰে আস্বাদ লোৱা বিজ্ঞানৰ উৎপত্তি স্থল), কায় আয়তন (শৰীৰে স্পৰ্শ কৰা বিজ্ঞানৰ উৎপত্তি স্থান), আৰু মন-আয়তন(মন গোচৰ বিজ্ঞানৰ উৎপত্তিস্থান,মানসিক দেহ)

চকু ইন্দ্ৰিয় আৰু বহিৰ্দৃশ্য ৰূপৰ সৈতে সংযোগ (স্পৰ্শ) হলে যি চিত্ত উৎপন্ন হয়, তাকে চকু বিজ্ঞান বোলে। সেই দৰেই কাণ ইন্দ্ৰিয় আৰু বৰ্হিশব্দৰ সংযোগ বহি শব্দৰ সংযোগ হলে শ্ৰোত-বিজ্ঞান, নাক ইন্দ্ৰিয়ৰ সৈতে কোনো গন্ধৰ সংযোগ হলে ঘ্ৰাণ-বিজ্ঞান, জিভা ইন্দ্ৰিয় ৰ সৈতে কোনো ৰসৰ স্পৰ্শ হলে জিহ্বা বিজ্ঞান, কায় ইন্দ্ৰিয়ৰ সৈতে কোনো বহিৰ্বস্তুৰ স্পৰ্শ হলে কায়বিজ্ঞান আৰু মন ইন্দ্ৰিয়ৰ সৈতে মন-গোচৰ বিষয় সংযোগ হলে মনোবিজ্ঞান হয়। "নাম-ৰূপ" অৰ্থাৎভৌতিক দেহ আৰু মানসিক দেহৰ অস্তিত্বৰ কাৰনেই "ষড়ায়তন "ৰ উৎপত্তি।
৬। স্পৰ্শ ঃ- "স্পৰ্শ"ৰ অৰ্থ হল সংযোগ বা মিলন। ইন্দ্ৰিয়ৰ কামেই হ'ল বিষয়বস্তুৰে সৈতে সংযোগ স্থাপন কৰা বা "স্পৰ্শ কৰা। ছয় আয়তনৰ (ইন্দ্ৰিয় দুৱাৰৰ) যোগেদি বাহ্যিক বিষয় বস্তুৰ লগত সংস্পৰ্শ ঘটে। ইন্দ্ৰিয় অনুযায়ী এই সংস্পৰ্শইনাম পাই চকু-সংস্পৰ্শ, শ্ৰোত্ৰ-সংস্পৰ্শ, ঘ্ৰান-সংস্পৰ্শ, জিহ্বা সংস্পৰ্শ,কায়-সংস্পৰ্শ আৰু মন সংস্পৰ্শ। এই স্পৰ্শত এটা প্ৰতিক্ৰিয়াৰ উদ্ভৱ হয়, তাৰ ফলত সুখ দুঃখ আদি বেদনা জাগে। বাহিৰৰ উপক্লেশে (লোভ, বিদ্বেষ,মোহ, দৃষ্টি,অহ্ৰী,ঔদ্ধত্য আদি) স্বাভাৱিক

---

(*) নিৰ্মিত দেহ (ৰূপস্কন্ধ) হ'ল ভৌতিক দেহ। জীৱিত ইন্দ্ৰিয় আভ্যন্তৰীক অদৃশ্য দেহত মন (চিত্ত)ৰ উৎপত্তি ভূমিয়েই হ'ল "মানসিক দেহ" (বেদনা, সংজ্ঞা, সংস্কাৰ, বিজ্ঞান) স্কন্ধ।

নির্মল মনক মলিন কৰে। মলিন সংস্কাৰ বা ভাবসমূহৰ স্পৰ্শত মনৰ মাজত অকুশলকাৰী কাম-ক্ৰোধৰ উদয় হয়। আকৌ শ্ৰদ্ধা,স্মৃতি, অদ্বেষ(অহিংসা) হ্ৰী(লাজ) আদি শোভন চেতসিক(মনোবৃত্তি)চিত্তৰ সৈতে সংযোগ হ'লে সৎ চেতনাৰ উদয় হয়। এই কাৰনে কাৰ্য্যকাৰণ শৃংখ্বলাত কোৱা হৈছে যে ছয় আয়তনৰ কাৰণেই "স্পৰ্শ" হয়।

৭। তৃষ্ণা ঃ— স্বৰ্শৰ দ্বাৰা যেতিয়া কোনো বেদনা জাগে, সেই বেদনাত বা ৰস-অনুভুতিত ৰূপৰ প্ৰতি, শব্দৰ প্ৰতি, গন্ধৰ প্ৰতি, ৰসৰ প্ৰতি, স্পৰ্শৰ প্ৰতি আৰু মনোগোচৰৰ প্ৰতি জীৱৰ মন আকৰ্ষিত হয়। তেতিয়া বিষয় অনুসৰি তৃষ্ণা হৈ পৰে ৰূপ-তৃষ্ণা, শব্দ-তৃষ্ণা, গন্ধ-তৃষ্ণা, ৰস-তৃষ্ণা, স্পৰ্শ-তৃষ্ণা আৰু ধৰ্ম-তৃষ্ণা। মুঠতে বেদনা বা অনুভুতিয়ে তৃষ্ণা বা আসক্তিক জগাই তোলে। এই কাৰণে কাৰ্যকাৰণ শৃঙ্খলাৰ কথাত কোৱা হয় বেদনাৰ কাৰণৰ পৰাই তৃষ্ণাৰ উদ্ভৱ হয়।

৯। উপাদান ঃ ভোগত তৃষ্ণাৰ নিবৃত্তি নহয়, ই তাত ক্ষান্ত নহয় বা মুক্ত নহয়; বৰঞ্চ প্ৰবলৰ পৰা প্ৰবলতৰহে হয়। তৃষ্ণাৰ প্ৰাবল্য অৰ্থাৎ তৃষ্ণাক দৃঢ়ভাৱে গ্ৰহণ কৰাটোকে 'উপাদান' বোলে। আন কথাত ক'বলৈ গ'লে প্ৰবল আসক্তি বা দৃঢ়বন্ধনেই 'উপাদান'।

এই উপাদান চাৰি প্ৰকাৰৰ হয়। (১) কাম-উপাদান, (২) দৃষ্টি উপাদান, (৩) শীলব্ৰত উপাদান আৰু (৪) আত্মবাদ উপাদান। ইন্দ্ৰিয়ৰ কাম-সম্ভোগৰ প্ৰতি মনৰ দৃঢ় আসক্তিয়েই 'কাম-উপাদান'। মিছাধাৰণাত মোহাচ্ছন্ন মনৰ যি আসক্তি হয় আৰু তাৰ বাবে ভ্ৰান্ত মতবাদকে দৃঢ়ভাৱে আকোৱালি ধৰি থাকে, তাকে 'দৃষ্টি উপাদান' বা এক কথাত 'দৃষ্টি' বোলে। নানা ধৰণৰ অযথা আচাৰ-অনুষ্ঠানক নিজৰ চৰম লক্ষ্যৰ পথ বুলি ভাবি তীব্ৰ অনুৰাগেৰে পূজা-পাতলৰ দ্বাৰা পালন কৰাটোৱেই হৈছে 'শীলব্ৰত উপাদান'। আকৌ, 'মোৰ দেহ', 'মোৰ মন', 'মোৰ-আত্মা' এনে ধৰণৰ আত্মবোধৰ আসক্তিক 'আত্মবাদ উপাদান' বোলে।

তৃপ্তি বিচাৰি যিমানেই ভোগ কৰে, সিমানেই সেই বিষয়বস্তুৰ প্ৰতি আসক্তি হয়, লোভ প্ৰবল হয়। সেই ভোগ পৰিতৃপ্তিৰ বাটত হেঙাৰ পৰিলে মনৰ অনুভূতি ক্ৰোধ বা বিদ্বেষলৈ ৰূপান্তৰিত হয়। লোভৰ মাজেদিয়েই হওঁক বা দ্বেষৰ মাজেদিয়েই হওঁক, উপাদানৰ দৃঢ় বন্ধনে জীৱক পুনৰ সংসাৰ ভৱলৈ টানি নিয়ে। সেইকাৰণে এই কাৰ্যকাৰণ শৃঙ্খলাত তৃষ্ণা বা আসক্তিয়েই 'উপাদান'ৰ উদ্ভৱৰ কাৰণ বুলি কোৱা হয়।

১০। ভৱ ঃ সাধাৰণতে 'ভৱ' বুলিলে জন্ম বা সংসাৰক বুজায়। কিন্তু বৌদ্ধ শাস্ত্ৰত 'ভৱ' শব্দৰ ব্যাখ্যাত 'কৰ্ম ভৱ' আৰু 'উপত্তিভৱ'ক বুজায়। কৰ্মই 'কৰ্মভৱ' আৰু বিশ্বজগত হ'ল 'উৎপত্তি ভৱ'।

দৃঢ় আসক্তিয়ে (উপাদানে) জীৱক কৰ্মত লিপ্ত কৰায়। কৰ্মৰ অনুষ্ঠানত কৰ্মবীজৰ পৰিণতি ঘটি উৎপত্তি ভৱ বা বিশ্ব জগত হয়। সেয়েই কৰ্মৰ ফল বা 'কৰ্ম-ফল'। এই কৰ্মভৱ আৰু উৎপত্তিভৱ দুয়োৱেই পাৰস্পৰিক সম্বন্ধত জড়িত। কৰ্ম অনুসৰি জীৱ জন্মও নিয়ন্ত্ৰিত হয়। কুশল কৰ্ম কৰিলে সুগতি-ভৱ (সুখৰ জীৱন) লাভৰ সহায় হয় আৰু অকুশল কৰ্মই দুৰ্গতি ভৱ (দুখৰ জীৱন)লৈ গতি কৰায়। এইদৰে জীৱই



নিজ নিজ কৰ্মৰ বলত অৰ্থাৎ কৰ্ম অনুসৰি অনন্ত পৰিৱৰ্তনৰ সোঁতত উটি বুৰি ফুৰিছে। এই কাৰণে কাৰ্যশৃঙ্খলাত উপাদানক 'ভৱ' উৎপত্তিৰ কাৰণ হিচাপে দেখুওৱা হৈছে।

১১। জাতি ঃ 'জাতি'ৰ অৰ্থ হ'ল জন্ম, 'পঞ্চ-স্কন্ধৰ' জন্ম। দেৱকুল, মনুষ্য কুল, তিৰ্যক (গৰু-পশু আদি) কুল, প্ৰেত কুল আদি যিকোনো জীৱৰ উৎপত্তি হ'লে সেই কুলত 'জাতি' বা জন্ম বুলি ধৰা হয়। স্থূল-দৃষ্টিত মনুষ্য লোকৰ বা ইতৰ প্ৰাণীৰ জন্মৰ হেতু বা কাৰণ প্ৰাণীৰ যৌন মিলন বুলিয়েই ধাৰণা কৰা হয়। কিন্তু ই মূল কাৰণ হ'ব নোৱাৰে। যৌন-মিলন এই কাৰ্যকাৰণ শৃঙ্খলাত নাম-ৰূপৰ পৰা আৰম্ভ হৈ ষড়ায়তন, বেদনা, তৃষ্ণা, উপাদান আৰু ভৱ এইদৰে এটাৰ পাছত এটাকৈ পাৰ হৈহে জাতি বা জন্মত পৰিণত হৈছে। প্ৰাণীৰ নিজৰ পূৰ্বসংস্কাৰ বা চেতনাৰ বা কৰ্মফলত বৰ্তমান জনমত ভেদ দেখা যায়। কোনোবা ভাগ্যবান, কোনোবা ভাগ্যহীন। কোনোবা সুন্দৰ, কোনোবা কুৎসিত আপচু। কোনোবা চোকা বুদ্ধিৰ, কোনোবা মূৰ্খ ইত্যাদি। আনকি একে মাক-বাপেকৰ যমজ সন্তানক একে পৰিৱেশত তুলিলেও জ্ঞান-বুদ্ধিত দুয়োৰে একে ধৰণৰ নোহোৱাও দেখা যায়। এই ভেদ বা তাৰতম্য অৰ্থহীন ঘটনা হ'ব নোৱাৰে। যথাৰ্থ দৃষ্টিত মানুহৰ আৰ্জিত শুভ-অশুভ কৰ্মই ইয়াৰ মূল আৰু এই ভেদৰ সৃষ্টি কৰে।

জীৱৰ সুখ-দুঃখৰ সম্বন্ধও জন্ম-জন্মান্তৰৰ সোঁতৰ পাকচক্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত। এই কাৰণে কৰ্মক কোৱা হয় 'ভৱ-বীজ'। ই সঁচ বা বীজৰ পৰা গছ ওপজাৰ নিচিনা কথা। এই কাৰণেই কাৰ্যকাৰণ শৃঙ্খলাত 'জাতি'ৰ উৎপত্তিৰ কাৰণ হ'ব ভৱ।

১২। জৰা-মৃত্যু ঃ— স্বাভাৱিক সুস্থ মনত কোনেও মৰিব নোখোজে। কিন্তু জন্মিলে মৰণ অনিবাৰ্য; মৰিব লাগিবই। "সব্বে সত্তা মৰিস্‌সন্তি মৰণন্তং হি জীৱিতং।।" অৰ্থাৎ সকলো প্ৰাণী মৰিবই; জীৱনৰ অস্তিত্ব মৃত্যুৰ পূৰ্বক্ষণ মুহূৰ্তলৈকেহে"। মৃত্যুৰ নামত সকলোৱে ভয়ত শিয়ঁৰি উঠে। কিন্তু মৃত্যুই একমাত্ৰ বিভীষিকা নহয়। জন্ম-মৃত্যুৰ মাজতো ৰোগৰ দুৰ্বহ যাতনা আছে; শোক-সন্তাপৰ দহন-জ্বালা আছে; নিৰাশা, ক্ষোভ আদি অজস্ৰ দুঃখ ৰাশি আছে। মুঠতে দুঃখৰ সীমা নাই। সেই কাৰণে এই কাৰ্যকাৰণ শৃঙ্খলাত 'জৰা-মৃত্যু'ৰ কাৰণ হ'ল জন্ম। জন্ম নহ'লে জৰা-মৃত্যুও নাই।

এই 'প্ৰতীত্য-সমুৎপাদ' বা কাৰ্যকাৰণ শৃঙ্খলাৰ ব্যাখ্যাত এই কথা স্পষ্ট হয় যে এটাক অৱলম্বন কৰিয়েই আনটোৰ উৎপত্তিৰ কাৰণ হয়। এই কাৰ্যকাৰণ অবিচ্ছিন্ন ধাৰাত চকা বা চক্ৰৰ দৰে ঘূৰে কাৰণে 'ভৱ-চক্ৰ' বুলি কোৱা হয়। জীৱৰ জীৱনধাৰা ইয়াতেই বান্ধ খাই আছে। 'কৰ্মভৱ' আৰু 'উৎপত্তি ভৱ'ৰ লগতেই 'ভৱ-তৃষ্ণা' সাঙোৰ খাই আছে।

আগতে কোৱা হৈছে যে বিষয় অনুসাৰে 'তৃষ্ণা' ছয়ভাগত বিভক্ত। ৰূপ, শব্দ, গন্ধ, ৰস আৰু স্পৰ্শ আদি বিষয়ৰ প্ৰতি উৎপন্ন তৃষ্ণা যেতিয়া কাম-ৰসসিক্ত আসক্তিত লিপ্ত হয়, তাকে 'কাম-তৃষ্ণা' বোলা হয়। ইয়াকে ভোগ তৃষ্ণাও ক'ব পাৰি। কিয়নো এই তৃষ্ণা হৈছে বিষয়বস্তুক ভোগ কৰিবৰ নিমিত্তে কৰা লোভ বা তৃষ্ণা।

কিন্তু আচলতে চেতনা বা কৰ্মৰ যোগেদিহে এই বিষয়বস্তু বিলাক পাব পাৰি।

এই কৰ্ম, কুশল কৰ্ম, অকুশল কৰ্ম আৰু অব্যক্ত (কুশলো নহয়, অকুশলো নহয়) কৰ্মৰ যোগেদিও হ'ব পাৰে। কুশল কৰ্মই হ'ল 'আৰ্য্য অষ্টাঙ্গিক মাৰ্গ'ৰ ভিতৰৰে এক মাৰ্গ যাক 'সম্যক কৰ্মান্ত' বোলা হয়। ধৰ্ম বিষয়ৰ প্ৰতি উৎপন্ন হোৱা তৃষ্ণাতো কুশল-অকুশল হ'ব পাৰে। মনৰ পৰা 'দৃষ্টি' (মিছা, অসাৰ, মৰ্ম্মহীন বা আভুৱা দৃষ্টি) আসক্তি দূৰ কৰিব লাগিব। আসক্তি ৰাখি কৰ্ম কৰিলে কুশল কৰ্মৰ পৰাও অকুশল কৰ্মৰ বীজ অঙ্কুৰিত হ'ব পাৰে। তাবপৰা লোভ, দৃষ্টি, ভ্ৰান্তি, দোৰ্মনস্য (দ্ৰোহ-চিন্তা) উৎপন্ন হয়। সেইকাৰণে কুশল কৰ্ম নিৰাসক্তভাৱে কৰা দৰকাৰ।

মিথ্যা দৃষ্টি (পালি "মিচ্ছা দিথি") বা আভুৱা দৃষ্টিৰ ধাৰণাৰ বশীভূত হৈ বিভ্ৰান্ত মনে সাৰহীন অশাশ্বত (অনিত্য) জগতক সাৰযুক্ত নিত্য, ধ্ৰুৱ বুলিয়েই কল্পনা কৰে বা ভাবে। এই সাৰহীন ভুৱা ধাৰণা সংযুক্ত তৃষ্ণা ভৱ অনুৰাগলৈ ৰূপান্তৰিত হয়, আৰু তাকে ভৱ-তৃষ্ণা বোলে।

বুদ্ধদেৱে পাছত তেওঁৰ "ব্ৰহ্মজাল সূত্ৰ" (৩১) শাশ্বত, অশাশ্বত, আত্মবাদ, অক্ৰিয়াবাদ, নিয়তিবাদ, উচ্ছেদবাদ, বিক্ষেপবাদ আদি বাষষ্ঠি প্ৰকাৰৰ শ্ৰমণ-ব্ৰাহ্মণ পন্থাৰ কথাকে পুঙ্খানুপুঙ্খৰূপে বিশ্লেষণ কৰিছে। তেওঁ 'আত্মা' পদাৰ্থটোক পাঁচটা অংশ বা অবয়ব বা স্কন্ধত ভাগ কৰিছে। আন আন সত্ত্ব (পদাৰ্থ)ৰ দৰে আত্মাব বিষয়টোকো ৰূপ (জড় পদাৰ্থ) স্কন্ধ, বেদনাস্কন্ধ, সংজ্ঞা স্কন্ধ, সংস্কাৰ স্কন্ধ আৰু বিজ্ঞান স্কন্ধ হিচাপে বিশ্লেষণ কৰি তেওঁ উপলব্ধি কৰিলে যে প্ৰত্যেক স্কন্ধই পৰিবৰ্তনশীল। যি পৰিবৰ্তনশীল, যি অনিত্য আৰু দুঃখজনক। এই স্কন্ধ সমূহ একত্ৰ হৈহে এটি জীৱ হয়। কিন্তু এই স্কন্ধবোৰ অনিত্য। গতিকে এই অনিত্য স্কন্ধবিলাকক 'মোৰ' বা 'মোৰ আত্মা' বুলি ক'ব নোৱাৰি বা কোৱাৰ যোগ্যও নহয়। পাৰমাৰ্থিক সত্য হিচাপে পঞ্চস্কন্ধত কোনো 'সত্ত্ব' (প্ৰাণী) বুলি বস্তু নাই। মাত্ৰ চিত্তৰ প্ৰবাহ (৩২) (চিন্তা ধাৰা)হে আছে। অৰ্থাৎ 'স্কন্ধ'হে আছে, 'আত্মা' বুলি কোনো বস্তু নাই। ইয়াকেই অনাত্ম বা অনাত্মবাদ বোলে।

ওপৰুক্ত বাষষ্ঠি প্ৰকাৰৰ পন্থাৰ ভিতৰত বুদ্ধদেৱৰ বিশ্লেষণৰ মতে কোনো পন্থাই 'আত্মবাদ'ৰ পৰা মুক্ত নহয় আৰু এই 'আত্মবাদ'ৰ ফল বিশেষভাৱে দুটি হ'ব পাৰে। দৃষ্টিৰ ফলত কিছুমানৰ মতৰ পৰা এনে বিশ্বাস যে আৱামৰ জীৱনেই সুখ। আত্মা অমৰ আৰু ই কাকো নামাৰে আৰু কাকো নমৰায়। এনে ধৰণৰ মত হ'লে নিজৰ সুখৰ কাৰণে আনক হত্যা কৰাত একো আপত্তি নাই। এনে ধৰণৰ মত এতিয়াও চলি আছে। আকৌ, কিছুমানৰ মতৰ পৰা আত্মাই নমৰায় বাবে হত্যাও হ'ব নোৱাৰে। এনে বিশ্বাস হয় যে দান ধৰ্মৰ যোগে একো পোৱা নাযায়। ভাল-বেয়া কৰ্মবো কেনো

---

(৩১) 'ব্ৰহ্মজাল সূত্ৰ'– দীৰ্ঘনিকায়, প্ৰথম খণ্ড, ১।

(৩২) 'চিত্ত'– 'চিতি' ধাতুৰ পৰা উৎপন্ন; অৰ্থ চিন্তাকৰা বা অনুভৱ কৰা। যিকোনো বস্তুৰ বিষয়ে অনুভৱ কৰে। মুঠতে কোনো বস্তুৰ স্থিতিৰ সচেতনকে 'চিত্ত' বোলে। বৌদ্ধমতে 'মন (চিত্ত) আৰু 'অনুভূতি' (বিজ্ঞান)ৰ মাজত কোনো পাৰ্থক্য নাই।



ফল নাই, পৰিণাম নাই। ইহলোকৰ বা পৰলোকৰ বিষয়ে ভালকৈ জানি শিক্ষা দিয়া শ্ৰমণ-ব্ৰাহ্মণও নাই। এই ভৌতিক দেহ ভস্মীভূত হ'লে আকৌ দুনাই জন্ম নহ'ব। সুখত বা দুঃখত ভোগাৰ প্ৰশ্নই নাই। যিকেইদিন বাচি জীয়াই থকা হয়, সেইকেইদিন খাই বৈ মুখত কটাব লাগে। এনে ধৰণৰ 'উচ্ছেদবাদ' সংযুক্ত তৃষ্ণাই হ'ল 'বিভৱ-তৃষ্ণা'। কিছুমানৰ মতে আত্ম পূৰ্বজন্মৰ কৰ্মৰদ্বাৰা বদ্ধ হয়। এই অনুসৰি এই কৰ্মৰ পৰা মুক্তি পাবলৈ কঠোৰ তপস্যাৰ প্ৰয়োজন। এনে ধৰণৰ দাৰ্শনিক মত উৎপন্ন হোৱাও স্বাভাৱিক।

বুদ্ধদেৱৰ মতে ইও 'ভৱ-তৃষ্ণা' আৰু 'বিভৱ-তৃষ্ণা'। এই দুই পথকেই বা অন্তকেই পৰিহাৰ কৰা উচিত। 'ধৰ্মচক্ৰ প্ৰৱৰ্তন' সূত্ৰৰ প্ৰথম বাক্যতেই তেওঁ এই দুই অন্ত ত্যাগ কৰিবলৈ কৈছে। এই দুই অন্তৰ মূল কাৰণ 'আত্ম-বাদ'। বুদ্ধদেৱে কৈছে যে আত্মা শাশ্বত হওক বা অশাশ্বত হওক, দুঃখ আছেই। এই দুঃখ হ'ল 'তৃষ্ণা'ৰ ফল। 'তৃষ্ণা'ৰ ক্ষয় হলেই মানুহে মুক্তি পাব, শান্তি লভিব। সেইকাৰণেই সেই দুই অন্ত এৰি মধ্যম পন্থা মতে চলিব লাগে।

এই ' নাম-ৰূপ' (পঞ্চস্কন্ধ) ক্ষয় স্বভাৱ আৰু বিপৰিণামধৰ্মী অৰ্থাৎ পৰিবৰ্তনশীল বা বিপাক ধৰ্মী। ই একে ধৰণে নাথাকে, অনবৰত ৰূপান্তৰ ঘটে। গতিক অনিত্য। অনিত্য ধৰ্মী হ'লেই দুঃখ হয়। আকৌ এই 'নাম-ৰূপ' প্ৰত্যয় (হেতু)ৰ পৰা উৎপন্ন, স্বাৱলম্বনহীন আৰু আহাৰ সাপেক্ষ। আহাৰ নাপালে জীয়াই থাকিব নোৱাৰে। গতিকে অসাৰ আৰু অনাত্ম। ইয়াৰ এই তিনি লক্ষণ– (১) অনিত্য, (২) দুঃখ আৰু (৩) অনাত্ম।

এই "দুঃখ সমুদয় আৰ্য্যসত্য"ৰ মতে "তৃষ্ণা" হ'ল সকলো দুঃখ-শোকৰ জন্মদাত্ৰী। তথাপি জীৱই তাক আদৰেৰে পোহপাল কৰে আৰু তাৰ বাবে অনন্ত দুঃখৰ ভাগী হয়। জ্ঞানীজনে বিষধৰ সাপক চিনি পায়। অবোধ শিশুৰ দৰে আঁকোৱালি নলয়; নিজক ৰক্ষা কৰে। সেইদৰে যি 'সম্যক দৃষ্টি'ৰে 'তৃষ্ণা'ক সকলো দুঃখৰ মূল বুলি দেখিছে, তেওঁ এই তৃষ্ণাক মনত পুহি নাৰাখে। বৰঞ্চ তাৰ মূল উচ্ছেদৰ কাৰণে দৃঢ় সংকল্প লয়। তেনে সংকল্পৰ সফল হ'লেহে দ্বিতীয় সত্য 'দুঃখ সমুদয় আৰ্যসত্য'ৰ উপলব্ধি হ'ব।

**৩। দুঃখ নিৰোধ আৰ্য্যসত্য ঃ–**

দ্বিতীয় আৰ্য্য সত্যত দেখা গ'ল যে দুঃখ সমুদয়ৰ বা উৎপত্তিৰ কাৰণ হ'ল 'তৃষ্ণা' এই তৃষ্ণাৰ কাৰণতেই জন্ম-জন্মান্তৰৰ উদ্ভৱ হৈছে আৰু সংসাৰ চলিছে। জীৱৰ যদি জন্ম নহয়, তেন্তে জীৱৰ অস্তিত্বই নাথাকিব। এই তৃষ্ণা উচ্ছেদৰ নামত মানুহৰ মন হয়তো শিয়ঁৰি উঠিব। অস্তিত্বৰ লোপ মানুহে নিবিচাৰে। কিন্তু অস্তিত্বৰ মূলতো তৃষ্ণা নহয়। 'তৃষ্ণা' হ'ল এটা 'চেতসিক' বা মনৰ ভাব-বৃত্তি মাত্ৰ। এই তৃষ্ণাৰ বিলোপত অস্তিত্বৰ লোপ নহয়।

'চেতসিক' বৰ্ণনাত 'তৃষ্ণা'ক 'লোভ' বুলি কোৱা হৈছে। লোভ, দ্বেষ আৰু মোহৰ এই তিনিটা অকুশলৰ হেতু। সেইদৰে অলোভ, অদ্বেষ আৰু অমোহ এই তিনিটি

কুশলৰ হেতু। লোভৰ ক্ৰিয়া থকাৰ দৰে অলোভৰো ক্ৰিয়া আছে। লোভ নাথাকিলে তাৰ বিপৰীত পক্ষ অলোভ বা লোভ শূন্যতাৰ উৎপন্ন হয়। লোভে মনক মলিন আৰু কলুষিত কৰে। অলোভৰ উদয় হ'লে মন শুচী বা অনাবিল আৰু প্ৰসন্ন হয়। 'তৃষ্ণা' হ'ল বন্ধন। এই বন্ধনৰ পৰা মুক্ত হ'বৰ কাৰণে 'তৃষ্ণা'ৰ পথ ৰুদ্ধ কৰিব লাগিব; সেয়েই তৃষ্ণাৰ প্ৰতি 'বিৰাগ' অৰ্থাৎ ইন্দ্ৰিয়ৰ গোচৰত অহা বস্তুৰ প্ৰতি লোভ-সামৰা বা তৃষ্ণা নথকা বন্ধন মুক্ত অৱস্থা লাভ কৰাই হ'ল "তৃষ্ণা নিৰোধ" অৱস্থা। তৃষ্ণাৰ বন্ধনত দুঃখ, শোক, জ্বালা-যান্ত্ৰণা আদি উৎপন্ন হয়। কিন্তু বন্ধনমুক্ত অৱস্থাত আনন্দ আৰু শান্তি লাভ হয়। এই দুঃখ-শোক ভৰা জগতত স্বভাৱতেই মানুহে আনন্দ আৰু সুখ-শান্তি বিচাৰে। কিন্তু বিচাৰিলেই সতকাই নাপায়। তাৰ বাবে লাগে প্ৰস্তুতি আৰু 'ত্যাগ'।

তৃষ্ণাৰ ক্ষয় হ'লেই জন্মৰোধৰ পৰিণতি হৈ পৰে নিৰ্বাণপ্ৰাপ্তি। সেইকাৰণে 'তৃষ্ণাক্ষয়'ক 'নিৰ্বাণ' বোলা হয়। এই নিৰ্বাণ প্ৰাপ্তিৰ কাৰণে লোভ, দ্বেষ আৰু মোহ হেতুৰ ওপৰত আলম্বন কৰি কৰা অকুশল কৰ্ম ত্যাগ কৰিব লাগিব। তাৰ বিপৰীতে যিজনে চকু (ৰূপ), কাণ (শব্দ), নাক (গন্ধ), জিভা (ৰস), কায় (স্পৰ্শ) আৰু মন (স্বভাৱধৰ্ম) 'যথাভূত'ভাৱে জানে আৰু দৰ্শন কৰে, আৰু বিজ্ঞান, সংস্কাৰ আৰু তিনিবিধ বেদনাক 'যথাভূত'ভাৱে জানে আৰু দৰ্শন কৰে, তেওঁ সেই সেই বিষয়ৰ অকুশল কৰ্মত আসক্ত নহয়, সংযুক্ত নহয় বা সন্মোহিত নহয়। তেওঁৰ ভাবী বা আহিবলগীয়া পঞ্চ-উপাদান-স্কন্ধৰ অপচয় (নাশ) হয়। পুনবায় ভৱ-উৎপন্ন-তৃষ্ণাৰ প্ৰতি আসক্তি নষ্ট হয়। আন কথাত ক'বলৈ গ'লে ইন্দ্ৰিয়ৰ দ্বাৰা ভোজগনিত সাংসাৰিক তৃষ্ণা ত্যাগ কৰিব লাগিব, তেহে তৃষ্ণাৰ বন্ধনৰ পৰা 'মুক্ত' হ'ব। তৃষ্ণাৰ 'অনালয়' হ'ব; তৃষ্ণাই পুনবায় পঞ্চ-উপাদান-স্কন্ধত ঘৰ (আলয়) বান্ধি নোৱাৰিব বা খোপনি ল'ব নোৱাৰিব। অৰ্থাৎ ভৱ-উদ্পাদিকা-তৃষ্ণাৰ উদয় বা উৎপত্তি নহ'ব। (বুদ্ধত্ব প্ৰাপ্তিৰ পাছত বুদ্ধদেৱে গোৱা উদান-গীতি দ্ৰষ্টব্য)।

মুঠৰ ওপৰত দুঃখ-নিৰোধ কৰিবলৈ হ'লে 'তৃষ্ণা'ৰ প্ৰতি বিৰাগ (বিতৃষ্ণা) হ'ব লাগিব। 'তৃষ্ণা'ক ত্যাগ কৰিব লাগিব। তৃষ্ণাক 'নিক্ষেপ' কৰিব (দলিয়াই পেলাব) লাগিব। 'তৃষ্ণা'ৰ পৰা মুক্তি মানে কাম-তৃষ্ণা, ভৱ-তৃষ্ণা আৰু বিভৱ তৃষ্ণাৰ পৰা মুক্তি। তৃষ্ণাই স্কন্ধৰ সৈতে স্কন্ধ ভৱৰ সৈতে ভৱ, কৰ্মৰ সৈতে ফল আৰু সত্ত্ব (প্ৰাণী)ৰ সৈতে দুঃখ আদি গুঠি বা বান্ধন কৰি থৈছে। বান্ধন যাৰ নাই বা যি এই বন্ধনৰ পৰা মুক্ত, তেৱেঁই 'নিৰ্বাণ' বা 'অসঙ্খাত' (অসংস্কাৰ) ধাতু লাভ কৰিব পাৰে। কাৰ্যকাৰণ শৃঙ্খলাৰ কাৰণে জীৱনৰ পুনৰ যাত্ৰা 'অকাত' (অকৃত) হয় অৰ্থাৎ পুনৰ জন্মৰ যাত্ৰা কৰিব নালাগে; পুনৰ জন্ম নাই। এই দুঃখ নিৰোধ বা বন্ধনৰ পৰা মুক্ত অৱস্থা হ'ল তৃতীয় আৰ্য্যসত্য। বুদ্ধদেৱে সেই পূৰ্ণিমা ৰাতিৰ তৃতীয় প্ৰহৰত এই সৰ্বশেষ স্তৰ 'আস্ৰৱক্ষয় জ্ঞান' অৰ্থাৎ 'দুঃখ নিৰোধ আৰ্য্যসত্য' জ্ঞান পায়। এয়েই বৌদ্ধ দৰ্শনৰ মূল নীতি আৰু বৌদ্ধ দৰ্শনৰ মূল লক্ষ্য।

প্ৰথম 'দুঃখ আৰ্য্যসত্য'ত 'দুঃখ'ৰ বিশ্লেষণ কৰিলে 'দুঃখ কি'। দ্বিতীয় 'দুঃখ সমুদয়



আৰ্য্যসত্য'ত বিশ্লেষণ কৰিলে 'এই দুঃখ কি হয় আৰু কেনেকৈ হয়"। তৃতীয় "দুঃখ নিৰোধ আৰ্য্যসত্য'ত দেখুৱালে যে 'এই দুঃখৰ উদয়ৰ কাৰণৰ পৰা এৰাই চলিব পাৰি'। দুঃখ জন্মদাত্ৰী 'তৃষ্ণা'ৰ নিৰোধ কৰিলে, মানুহ বন্ধনমুক্ত হয়। সেয়ে মুক্তি বা 'নিৰ্বাণ'। কিন্তু তৃষ্ণাৰ নিৰোধৰ পথটো দৰকাৰ। সেই পথ, উপায় বা মাৰ্গ হ'ল চতুৰ্থ আৰ্য্যসত্যৰ "আৰ্য্য অষ্টাঙ্গিক মাৰ্গ"।

**৪। দুখ নিৰোধ গামিনী প্ৰতিপদা আৰ্য্যসত্য।**

দুঃখৰ উৎস 'অবিদ্যা' আৰু 'তৃষ্ণা'ক নিৰোধ কৰি দুঃখৰ পৰা নিজক মুক্ত কৰিব লাগিব। ইয়াক অনায়াসে সাধন কৰিব পৰা নাযায়, আৰু তৃষ্ণাও নিজে নিজে নিৰুদ্ধ নহয়। ইয়াক দুঃখ নিৰোধ কৰিব পৰা 'মধ্যম মাৰ্গ' অৱলম্বন কৰিহে কৰা যায়। বুদ্ধদেৱৰ বোধগম্য হোৱা এই 'মধ্যম পথে' সবাৰো চকু মেল খুৱায়, জ্ঞান দিয়ে, দুঃখ উপশম কৰে, অভিজ্ঞা (জ্ঞান) উৎপন্ন কৰায়। এই পথে সম্বোধি আৰু নিৰ্বাণপ্ৰাপ্ত কৰায়। এই 'মধ্যম মাৰ্গ'কেই 'আৰ্য্য অষ্টাঙ্গিক মাৰ্গ' বোলে। যথাঃ— (১) সম্যক্ দৃষ্টি, (২) সম্যক্ সংকল্প, (৩) সম্যক্ কৰ্মান্ত, (৪) সম্যক্ বাক্য, (৫) সম্যক্ আজীৱ, (৬) সম্যক্ ব্যায়াম, (৭) সম্যক্ স্মৃতি আৰু (৮) সম্যক্ সমাধি। বুদ্ধদেৱৰ মতে 'সম্যক্' শব্দটোৰ অৰ্থ হ'ল 'যথাৰ্থভাৱে', 'যথাভূতভাৱে', 'বিশ্লেষাণাত্মকভাৱে"।

(১) সম্যক্ দৃষ্টি ঃ— দৃষ্টি দুবিধ । (ক) মিথ্যা দৃষ্টি বা আভুৱা দৃষ্টি আৰু (খ) সম্যক্ দৃষ্টি। 'দৃষ্টি'ৰ সাধাৰণ অৰ্থ হ'ল 'দেখা'। সাধাৰণ দৃষ্টিৰে ওপৰৰ স্তৰ ভেদ কৰি গভীৰলৈ নাযায় আৰু ওপৰে ওপৰে দেখা একেবাৰে নিৰ্ভুল নহ'বও পাৰে। যি দৃষ্টিকোণলৈ দেখা যায়, সেইদৰেই দৃষ্ট বিষয় দৃষ্টিতে প্ৰতিফলিত হয়। 'দৃষ্টি' বুলিলে বৌদ্ধ-শাস্ত্ৰত 'ভুল-দৃষ্টি', 'ভুল-ধাৰণা' বিপৰীত দৰ্শন, মিছা মতবাদকে বুজায়। (ক) দৃষ্টি ঃ- অসাৰ বা মিছা-দৃষ্টিৰ লক্ষণ আৰু স্বভাৱ হ'ল লোভনীয় আলম্বন বা অৱলম্বনকে শুভ, সুখ, নিত্য আৰু আত্মা বুলি গ্ৰহণ কৰা। অসৎ ধৰ্ম শ্ৰৱণ, অকল্যাণ-মিত্ৰতা, আৰ্য্যসকলক দৰ্শনৰ অনিচ্ছা আৰু অহেতুমূলক চিন্তাই এই মিছা দৃষ্টিৰ উৎপত্তিৰ কাৰণ। ইয়াৰ পৰিণাম বদ্ধমূল ভুল ধাৰণা। হেতু মূলক চিন্তাই এই ভুল ধাৰণাৰ নিৰ্মূল কৰিবৰ উপায়। আমাৰ দৃষ্টি বা অভুৱাদৃষ্টি মত্ত লোকৰ মনত তেওঁৰ অভিমতহে সত্য, বাকী সকলো মিছা। জ্ঞানে আলম্বনৰ যথাৰ্থ স্বভাৱ অনুসৰি বুজিব পাৰে; কিন্তু 'দৃষ্টি'য়ে আলম্বনৰ যথাৰ্থ স্বভাৱ পৰিত্যাগ কৰি ইয়াৰ অযাথাৰ্থ স্বভাৱ গ্ৰহণ কৰে। 'মোহে' আলম্বনৰ যথাৰ্থ স্বভাৱ ঢাকি অযথাৰ্থ স্বভাৱ প্ৰদৰ্শন কৰে। 'লোভে' অযাথাৰ্থ স্বভাৱৰ ফালে চিত্তক আকৰ্ষণ কৰে; 'দষ্টি'য়ে তাক গ্ৰহণ কৰে। এইদৰে 'লোভ' দৃষ্টিকোণক তথ্যচ্যুত কৰি 'মিছা-দৃষ্টি'ত পৰিণত কৰে। এইকাৰণে 'লোভ'ৰ সৈতে 'দৃষ্টি'ৰ নেৰানেপেৰা সম্বন্ধ। মিছা-দৃষ্টিয়ে পৰকাল, কুশল-অকুশল কৰ্মফল বুজিব নোৱাৰে। অনিত্যক-নিত্য, দুঃখক সুখ আৰু অনাত্মক আত্মা বুলি ভাৱে। 'সম্যক দৃষ্টি' ইয়াৰ প্ৰতিপক্ষ।

(খ) 'সম্যক দৃষ্টি' ঃ— 'অভিধৰ্মাৰ্থ সংগ্ৰহ'ৰ চিত্ত-চেতসিক (চিত্ত মনোবৃত্তি)ৰ শ্ৰেণী বিভাগৰ মতে এই 'সম্যক দৃষ্টি'ক 'প্ৰজ্ঞা-ইন্দ্ৰিয়' নামকৰণ কৰা হৈছে। আলম্বনৰ যথাৰ্থ

স্বভাৱ সম্বন্ধে জনাই 'প্রজ্ঞা'। প্রজ্ঞাই যেতিয়া 'মোহ'ক জিনি আলম্বনৰ যথাৰ্থ স্বভাৱ উদঘাটন কৰিবৰ উপযোগী শক্তি ধাৰণ কৰে তেতিয়া ই হয় 'প্রজ্ঞা ইন্দ্রিয়'। সংজ্ঞা, বিজ্ঞান, প্রজ্ঞা— এই শব্দবিলাক 'জ্ঞা' ধাতুৰ পৰা নিষ্পন্ন শব্দ। উপসৰ্গৰ যোগত আলম্বন সম্বন্ধে জ্ঞানৰ ক্রমোন্নত স্তৰৰ নামকৰণ কৰা হৈছে। 'সংজ্ঞা' হ'ল আলম্বনৰ সম্বন্ধে প্রাথমিক জ্ঞান, 'বিজ্ঞানে' আলম্বনৰ অনিত্য লক্ষণ ভেদ কৰিব পাৰে, কিন্তু "লোকোত্তৰ" মাৰ্গ (সংসাৰৰ বান্ধোনৰ পৰা পাৰ হৈ যোৱা পথ) পাব নোৱাৰে। 'প্রজ্ঞা'ই বিশ্ব সংজ্ঞা আৰু বিজ্ঞানৰ কাৰ্যক সামৰি লৈ বাঢ়ি গৈ লোকোত্তৰ মাৰ্গ জ্ঞানৰ অধিকাৰী হয়। এই 'প্রজ্ঞা'ৰ বেলেগ বেলেগ সংক্রান্তত বেলেগ বেলেগ নামকৰণ হৈছে। 'আৰ্য্য-অষ্টাঙ্গিক মাৰ্গ'ৰ বিভাগত 'সম্যক দৃষ্টি', বোধ্যঙ্গ (বোধিজ্ঞানৰ অঙ্গ)ত 'ধৰ্ম-বিচয়', কুশলমূলত 'অমোহ', ভাৱনা কৰ্মত 'সম্প্রজ্ঞান', সমাধিত 'বিদৰ্শন', ঋদ্ধিপাদত (ঋদ্ধি-অসাধাৰণ শক্তি, পাদ= লাভৰ উপায়) 'মীমাংসা', প্রতীত্য-সমুৎপাদ ধৰ্মত 'অবিদ্যা'ৰ প্রতিপক্ষ 'বিদ্যা'।

'সম্যক দৃষ্টি'য়ে আলম্বনৰ যথাৰ্থ-স্বভাৱ আৰু অযথাৰ্থ স্বভাৱ ভেদ কৰে। আন আন 'চিত্ত-বৃত্তি'ৰ সহায়ত নিজৰ লক্ষ্যলৈ উপনীত কৰায়। বিভিন্ন দিশৰ 'সম্যক্-দৃষ্টি' হ'ল 'প্রজ্ঞা'ই আলম্বনৰ যথাৰ্থ স্বভাৱ আৰু অযথাৰ্থ স্বভাৱ ভেদ কৰে। 'স্মৃতি'য়ে সেই অযথাৰ্থস্বভাৱ ত্যাগ কৰায় আৰু যথাৰ্থ স্বভাৱক গ্ৰহণ কৰি সংৰক্ষণ কৰে। 'প্রজ্ঞা'ই বিষয়টিক প্রকাশিত কৰে আৰু 'স্মৃতি'য়ে পহৰা দিয়ে। 'প্রজ্ঞা'ই পথ প্রদৰ্শন কৰে। 'স্মৃতিয়ে' সেই পথত স্থিত ৰাখে। 'প্রজ্ঞা'ই কয়— 'চুলি, নখ আদি অশুচি; অকুশল কৰ্ম বেয়া'; স্মৃতিয়ে কয়— 'সঁচাকৈয়ে চুলি, নখ আদি অশুচি; অকুশল কৰ্ম সঁচাকৈয়ে বেয়া।' আৰু এই জ্ঞানে চিত্তক ধৰি ৰাখে, 'মোহ'ক আহিব নিদিয়ে। 'শ্রদ্ধা'য়ে চিত্তক বুদ্ধ উপদেশৰ প্রতি ঢাল খুৱায় আৰু 'প্রজ্ঞা'য়ে চিত্তক নিৰ্বাণ পথৰ নজনা বিষয়ে প্রকাশ আৰু প্রদৰ্শন কৰে। 'স্মৃতি'য়ে চিত্তক পথ-ভ্ৰষ্ট হোৱাৰ পৰা ৰক্ষা কৰে আৰু আগবঢ়ায়। 'একাগ্ৰতা'ই সেই একেই লক্ষ্যত নিবিষ্ট ৰাখে। 'বীৰ্য্য'ই সিহঁতৰ প্রত্যেকৰ মাজত শক্তি সঞ্চাৰ কৰে।

লোভ, দ্বেষ আৰু মোহ অকুশলৰ মূলৰ বিপৰীতে অলোভ, অদ্বেষ আৰু অমোহ কুশলৰ মূল। 'অথ-সালিনী'ত আচাৰ্য বুদ্ধঘোষে কৈছে, 'অলোভ মাৎসৰ্য্যমলৰ, অদ্বেষ দুঃশীলতাৰ আৰু অমোহ কুশল চিত্ত অনুশীলনৰ প্রতিপক্ষ বা বিপৰীত ধৰ্মী। এই অলোভ দানৰ হেতু, অদ্বেষশীলৰ (নৈতিক চৰিত্রশীল) হেতু আৰু অমোহ ভাৱনাৰ হেতু। অলোভৰ দ্বাৰা অনধিক গ্ৰহণ, অদ্বেষৰ দ্বাৰা পক্ষপাত বৰ্জন আৰু অমোহৰ দ্বাৰা অবিপৰীত দৰ্শন হৈ থাকে। অলোভে বিদ্যমানৰ (থকা) দোষক দোষ বুলি স্বীকাৰ কৰে, অদ্বেষে বিদ্যমান গুণক গুণ বুলি প্রচাৰ কৰে আৰু অমোহে যথাযথ স্বভাৱক যথাযথ বুলি বুজে, গ্ৰহণ কৰে আৰু ব্যক্ত কৰে। আলোভৰ প্রিয়-বিচ্ছেদ দুঃখ নহয়, অদ্বেষৰ অপ্রিয় সমাগম দুঃখ নহয় আৰু অমোহৰ ইচ্ছা বিঘাত দুঃখ নজন্মে। অলোভৰ জন্মদুখ, অদ্বেষৰ জৰা দুঃখ আৰু অমোহৰ মৰণ দুঃখ অনুভূত নহয়। অলোভে গৃহস্থজীৱনক, অমোহে প্রব্রজিত (ভিক্ষু) জীৱনক আৰু অদ্বেষে উভয় জীৱনক সুখময় কৰে। বিশেষকৈ অলোভে প্রেতলোকত, অদ্বেষে নিৰয় (নৰক) লোকত আৰু অমোহে তিৰ্য্যক যোনিত (গৰু, পশু আদি প্রাণীলৈ) উৎপত্তিত বাৰণ কৰে। আলোভে আসঙ্গ লিপ্সা (লগ ল'বৰ ইচ্ছা)ত, অদ্বেষে ভেদ-চেষ্টাত আৰু আমোহে অজ্ঞানক উপেক্ষা (ভাল-বেয়া বোধ নথকা হেতু অৱহেলা কৰা)ত বাধা প্রদান কৰে।... অলোভে কাম-সুখ বৰ্জন, অদ্বেষে কৃচ্ছ্রসাধন বৰ্জন আৰু অমোহে 'মধ্যমপন্থা' অনুসৰণ কৰায়। অলোভ স্বৰ্গলোকৰ, অদ্বেষ ব্ৰহ্মলোকৰ আৰু অমোহ আৰ্য্য (প্রব্রজিত ভিক্ষু) জীৱনৰ প্রত্যয় বা হেতু। আলোভ 'অনিত্য' জ্ঞানৰ লগত, অদ্বেষ 'দুঃখ' জ্ঞানৰ লগত আৰু অমোহ 'অনাত্ম' জ্ঞানৰ লগত ওতপ্রোতভাৱে জড়িত।'

সাধাৰণ 'দৃষ্টি'ত ব্যৱহাৰিক সত্য আৰু 'সম্যক্ দৃষ্টি'ত পৰমাৰ্থিক সত্য যেন ঠিক সাধাৰণ মানুহে বুজা 'পানী' আৰু পদাৰ্থবিদে বুজা 'পৰমাণু সত্য'ৰ দৰে। পদাৰ্থবিদৰ মতে 'পানী' নাই, আছে মাত্র 'জলজান' বাষ্পৰ দুই দুই পৰমাণু আৰু অম্লজান বাষ্পৰ এক এক পৰমাণুৰ সমষ্টি। পদাৰ্থবিদে সেই জলজান বাষ্পৰ আৰু অম্লজান বাষ্পৰ একক পৰিমাণ পৰমাণুৰ ঘনত্ব, তৰলতা বা বাষ্প আদি গুণ বিশ্লেষণ কৰাৰ দৰে বুদ্ধদেৱে ব্যৱহাৰিক সত্যৰ 'মানুহ' বা 'সত্ত্ব'ক তেওঁৰ পৰমাৰ্থিক 'সম্যক দৃষ্টি'ত 'পঞ্চ-স্কন্ধ'হে বিচাৰি পাইছে আৰু বিশ্লেষণ কৰি দেখুৱাইছে। সেয়ে তেওঁ কৈছে যে 'সম্যক দৃষ্টিৰে চাই 'দুঃখ আৰ্য্যসত্য' দুঃখ কি, তাক 'পৰিজ্ঞাতব্য' (জানিব লাগে); 'দুঃখ সমুদয় আৰ্য্যসত্য'ৰ 'তৃষ্ণা' পৰিত্যাজ্য (ত্যাগ কৰিব লাগে); 'দুঃখ নিৰোধ আৰ্য্যসত্য'ৰ বিৰাগ আৰু মুক্তি প্রত্যক্ষকৰণীয় আৰু পালনীয়; আৰু 'দুঃখ নিৰোধ গামিনী প্রতিপদা আৰ্য্যসত্য'ৰ 'আৰ্য্য-অষ্টাঙ্গিক মাৰ্গ'ৰ বিষয়ে ভাবিতব্য' (ধ্যান-ভাবনা কৰিব লাগিব)। তেহে 'বিদ্যা' (প্রজ্ঞা) আৰু 'বিমুক্তি' (নিৰ্বাণ লাভ কৰিব পাৰিব। এই সম্যক্ দৃষ্টিয়েই অভিজ্ঞা বা বোধি জ্ঞান লাভৰ উৎস।

এই বিশ্লেষাণাত্মক 'সম্যক দৃষ্টি' আৰু সাধাৰণ 'দৃষ্টি'ৰ সম্বন্ধে মিলিন্দ ৰজা আৰু নাগসেন ভিক্ষুৰ কথোপকথনৰ পৰা আভাস পাব পাৰি ঃ—

মিলিন্দ ৰজা— ভন্তে, আপোনাক কি বুলি জানে? আপোনাৰ নাম কি?

নাগসেনভিক্ষু— মহাৰাজ, মোক নাগসেন বুলি মাতে। নাগসেন কিন্তু সংজ্ঞা প্রকাশক 'ব্যৱহাৰিক' নাম মাত্র। ইয়াত কোনো ব্যক্তি বা অবয়বৰ উপলব্ধি নহয়।

মিলিন্দ— যদি ভন্তে নাগসেন ব্যক্তি নহয়, তেনেহ'লে আপোনাক দান দিয়া চীবৰ (ভিক্ষুসকলৰ পিন্ধা হালধীয়া বসন), আহাৰ আদি কোনে উপভোগ কৰে? কোনে ভাৱনা অভ্যাস কৰে, কোনো মাৰ্গফল প্রত্যক্ষ কৰে, কোনে প্রাণীহত্যা আদি অকুশল কৰ্ম সম্পাদন কৰে? তেনেকৈ হ'লে কুশলো নাই; অকুশলো নাই। সুকৰ্মৰ বা দুষ্কৰ্মৰ ফলো নাই। আপোনাক যদি কোনোবাই হত্যাও কৰে, তেন্তে সেই হত্যাকাৰীৰ কোনো পাপ নহ'ব। আপোনাৰ আচাৰ্যও নাই, উপাধ্যায়ও নাই আৰু উপসম্পদাও নাই। আপুনি কৈছে যে 'মোক

নাগসেন বুলি জানে। সেই নাগসেন কোন? তেন্তে আপোনাৰ চুলিয়েই নাগসেন নেকি?

নাগসেন— নহয়, মহাৰাজ।

মিলিন্দ— নোম, নখ, দাঁত, ছাল, মাংসই নাগসেন নেকি?

নাগসেন— নহয়, মহাৰাজ।

মিলিন্দ— ৰূপ, বেদনা, সংজ্ঞা, সংস্কাৰ, বিজ্ঞানেই নাগসেন নে?

নাগসেন— মহয়, মহাৰাজ।

মিলিন্দ— তেন্তে কি ৰূপ-বেদনা-সংজ্ঞা-সংস্কাৰ-বিজ্ঞান এই পঞ্চস্কন্ধৰ সমষ্টিয়েই নাগসেন?

নাগসেন— নহয়, মহাৰাজ।

মিলিন্দ— ভন্তে, আপোনাক সুধি নাগসেন কোন নাপালোঁ। নাগসেন তেন্তে মাত্র শব্দই নে? সন্মুখত থকা নাগসেন কোন? আপুনি মিছা কৈছে। নাগসেন নাই।

নাগসেন— মহাৰাজ, আপুনি ক্ষত্রিয় কুমাৰ, সুকোমল শৰীৰ। এই মধ্যাহ্ন সময়ত গৰম বালিময় শিল-পাথৰেভৰা মাটিৰ ওপৰেদি খোজকাঢ়ি আহোঁতে সম্ভবতঃ আপোনাৰ ভৰি বিষাইছে। শৰীৰো ক্লান্ত হৈছে।

মিলিন্দ— মই ৰথত আহিছোঁ ভন্তে, মই অলপো ক্লান্ত হোৱা নাই।

নাগসেন— মহাৰাজ, আপুনি যদি ৰথত আহিছে, তেনেহ'লে ৰথ কি, মোক কওঁক। ঈশ জানো ৰথ?

মিলিন্দ— নহয়, ভন্তে।

নাগসেন— অক্ষ, চকা, দণ্ড, ধুৰা, ৰছীয়ে ৰথ নে?

মিলিন্দ— নহয়, ভন্তে।

নাগসেন— তেন্তে জানো এইবিলাকৰ সমষ্টিয়েই ৰথ?

মিলিন্দ— নহয়, ভন্তে।

নাগসেন— আপোনাক সুধি কিন্তু ৰথ নাপালোঁ। মহাৰাজ, ৰথ তেন্তে কেৱল কথা মাত্র নে? ইয়াত বিদ্যমান ৰথ কি? আপুনি মিছা কৈছে, ৰথ নাই।

মিলিন্দ— ভন্তে, মই মিছা কোৱা নাই। ঈশ, চকা, দণ্ড, ধুৰা, ৰছী আদি সমবায়ৰ সুসংবদ্ধতা হেতু ৰথ হৈছে। এয়া সংজ্ঞা প্রকাশক, ব্যৱস্থাৰ আৰু ব্যৱহাৰিক নাম মাত্র।

নাগসেন— সাধু, সাধু, মহাৰাজ। ৰথ কি আপুনি ভালকৈয়ে জানে। ঠিক এনেকুৱাই মহাৰাজ, চুলি, নোম, দাঁত, মাংস, হাড় আদিৰে ৰূপ, আৰু বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান এই পঞ্চ-স্কন্ধৰ সংযুক্ত সমষ্টিৰ ওপৰত আশ্রয় কৰিয়েই এই নাগসেনৰ সংজ্ঞা প্রকাশ 'ব্যৱহাৰিক' ব্যৱস্থাৰ নাম প্রৱর্তিত হৈছে। পৰমাৰ্থভাৱে ইয়াত



কোনো বেলেগ ব্যক্তি বা অবয়বী স্বৰূপ লোকৰ বা আত্মাৰ উপলব্ধি নহয়।

মিলিন্দ— সাধু, সাধু ভন্তে নাগসেন। অতি সুন্দৰৰূপে আপুনি ব্যাখ্যা কৰি উত্তৰ দিছে।

(২) সম্যক সংকল্প ঃ— 'সংকল্প'ৰ অৰ্থ হয় মনত পঙা বা কল্পনাযুক্ত চিন্তা। মনে সদায় এনে কল্পনাৰে জাল তৰে। সাধাৰণতে মানুহে বিষয় ভোগ, ধন-সম্পদৰহে কথা ভাবে; বৈষয়িক চিন্তাত মগ্ন হয়। এনে চিন্তা যিমানেই বাঢ়ে, সিমানেই মনত উদ্বেগ অশান্তি হয় আৰু মনৰ সাম্য চিন্তাৰ বিঘিনি ঘটে। এই স্বভাৱৰ চিন্তাত কম-বেচি পৰিমাণে লোভ, দ্বেষ আৰু মোহ সদায় থাকেই। এনে কামনাসিক্ত বা দ্বেষক্লিষ্ট চিন্তাক অকুশল চিন্তা বোলা হয়। কিয়নো ই মনৰ উৎকৰ্ষ সাধন নকৰে। গতিকে এয়া হ'ব আভুৱা ভৰা মিছা সংকল্পহে, সম্যক্ সংকল্প নহয়। অকুশলৰ আন নাম হ'ল পাপ।

এই আভুৱা ভৰা সংকল্প এৰি মৈত্রী, করুণা, দান, শীল, ভাবনা আদি কুশল চিন্তাত মগ্ন হোৱাই সৎ বা সম্যক্ সংকল্প। কুশল চিত্তৰ চিন্তাত শ্রদ্ধা আদি গুণযুক্ত হয় আৰু সৌভাগ্য উৎপাদন কৰে কাৰণে 'শোভন চিত্ত' বোলা হয়। এনে শোভন চিত্ত 'কু' (বেয়া)ৰ পক্ষে শল্য বা বাণ এপাটৰ দৰে আৰু পাপ সংহাৰত ই 'কুশ' স্বৰূপ। সেইকাৰণে 'কুশল'। এনে কুশল চিত্তেৰে যিকোনো নিষ্পাপ চিন্তাত মগ্ন হোৱাই হ'ল 'সম্যক সংকল্প'। বোধিসত্ত্ব গৌতমে এক আহত গছৰ তলত বহি প্রতিজ্ঞা কৰিছিল যে তেওঁৰ শৰীৰ-মাংস সেই আসনতে ধ্বংস হওক, তথাপি বোধিজ্ঞান লাভ নকৰা পৰ্যন্ত সেই আসন ত্যাগ নকৰে। এই প্রতিজ্ঞা বা সংকল্পই আছিল 'সম্যক সংকল্প' বা সম্যক অধিষ্ঠান। সৎ-সংকল্প নাথাকিলে কোনো সৎ-কৰ্ম সম্পাদন কৰিব নোৱাৰে। এনে সম্যক-সংকল্পই মনত আনন্দ আৰু শান্তি আনে; আধ্যাত্মিক উন্নতিও বেছি সোনকালে হয় আৰু চৰম লক্ষ্যৰ ওচৰ চপায়।

(৩) সম্যক বাক্য ঃ— মনৰ ভাৱৰ লেনদেনৰ কাৰণে মানুহে বাক্য ব্যৱহাৰ কৰে। সকলো বাক্য একে নহয়। বাক্য ব্যৱহাৰত মানুহৰ চৰিত্র ফুটি উঠে। সৎলোকৰ বাক্য সুন্দৰ আৰু অসৎ লোকৰ বাক্য বাকদোষেৰে মলিন। এনে বাক-দোষ চাৰিপ্রকাৰৰ হয়, যেনে ঃ— (ক) মিছাবাক্য, (খ) ৰূঢ় বা কৰ্কশ বাক্য; (গ) পৰনিন্দা বা টুটকীয়া বাক্য আৰু (ঘ) সম্প্রলাপ বা বাচালতা বা অতি কথকীৰ বাক্য। মিছলীয়া লোকৰ মিছাকথাৰ দাম নাই আৰু কেতিয়াও লোকৰ বিশ্বাসভাজন হ'ব নোৱাৰে। কৰ্কশ বাক্যই লোকক আঘাত কৰে আৰু অকাৰণত শত্রুতাৰ সৃষ্টি কৰে। টুটকীয়া বাক্য বা বিদ্বেষমূলক মিছা অপবাদকাৰী বাক্য সদায় গৰ্হিত। ই পৰস্পৰৰ মাজত বিভেদ সৃষ্টি কৰে, পৰিৱেশ বিষাক্ত কৰে আৰু নানা অনৰ্থৰ কাৰণ হয়। সম্প্রলাপৰ বা অতি কথকীৰ বাক্য অৰ্থহীন, অসাৰ আৰু ঘৃণাৰ পাত্র। এই চাৰিওপ্রকাৰ বাক-দোষ সমূহীয়াকৈ 'মিছা-বাক্য' বোলে।

এই চাৰিটি বাক্-দুশ্চৰিত্রক এৰি তাৰ পৰিৱৰ্তে সত্যবাক্য, সুভাষিত বাক্য, মিলা-

প্ৰীতিৰ বাক্য আৰু হিত-ধৰ্ম বাক্য কোৱাই ভাল। সেয়েই 'সম্যক বাক্য' আৰু যিকোনো পৰিস্থিতিতে এই সঁচা কথা কোৱা এৰিব নালাগে।

(৪) সম্যক কৰ্মান্ত ঃ জীৱনত সকলোৱেই কৰ্মব্যস্ত। কৰ্ম নহ'লে কোনেও জীয়াই থাকিব নোৱাৰে। কৰ্মক দুই ভাগে ভাগ কৰা হয়। (ক) কুশল কৰ্ম আৰু (খ) অকুশল কৰ্ম।

যি চিন্তা কৰায় সেয়েই 'চেতনা'। এই চেতনা লোভ, দ্বেষ, মোহ, অলোভ, অদ্বেষ আৰু আমোহ এই ছয় হেতুৰ সংযোগত সংস্কাৰৰূপে চিন্তা-অনুভূতিত বৰ্তি থাকে। অৱকাশ পালেই এই চেতনা বাক্-কৰ্মত অথবা কায়-কৰ্মত পৰিণত হৈ প্ৰকাশ পায়। এই প্ৰকাশিত কৰ্ম কুশল অথবা অকুশল হ'ব পাৰে। লোভ, দ্বেষ আৰু মোহ হেতু যোগহৈ কৰা কাৰ্য কুশল কৰ্মত পৰিণত হয়।

এই অকুশল কৰ্ম বা দুষ্কৰ্মক 'কায়-দুশ্চৰিত্ৰ' বোলা হয়। কিয়নো দুষ্কৰ্মৰ ভিতৰত শাৰীৰিকভাৱে কৰা প্ৰাণী-হত্যা, প্ৰাণীহিংসা (আনক কৰা অত্যাচাৰ আৰু হিংসামূলক কাৰ্য), চুৰি (অপহৰণ, লুণ্ঠন আদি), আৰু ব্যভিচাৰ (পৰস্ত্ৰী গমন, বলাৎকাৰ) আদি পৰে।

ওপৰুক্ত কৰ্মৰ বিপৰীতে প্ৰাণীবধ বা প্ৰাণীহিংসা কাৰ্যৰ পৰা বিৰতি, অদত্ত বা নিদিয়া বস্তুক গ্ৰহণ কৰা (চুৰ কৰা, লুণ্ঠন কৰা) কাৰ্যৰ পৰা বিৰতি আৰু ব্যভিচাৰ কাৰ্যৰ পৰা বিৰতি, এই তিনিবিধ কায়-দুশ্চৰিত্ৰৰ প্ৰতি অনাসক্তি আদি কুশল কৰ্ম। এই 'বিৰতি' হৈছে নিষেধাৰ্থক বা অনাসক্তিসূচক অৰ্থাৎ সেই অকুশল কৰ্ম কৰা অনুচিত বা কৰাৰ পৰা 'বিৰত' থাকিব লাগে। আকৌ, 'অৰতি'ও হ'ব লাগে অৰ্থাৎ তেনে কু-কৰ্মবিলাকত 'ৰতি' থাকিব নালাগে। আনহাতে স্বাভাৱিক যথাৰ্থ কুশল কৰ্ম হ'ল দয়া কৰ্ম (হিংসাৰ বিপৰীতে অহিংসা, মৈত্ৰী); দানকৰ্ম (চুৰি-লুণ্ঠন কৰ্মৰ বিপৰীতে দান-সাহায্য দিয়া); ব্ৰহ্মচৰ্য্য (ব্যভিচাৰৰ পৰিৱৰ্তে ব্ৰহ্মচৰ্য) পালন; বৈয়াবৃত্য (শাৰীৰিক শ্ৰমদানৰ দ্বাৰা পূন্যকামত সহায় কৰা, সেৱা-পৰিচৰ্যা কৰা, নিজৰ কামৰ দৰে দেশৰ বা দহৰ কামত সহায় কৰা); অপচায়ন (বয়োজ্যেষ্ঠ আৰু গুণশ্ৰেষ্ঠক সন্মান বা পূজা কৰা) ইত্যাদিয়েই 'সম্যক কৰ্মান্ত'।

(৫) সম্যক আজীৱ ঃ— আজীৱ মানে জীৱিকা। প্ৰত্যেক মানুহৰেই জীৱিকা বৃত্তি আছে। শুদ্ধ জীৱন-যাপন কৰিবলৈ নিজৰ জীৱিকাও শুদ্ধ হোৱা দৰকাৰ। কেৱল অৰ্থ বা টকা-পইচাৰ সমাগমত অথবা মান-মৰ্যাদা লাভৰ বাবে কৰা জীৱিকা শুদ্ধ নহয়। যিটো জীৱিকাত ঠগ-প্ৰৱঞ্চনা কৰিব লগা হয়, আনক অত্যাচাৰ-উৎপীড়ন কৰিব লগা হয়, প্ৰাণীবধ কৰিব লগা হয়, সেই জীৱিকা শুদ্ধ নহয়। অস্ত্ৰ-শস্ত্ৰ ব্যৱসায়, জীৱ বা প্ৰাণীৰ বাণিজ্য, মাদকদ্ৰব্য খোৱা বা বাণিজ্য কৰা ইত্যাদি ইয়াৰ ভিতৰত পৰে অৰ্থাৎ অসৎ জীৱিকা।

অসৎ জীৱিকাৰ প্ৰতি অনাসক্তি আৰু সৎ জীৱিকাৰ প্ৰতি ধাউতিয়েই 'সম্যক আজীৱ'। নিজৰ জীৱিকা আৰ্জনৰ বাবে বাক্য অথবা কায়-দুশ্চৰিত্ৰত অৰতি আৰু বিৰতি হ'ব লাগে। দুশ্চৰিত্ৰৰ প্ৰতি চিত্তৰ বিমুখীভাব বা অনিচ্ছা বা ধাউতি নথকাৰ



পৰাই চিত্তৰ 'অৰতি' ভাৱ উৎপন্ন হয়। দুশ্চৰিত্ৰ অনুযায়ী কাৰ্য সম্পাদনৰ সুযোগ আৰু সুবিধা পালেও শ্ৰদ্ধা, হ্ৰী (কুকৰ্ম কৰিবলৈ লাজ কৰা), অতপ্প (পাপ কৰ্ম কৰিবলৈ ভয়) আৰু উদ্বিগ্নতাৰ কাৰণে সেই দুশ্চৰিত্ৰৰ প্ৰতি 'বিৰতি' ভাৱ উৎপন্ন হয়, অৰ্থাৎ যদিহে তেনে অসৎ জীৱিকা চলাইয়ো আছিল, তাক বন্ধ কৰে। মুঠতে সম্যক বাক্য আৰু সম্যক কৰ্মান্তৰ আধাৰত সৎ জীৱিকা আৰ্জন কৰাই হ'ল 'সম্যক আজীৱ'।

(৬) সম্যক ব্যায়াম ঃ— ব্যায়াম মানে বীৰ্য, উদ্যম, প্ৰচেষ্টা। বোধিসত্ত্ব গৌতমে অত্যধিক কৃচ্ছ-সাধন কৰি দুৰ্বল হৈ পৰাত ইপ্সিত মুক্তিপথ নাপাই কৈছিল 'নায়ম্ আত্মা বলহীনেন লভ্যঃ।' অৰ্থাৎ বলবীৰ্য্যহীনৰ দ্বাৰা আত্মোৎকৰ্ষ সাধন লাভ নহয়। সেই সাধন লাভৰ কাৰণে লাগে সবীৰ্য্য উদ্যম আৰু প্ৰচেষ্টা। তেতিয়াহে অভীষ্ট সিদ্ধি হয়।

"অভিধৰ্মাৰ্থ সংগ্ৰহ' গ্ৰন্থত 'চেতসিক' (চিত্তবৃত্তি) বৰ্ণনাত এই 'ব্যায়াম'ক 'বীৰ্য্য' বোলা হৈছে অৰ্থাৎ বীৰত্ব, অধ্যৱসায়, কৰ্মশক্তি। কাৰ্য আৰম্ভ কৰা ইয়াৰ স্বভাৱ আৰু বাধা অতিক্ৰম কৰাই ইয়াৰ কৃত্য বা আচৰণীয় কৰ্ম। এই 'বীৰ্য্য' এটা প্ৰকীৰ্ণ বা বিস্তিৰ্ণ মনোবৃত্তি। ই কুশল বা যিকোনো চিত্তত যুক্ত হয়। 'মোহ'যুক্ত অকুশল চিত্তৰ এই 'বীৰ্য্য' যোগ হ'লে অকুশল কৰ্মৰ সহায়ক হয় আৰু শ্ৰদ্ধাসংযুক্ত শোভন চিত্তত 'বীৰ্য্য' যোগ হ'লে কুশল কৰ্মত সাহায্য কৰে। উদাহৰণ স্বৰূপে এক মোহ আবদ্ধ বীৰ্য্যই আঙ্গুলীমালা নামৰ ব্যক্তিক দস্যু কৰিছিল। পাচত প্ৰজ্ঞাযুক্ত বীৰ্য্যই শ্ৰদ্ধাযুক্ত কুশল পথ প্ৰাপ্ত কৰাই তেওঁক অৰ্হতভিক্ষুলৈ উন্নীত কৰিছিল। এই 'বীৰ্য্য' চেতসিকেই বোধিসত্ত্ব গৌতমৰ চিত্তত পূৰ্ণতাপ্ৰাপ্ত হৈ তেওঁ সম্যক সংকল্প কৰি কৈছিল, "মোৰ হাড়, ছাল, মাংস, স্নায়ু শুকাই যাওঁক, তথাপি প্ৰাপ্তব্য বোধিজ্ঞান নোপোৱালৈকে এই ধ্যান স্থানৰ পৰা নুঠো" আৰু সেই বীৰ্যৰ বলতেই বোধিজ্ঞান লাভ কৰিলে। দান, শীল, ভাৱনা আদি কুশল কৰ্মক উৎসাহ আৰু পৰাক্ৰমৰ সৈতে সম্পন্ন কৰিবলৈ নিতৌ অভ্যাস কৰিলে 'সম্যক ব্যায়াম' (বীৰ্য্য) পৰিপূৰ্ণ হয়।

সম্যক-ব্যায়ামৰ আন এটা দিশ হ'ল কুশল কৰ্মৰ উৎকৰ্ষ সাধন। এই ক্ষেত্ৰত কৰণীয় কাৰ্য্যভেদে ইয়াৰ উদ্যম বা প্ৰচেষ্টা চাৰি প্ৰকাৰৰ। (ক) অনুৎপন্ন পাপ বা নোপজা পাপৰ চিন্তা যাতে চিত্তত উৎপন্ন হ'ব নোৱাৰে, তাৰ বাবে ইন্দ্ৰিয় সংযমৰ ব্যায়াম বা প্ৰচেষ্টা চলোৱা; (খ) উৎপন্ন পাপৰ চিন্তা যাতে চিত্তৰ পৰা বৰ্জন হয়, তাৰ বাবে কৰা প্ৰচেষ্টা; (গ) অনুৎপন্ন কুশল কৰ্মৰ চিন্তা চিত্তত উৎপাদন আৰু গঠনৰ কাৰণে কৰা প্ৰবল প্ৰচেষ্টা; আৰু (ঘ) উৎপন্ন কুশল চিত্তৰ সংৰক্ষণ, বৰ্দ্ধন আৰু পৰিপূৰ্ণ কৰিবৰ বাবে অক্লান্তভাৱে কৰা চেষ্টা বা ব্যায়াম। এই চাৰিঅঙ্গ উদ্যমৰ নিত্য অনুশীলনেই 'সম্যক্ ব্যায়াম'।

(৭) সম্যক্-স্মৃতি ঃ— 'স্মৃতি' মানে সোঁৱৰণ বা মনত ৰখা। পাহৰণি অৰ্থাৎ বিস্মৃতিৰ গৰ্ভত কথা যাতে লয় নাযায়, তাৰ বাবে আলম্বনক (লক্ষ্যক) মনত জগাই ৰখা। সেয়েই 'স্মৃতি'। কিন্তু অকুশল কৰ্মৰ বা বিষয়ৰ স্মৰণক 'স্মৃতি' নোবোলে, তাক পাপ-চিত্ত বা পাপ-চিন্তাৰ উৎপত্তিহে বোলে। নিষ্পাপ, পুণ্যময় বিষয়ৰ স্মৰণকহে 'স্মৃতি'

বোলে। এই স্মৃতি সজাগ প্ৰহৰীৰ দৰে। ই চিত্তৰ কুশল অৱস্থাক সদায় জাগ্ৰত বা উজাগৰে ৰাখে আৰু অকুশল অৱস্থা উৎপন্ন হোৱাৰ সুবিধা নিদিয়ে। 'কুশল অপৰিত্যাগ' ই উক্ত সম্যক্ ব্যায়ামৰ পৰিণামক কায় আৰু চিত্তৰ মাজত সকলো ক্ষণতে জাগ্ৰত ৰাখে। আৰু 'অবিস্মৃত সতৰ্কতা' ইয়াৰ কৰণীয় কাৰ্য। সকলো কুশল কৰ্মত 'স্মৃতি' সংযুক্ত হৈ থাকে। স্মৃতিহীন চিত্ত গুৰিয়াল নথকা নাৱৰ দৰে দুৰ্দশাপ্ৰাপ্ত হয়। হিত-অহিত, ভাল-বেয়া নিৰ্বাচনতো 'স্মৃতি'য়ে হিত বা ভালক গ্ৰহণ কৰে।, অহিত বা অকুশলক ত্যাগ কৰে। সেইকাৰণে বুদ্ধদেৱে কৈছিল,

'সতি খাহং, ভিকখবে, সব্বত্থিকং বদামী'তি।"

অৰ্থাৎ 'হে ভিক্ষুসকল, মই সেই 'স্মৃতি'কে সকলোবিধ কুশল উদ্দেশ্যৰ সিদ্ধদাত্ৰী বুলি কওঁ।"

এই স্মৃতিয়ে ওপৰুক্ত চাৰিপ্ৰকাৰ সম্যক ব্যায়ামৰ উদ্যম আৰু প্ৰচেষ্টা অনুযায়ী কায় আৰু চিত্তৰ ক্ৰিয়াৰ ওপৰত ছেদ-ভেদ নোহোৱাকৈ নিবন্ধ কৰি ৰাখে আৰু সমাধিৰ (একাগ্ৰতাৰ) পথত চিত্তক নিবিড়ভাৱে একাগ্ৰ কৰে। এনে স্মৃতিকেই 'সম্যক্ স্মৃতি' বা 'অপ্ৰমাদ' বোলে।

(৮) সম্যক সমাধি ঃ- ধ্যানৰ অভ্যাস কৰি চিত্ত যেতিয়া এটি বিষয়ত নিবন্ধ, নিশ্চল হয় স্থিৰ হয়, অস্থিৰতা বা অনিশ্চয়তত মগ্ন নহয়, সেই অৱস্থাকে "একাগ্ৰতা" বোলে। যেতিয়া একাগ্ৰতা পূৰ্ণতা-প্ৰাপ্ত হয়, তাকে "সমাধি" বোলে। মন যেতিয়া স্থিৰ বা অচঞ্চল হয়, আলম্বনৰ পৰা চিত্তৰ "অবিক্ষেপতা" অৰ্থাৎ চিন্তাকৰা বিষয়ৰ পৰা মন নিপিচলে, বা এৰাধৰা নাইবা চিগি নপৰা, একমনা হোৱাই ইয়াৰ লক্ষণ। মন তেতিয়া আলম্বনত নিবদ্ধ হয়। এই নিবদ্ধ একাগ্ৰ চিত্তইহে মাত্ৰ যথাভূত বা পৰমাৰ্থিক তত্ত্ব দেখিবলৈ পায়। ফলত জ্ঞান উৎপন্ন হয়, জ্ঞানৰ দুৱাৰ মেল খায়। প্ৰজ্ঞা উৎপন্ন হয়, "সম্যক দৃষ্টি"উৎপন্ন হয়। সেয়েই "সম্যক সমাধি"। আন কথাত কবলৈ হলে কুশল চিত্তৰ যি একাগ্ৰতা সেয়েই "সম্যক সমাধি"।

এই "আৰ্য্যঅষ্টাঙ্গিক মাৰ্গ"ক তিনি ভাগত ভাগ কৰা হয়। যেনে ঃ- (ক) শীল (খ)সমাধি আৰু (গ) প্ৰজ্ঞা। আৰ্যঅষ্টাঙ্গিক মাৰ্গৰসম্যক কৰ্ম্মান্তি, সম্যক বাক্য আৰু সম্যক আজীৱ এই তিনি আৰ্য্য মাৰ্গক একলগে "শীল" বোলে। "শীল" হ'ল নৈতিক সু-আচৰণ আৰু কায় বা দেহৰ নৈতিক সু-চৰিত্ৰ গঠনৰ আধাৰ। এয়েই কুশল কৰ্ম্মৰ মূল। শীল (সু-শীল) ৰ বিপৰীত হ'ল দুঃশীল। শীল নাথাকিলে "সমাধি" ভাগলৈ আগ বাঢ়িব নোৱাৰি। সম্যক ব্যায়াম, সম্যক স্মৃতি আৰু সম্যক সমাধি এই তিনি আৰ্য্য মাৰ্গক সামৰি "সমাধি"বোলা হয়। সম্যক দৃষ্টি আৰু সম্যক সংকল্প এই দুই আৰ্য্যসত্যক সামৰি বোলা হয় "প্ৰজ্ঞা"।

"মহাসলায়তন (ষড়ায়তন) সূত্ৰ"ত বুদ্ধদেৱে কৈছে যে "শমঠ (৩৩) আৰু বিদৰ্শন (৩৪) ভাবনা কৰিবৰ আগতেই যোগীৰ কায়কৰ্ম্মআৰু আজীৱ শীল পৰি শুদ্ধ হব

(৩৩) 'শমঠ" মানে যি উপশম কৰে, সি শমঠ অৰ্থাৎ ক্লেশ-তৃষ্ণা-দুঃখক সাম্য কৰে, উপশম কৰে, তাকে 'শমঠ' বোলে।



লাগে। তেতিয়াহে আৰ্য্য অষ্টাঙ্গিক মাৰ্গ ভাবনা পৰিপূৰ্ণ হয়।" টিকাকাৰ সকলে "অট্‌ঠকথা"(অৰ্থকথা)ত কৈছে যে "নহি পঞ্ঞাৰহিতা সমাপত্তি (৩৫), সমাধি ৰহিতা চ বিপস্‌সনা (৩৬) অত্থি", অৰ্থাৎ প্ৰজ্ঞা নাকিলে সমাপত্তি লাভ সম্ভৱ নহয় আৰু সমাধিৰ অভাৱত বিদৰ্শন জ্ঞান কৰাও সম্ভৱ নহয়। প্ৰজ্ঞা উৎপাদনৰ মূল স্বৰূপ হ'ল শীল বিশুদ্ধি আৰু চিত্ত বিশুদ্ধি। তাক প্ৰথমে সম্পাদন কৰা কৰ্ত্তব্য। এই শীলৰ পবিশুদ্ধতা কেৱল পৰমাৰ্থিক নিৰ্ব্বাণ প্ৰপ্তিৰ কাৰনেই যে দৰকাৰ, এনে নহয়। মানুহৰ দৈনন্দিন কাৰ্য্যতো দৰকাৰ। সৰ্বসিদ্ধিৰ প্ৰচেষ্টাত দুঃশীলৰ দ্বাৰা বাধাপ্ৰাপ্ত হ'লে সৎ জীৱন যাপন কৰিব নোৱাৰে।

# তৃতীয় অধ্যায়

## বুদ্ধদেৱৰ সময়ত প্ৰচাৰিত ধৰ্মমত

প্ৰথম 'ধৰ্মচক্ৰ প্ৰৱৰ্তন' কৰা দিন ধৰি বুদ্ধদেৱে ভিক্ষু, গৃহী, ৰজা, প্ৰজা, ধনী, দুখীয়া, পুৰুষ, স্ত্ৰী, ব্ৰাহ্মন, চণ্ডাল আদি সকলোকে অৱস্থা বুজি ধৰ্ম উপদেশ দিছিল। সেই সকলোবিলাক ধৰ্মোপদেশ পাচত 'ত্ৰিপিটক' নামৰ গ্ৰন্থত নিবন্ধ কৰা হৈছে। এই ত্ৰিপিটক গ্ৰন্থত (১) 'সূত্ৰ' (উপদেশপূৰ্ণ উক্তি), (২) বিনয় (ভিক্ষুসকলৰ বাবে কৰা অনুশাসন বা নিয়ম) আৰু (৩) অভিধৰ্ম (পৰমাৰ্থিক তত্ত্বৰ বিশ্লেষণ আৰু শিক্ষা (এই তিনি নামত তিনি ভাগত বিভক্ত কৰা হৈছে।

ভিক্ষুসকলৰ অনুশাসন নিয়ম থকা 'বিনয়' পিটকৰ নিয়মবিলাকৰ কথা, কিছুমান আচাৰ-আচৰণ, গৃহীসকলৰ বেলিকা সিমান প্ৰযোজ্য নহয়। কিন্তু 'সূত্ৰ' পিটকৰ উপদেশবিলাক আৰু 'অভিধৰ্ম'ৰ বিশ্লেষণাত্মক বিষয়বিলাক বুজিলে বৌদ্ধধৰ্মৰ যথাৰ্থতা বা 'যথাভূত' তত্ত্বৰ কথা জনাত সহায় হয়। বুদ্ধদেৱৰ প্ৰচাৰিত ধৰ্ম তত্ত্বৰ কথা সহজে বুজাৰ বাবে সেই সময়ত ভাৰতত প্ৰচাৰিত ধৰ্মমতৰ সম্বন্ধেও কিছুকথা জনা প্ৰয়োজন।

(৩৪) 'বিদৰ্শন' আৰু 'বিপস্‌সনা' প্ৰায় একে অৰ্থত প্ৰযুক্ত হয়। যিকোনো অবলম্বন বিশেষ ৰূপে দৰ্শন আৰু অনুধাবন, দৰ্শনৰ বিশেষত্বসূচক অৱস্থা নিৰ্দ্ধাৰিণ।

(৩৫) 'সমাপত্তি' মানে সম্যকৰূপে ধ্যানমাৰ্গ আৰু ধ্যানফল প্ৰাপ্তিয়েই সমাপত্তি (সম + আপত্তি, প্ৰাপ্তি)।

(৩৬) 'বিপস্‌সনা"। ওপৰত (৩৪) দ্ৰষ্টব্য। পালিত "বিসেসেন ৰূপেন পস্‌সতী'তি বিপস্‌সনা"। বিশেষৰূপে, প্ৰকৃষ্টৰূপে দেখে কাৰণে 'বিপস্‌সনা'। ইয়াৰ আন নাম 'প্ৰজ্ঞা-ভাবনা'।

বুদ্ধদেৱৰ সময়ত ভাৰতত ছজন প্ৰধান ধৰ্মযাজকৰ নাম উল্লেখ পোৱা যায়। তেওঁলোক হৈছে– পূৰণ কশ্যপ, মক্খলি গোসাল, অজিত কেশ কম্বলী, পকুধ কচ্চায়ণ, বেলট্‌ঠি পুত্ৰ সঞ্জয়, মহাবীৰ। তেওঁলোকৰ ধৰ্মমতৰ সম্বন্ধেও বৌদ্ধ গ্ৰন্থত কিছু আভাস পোৱা যায় (৩৭)। এই ছজনৰ ভিতৰত প্ৰথমজন ধৰ্মযাজকৰ নাম হ'ল পূৰণ কশ্যপ। তেওঁ 'অক্ৰিয়াবাদ'ৰ সমৰ্থক। তেওঁৰ মত হ'ল– 'কোনোৱে যদি কোনো কাম কৰে, কৰায়, কাটে, কটায়, প্ৰাণীহত্যা কৰে ডকাইতি কৰে, পৰস্ত্ৰী ব্যভিচাৰ কৰে, মিছা কথা কয় তাত কোনো পাপ নাই। হত্যাকাৰী হৈ গৈ গৈ গঙ্গাৰ দক্ষিণপাৰে গৈ নৰহত্যা কৰিলেও পাপ নহ'ব, পাপ নাই। যজ্ঞ কৰি কৰি গঙ্গা নৈৰ উত্তৰ পাৰে যাগ-যজ্ঞ, দান-দক্ষিণা কৰিলেও পুণ্য নহ'ব, পুণ্য নাই। দান ধৰ্ম, সংযম, সত্য ভাষণ আদিৰ দ্বাৰাও পুণ্য লাভ নহয়।"

দ্বিতীয়জন ধৰ্মযাজক হ'ল মক্খলি গোসাল। তেওঁ আছিল 'নিয়তিবাদ'ৰ সমৰ্থক। তেওঁৰ মত হ'ল, 'প্ৰাণীবিলাকৰ দুঃখৰ কোনো হেতু নাই, কাৰণ নাই। শুদ্ধিৰো কোনো হেতু নাই, কাৰণ নাই। কোনো হেতু বা কাৰণ নোহোৱাকৈয়ে প্ৰাণী শুদ্ধ হয়। নিজৰ শক্তিৰেও একো নহয়, পৰৰ শক্তিৰেও একো নহয়। সকলো জীৱ, সকলো প্ৰাণী দুৰ্বল, নিৰ্বীৰ্য্য। সকলোখিনিয়েই নিয়তি, অদৃষ্ট, সংযোগ (পৰিস্থিতি) আৰু স্বভাৱবশতঃ নানা পৰিণতিপ্ৰাপ্ত হয়। বুদ্ধিমান বা মূৰ্খ উভয়েই চৈধ্য লক্ষ ছয় হেজাৰ ছশবাৰ জন্ম গ্ৰহণ কৰিব লাগিব। কোনোৰ মতে চৌৰাশী লক্ষ মহাকল্পৰ চক্ৰৰ জন্মগ্ৰহণৰ পাছতহে দুঃখৰ নাশ হ'ব। তাৰ আগত হেজাৰ শীল, ব্ৰত, তপস্যা, ব্ৰহ্মচৰ্য্য কৰিলেও বৃথা। এই সুখ-দুঃখ কমাব নোৱাৰি বা বঢ়াবও নোৱাৰি। বুদ্ধিমানৰ বা মূৰ্খৰ, এই জন্মগ্ৰহণ হিচাপৰ পাছতহে দুঃখৰ অন্ত হ'ব। তাৰ আগতে নহয়।"

তৃতীয়জন ধৰ্মাচাৰ্য্যৰ নাম হ'ল অজিত কেশকম্বলী। তেওঁ 'উচ্ছেদবাদ'ৰ সমৰ্থক। তেওঁৰ মত হ'ল, "দান, যাগ-যজ্ঞ, হোম আদি কৰ্মৰ পাক-বিপাক নাই। দেৱতা বা নৰকবাসী নাই, ইহলোক-পৰলোক নাই, পিতা-মাতা নাই, ঔপপাতিক (অযোনিজ প্ৰেত আদি) জীৱ নাই। ইহলোক-পৰলোক সম্পূৰ্ণৰূপে জানি এই সম্বন্ধে শিক্ষা দিয়া-তত্ত্বজ্ঞ আৰু সত্যপথৰ জ্ঞাতা শ্ৰমণ-ব্ৰাহ্মণ পৃথিৱীত নাই। মানুহ চাৰিটি ভূতত গঢ়া। যেতিয়া সি মৰে, সেই চাৰিভূত– পৃথিৱী, অপ, তেজ আৰু বায়ুভূত আদিত একাদিক্ৰমে মিহলি হৈ যায়। ইন্দ্ৰিয়বিলাক আকাশৰ লগত লীন হৈ যায়। যিসকলে দানৰ ফল আছে বুলি কয়, সেইবিলাক অসাৰ কথা, মিছা প্ৰলাপ মাত্ৰ। বুদ্ধিমান আৰু পণ্ডিত উভয়েই দেহ অবসানৰ পাচত উচ্ছেদপ্ৰাপ্ত হয়, বিনষ্ট হয়। মৰণৰ পাছত তেওঁলোকৰ অস্তিত্ব একো নাথাকে।"

চতুৰ্থজন আচাৰ্য্যৰ নাম পকুধ কচ্চায়ণ। তেওঁৰ মত হ'ল– "অন্যান্যবাদী"। তেওঁৰ মতে, "সাতবিধ বস্তু অকৃত (স্বয়ম্ভু বা নিজে নিজে হোৱা), অনিৰ্মিত কোনেও

(৩৭)'দীৰ্ঘনিকায়' ১ম খণ্ড, (২) 'শ্ৰামণ্যফল সূত্ৰ' দ্ৰষ্টব্য।



সজা নহয়), নিৰ্মাতাহীন (সাজোতা বা গঢ়োতা নোহোৱা), উদ্‌পাদিকা শক্তিহীন আৰু অচল স্তম্ভৰ দৰে। ইহঁত গতিহীন আৰু বিকাৰহীন (দোষগুণ, ৰূপ -স্বভাৱৰ বাহিৰ)। পৰস্পৰে পৰস্পৰৰ বিৰোধিতাও নহয় আৰু পৰস্পৰে পৰস্পৰৰ সুখ বা দুঃখ নাইবা সুখ-দুঃখ দুয়োটা একেলগে উৎপন্ন কৰিব নোৱাৰে। সেই সাতটা পদাৰ্থই হ'ল পৃথিৱী, আপ, তেজ, বায়ু, সুখ, দুঃখ আৰু জীৱ। ইহঁতৰ নাশ কৰোঁতা নাই, মাৰোঁতা নাই। শুনোতা নাই, শুনাওতাও নাই। জানোতা নাই জনাওতাও নাই। তীক্ষ্ণ অস্ত্ৰৰ দ্বাৰা যদি কোনোৱে মূৰ কাটে, সি তাক হত্যা কৰা নাই। মাত্ৰ এই সাতটি পদাৰ্থৰ মাজত য'ত ফাট আছে, তাতেহে অস্ত্ৰখনে গৈ প্ৰৱেশ কৰে বুলিহে বুজিব লাগে।"

পঞ্চমজন ধৰ্ম প্ৰচাৰক হ'ল– সঞ্জয় বেলট্‌ঠি পুত্ৰ। তেওঁৰ মত হ'ল– 'বিক্ষেপবাদ"। তেওঁ কয়, "মোক যদি কোনোবাই সোধে পৰলোক আছেনে?, তেন্তে যদি মোৰ মনে ধৰে বা ভাব হয় যে পৰলোক আছে তেন্তে 'আছে' বুলি কম। কিন্তু তেনে কথা মোৰ মনে নধৰে। পৰলোক নাই বুলিয়ে মোৰ মনত ধাৰণা নহয়। ঔপপাতিক (দেৱতা, প্ৰেত আদি) প্ৰাণী আছে বা নাই, মৰণৰ পাছত তথাগত থাকে বা নাথাকে, এই সকলোবিলাক ভাব বা কথা মোৰ মনে নধৰে।"

ষষ্ঠজন ধৰ্ম প্ৰচাৰক হ'ল নিৰ্গ্ৰন্থ নাথপুত্ৰ, যাক আন আন ঠাইত জৈন ধৰ্ম প্ৰচাৰক 'মহাবীৰ' কোৱা হয়। তেওঁৰ মতৰ নাম হ'ল 'চাতুৰযাম সংবৰ বাদ'। এই ধৰ্মৰ প্ৰচাৰক পাৰ্শ্বমুনিয়ে অহিংসা, সত্য, অস্তেয় আৰু অপৰিগ্ৰহ এই 'চাৰিযাম' প্ৰচাৰ কৰিছিল। মহাবীৰে 'ব্ৰহ্মচৰ্য' ও তাত যোগ দিয়ে। এই চাৰিটি যামৰ দ্বাৰা আৰু তপস্যাৰ দ্বাৰা পূৰ্ব জন্মকৃত পাপ দূৰ কৰি, কৈৱল্য (মোক্ষ) লাভ কৰিব পাৰি। যিহেতু নিৰ্গ্ৰন্থ নাথপুত্ৰ এই চাৰি সংবৰ (যাম)ৰদ্বাৰা সংবৃত, তেওঁক 'গতাত্মা' (লক্ষ্যোপনীত), 'যতাত্মা' (আত্মসংযমী) আৰু 'স্থিতাত্মা'ও বোলা হয়।

## "আত্মবাদ"ৰ সম্বন্ধে ধাৰণা

বুদ্ধদেৱৰ 'আত্মবাদ' বৰ্জনৰ কথা বিচাৰ কৰি চোৱাৰ আগতে তেওঁৰ সমকালীন শ্ৰমণ-ব্ৰাহ্মণসকলৰ 'আত্মবাদ' কেনে ধৰণৰ আছিল, তাকে গমি চাব লাগিব। সেই সময়ত বাষষ্ঠি প্ৰকাৰৰ শ্ৰমণ-ব্ৰাহ্মণ পন্থা আছিল (৩৮)। তাৰ ভিতৰত কোনো পন্থাই 'আত্মবাদ'ৰ পৰা মুক্ত নাছিল বুলি বুদ্ধদেৱে কয়। তাৰে ওপকক্ত বৃহৎ ছটা সংঘৰ গৰাকী ধৰ্মাচাৰ্য্যৰ দাৰ্শনিক মত বিশ্লেষণ কৰিলে দেখা যায় যে–

পূৰণ-কাশ্যপৰ 'অক্ৰিয়াবাদ'ত 'আত্মা' প্ৰকৃতিৰ পৰা বেলেগ। কাবোবাক মৰা অথবা কাৰোবাক মৰোৱা ইত্যাদি কৰ্মৰ পৰিণাম 'আত্মা'ত নহয়। ভগবদ্ গীতাৰ কোনো কোনো ঠাইতো এনে ধৰণৰ মত দেখা যায়।

"প্ৰকৃতেঃ ক্ৰিয়ামানানি গুণৈঃ কৰ্মানি সৰ্বশঃ।

(৩৮) দীৰ্ঘ নিকায়, ১ম খণ্ড, 'ব্ৰহ্মজাল সূত্ৰ' (১) আৰু 'শ্ৰাম্যফল সূত্ৰ' (২) দ্ৰষ্টব্য।

অহংকাৰ বিমূঢ়াত্মা কর্তাহমিতি মন্যতে ।। (অ. ৩, শ্লোক ২৭)

প্ৰকৃতিৰ গুণবিলাকৰ দ্বাৰা সকলো কাৰ্য হোৱা সত্ত্বেও অহংকাৰৰ দ্বাৰা মোহিত হৈ আত্মাই ভাবে যে সিয়েই কর্তা।

য এনং বেত্তি হন্তাৰং যশ্চৈনং মন্যতে হতং।

উভৌ তৌ ন বিজানীতো নায়ং হন্তি ন হন্যতে ।। (অ. ২, শ্লোক ১৯)

এই আত্মাই কাৰোবাক মাৰে বুলি যদি কোনোৱে বোধ কৰে, অথবা এই আত্মাক কাৰোবাৰ দ্বাৰা মৰাই বা মৰোৱা হয় বুলি ভাবে, এই দুই প্ৰকাৰৰ ভাব যি কৰে, তেওঁ সত্য বুজিব পৰা নাই বুলিব লাগিব। কাৰণ এই আত্মাই কাকো নামাৰে অথবা কাৰো দ্বাৰা মৰোৱা নহয়।

যস্য নাহংকৃতো ভাবো বুৰ্দ্ধিযস্য ন লিপ্যতে।

হত্বাপি স ইমাঁল্লোকান্ন হন্তি ন নিবধ্যতে।। (অ. ১৮, শ্লোক ১৭)

যাৰ অহং ভাৱ নাই, যাৰ বুদ্ধি (অহংভাবত) অলিপ্ত থাকে, তেওঁ যদি এই সকলো লোকক মাৰে, তথাপি তেওঁ তেওঁলোকক মৰা নাই, নামাৰে, আৰু তাৰ দ্বাৰা তেওঁৰ কোনো ৰকম বন্ধনো নহয়।

দ্বিতীয়জন ধৰ্মযাজক মক্খলি গোসালৰ 'নিয়তিবাদ' পূৰণ কশ্যপৰ 'অক্ৰিয়বাদ'ৰ পৰা বৰ বেছি বেলেগ নাছিল। তেওঁৰ মত এনেকুৱা যেন ধাৰণা হয় যে আত্মা যদি প্ৰকৃতিৰ সৈতে অলিপ্ত, তথাপি নিৰ্দিষ্ট সংখ্যক জন্ম লোৱাৰ পাছত সি আপোনা-আপুনি মুক্ত হয়। বৌদ্ধ ধৰ্মৰ 'অঙ্গুত্তৰ নিকায়ৰ ছক্ক নিপাত'ৰ এটা সূত্ৰৰ (৫৭ নং) মতে চালে এই দুই মতবাদ পাচত এটিত পৰিণত হৈছিল যেন লাগে। মক্খলি গোসালৰ শাৰীৰিক কৃচ্ছ্র সাধনৰ প্ৰণালীক পূৰণ কশ্যপেও সমৰ্থন কৰিছিল।

তৃতীয়গৰাকী ধৰ্মযাজক অজিত কেশকম্বলীৰ 'উচ্ছেদবাদ' গমি চালে তেওঁক সম্পূৰ্ণৰূপে নাস্তিক নাছিল বুলি ধাৰণা হয়। তথাপি তেওঁ চাৰ্বাক মুনিৰ সমৰ্থকৰ দৰে হৈ পৰিছে। তেওঁ ব্ৰাহ্মণসকলৰ বেদৰ প্ৰথামতে কৰা পশুবলি, যাগ-যজ্ঞ ভাল নাপাইছিল আৰু আজীৱক ধৰ্ম প্ৰচাৰকৰ তপস্যাব্ৰতো নামানিছিল। তেওঁ তপস্যা নামানিলেও শ্ৰমণসকলৰ আচাৰ-বিচাৰ মানি চলিছিল আৰু আত্মবাদত লিপ্ত নহৈছিল। আত্মাৰ সম্বন্ধে তেওঁৰ ধাৰণা এযে যে চাৰি মহাভূতৰ দ্বাৰা আত্মাৰ সৃষ্টি হয় আৰু মৃত্যুৰ পাছত ই আকৌ চাৰি মহাভূতত বিলীন হয়। গতিকে তেওঁৰ মতে—

যাবজ্জীবং সুখং জীবেন্নাস্তি মৃত্যোৰ গোচৰঃ।

ভস্মীভূতস্য দেহস্য পুনৰাগমনং কুতঃ।।

"যিমানদিন জীয়াই থাকে সিমান দিন সুখেৰে থাকিব লাগে। কাৰণ মৃত্যুৰ কবলত নপৰা এনে প্ৰাণী নাই। দেহ ভস্মীভূত হ'লে কৰপৰানো ঘূৰি আহিব?" এনে মত পোষণ কৰাও অতি স্বাভাৱিক।

বুদ্ধদেৱৰ সময়ত চতুৰ্থগৰাকী ধৰ্মযাজক পকুধ কাচ্চায়ণৰ 'অন্যান্যবাদ'ৰ যথেষ্ট প্ৰচলন হৈছিল। কিন্তু তাৰ পৰম্পৰা স্থায়ী নহ'ল।

পঞ্চম ধৰ্মযাজক সঞ্জয় বেলট্‌ঠিপুত্ৰৰ 'বিক্ষেপবাদ' প্ৰায় জৈনসকলৰ 'স্যাৎবাদ'ৰ



দৰে আছিল।

জৈনসকলৰ চতুৰ্বিংশ তীৰ্থংকৰ মহাবীৰ স্বামী (বৌদ্ধ সাহিত্যত যাক নিৰ্গ্ৰন্থ নাথপুত্ৰ' বোলে) আৰু মক্খলি গোসাল দুয়োজনে একেলগে ছবছৰ তপস্যা কৰিছিল বুলি জনা যায়। এই দুই সম্প্ৰদায় এক হ'বৰ কাৰণে চেষ্টাও চলিছিল। মহাবীৰ স্বামীয়ে যদি মক্খলি গোসালৰ চৌৰাশী লক্ষজন্মৰ মতাবাদটো মানি লয়, তেনেহ'লে পৰম্পৰা মতে চলি অহা চাতুৰ্যামৰ মূল্য জৈনসকলে বজায় ৰাখিব নোৱাৰিব। আকৌ যদি মকখলি গোসালৰেই মত (অদৃষ্ট), সংগতি (পৰিস্থিতি) আৰু স্বভাৱ এই তিনিটিৰবশত প্ৰাণীবিলাকৰ পৰিণাম ঘটে বুলি মানি লয়, তেন্তে জৈনসকলৰ অহিংসা সত্য, অস্তেয় আৰু অপৰিগ্ৰহ এই চাৰিযামৰ মতৰ উপযোগিতাই নাথাকিব। সেইকাৰণে এই দুই পন্থাৰ একেলগ হোৱাৰ চেষ্টা সম্ভৱ হৈ নুঠিল। আজীৱক মক্খনি গোসাল চৌৰাশী লক্ষ আৱৰ্তন মতবাদতকৈ নিৰ্গ্ৰন্থ নাথপুত্ৰৰ চাতুৰ্যাম সংবৰবাদ সৰ্বসাধাৰণৰ পক্ষে বেছি ভাল লাগিছিল। কিয়নো এই মতবাদত চাতুৰ্যাম আৰু তপস্যাৰ দ্বাৰা পূৰ্বজন্মৰ পাপ ধুই নিকা কৰি বা খণ্ডন কৰি এই একে জনমতে মোক্ষ লাভ কৰা সম্ভৱপৰ হয়।

## আত্মবাদৰ ফল

ওপৰুক্ত ধৰ্মযাজকৰ ভিতৰত প্ৰথম শ্ৰেণীৰ মত হ'ল 'আত্মা আৰু জগত শাশ্বত। সিহঁত নগৰ তোৰণৰ সন্মুখস্থ স্তম্ভৰ দৰে স্থিৰ আৰু নিত্য'। এই দাৰ্শনিক মতত পূৰণ কাশ্যপ, মক্খলি গোসাল, পকুধ কাচ্চায়ণ আৰু নিৰ্গ্ৰন্থ নাথপুত্ৰৰ মতো সন্নিবিষ্ট। কিন্তু উচ্ছেদবাদ সমৰ্থকসকলৰ ভিতত অজিত কেশকম্বলী প্ৰধান আছিল। তেওঁলোকে কয়, "এই আত্মা জড়, চাৰি মহাভূতৰ দ্বাৰা নিৰ্মিত আৰু পিতা-মাতাৰ পৰা উৎপন্ন। দেহপাত হ'লে এই চাৰিমহাভূতৰ বিচ্ছিন্ন আৰু বিনষ্ট হয়। মৃত্যুৰ পাছত ইয়াৰ অস্তিত্ব একো নাথাকে।" আকৌ, কিছুমানৰ মত যে আত্মা কিছু অংশ শাশ্বত (নিত্য) আৰু কিছু অংশ অশাশ্বত (অনিত্য)।

এই আত্মবাদৰ ফল দুই ধৰণে পাব পাৰে। প্ৰথমটো হ'ল ভোগবিলাসৰ জীৱনেই সুঃখ বুলি মানি লোৱা আৰু দ্বিতীয়টো হ'ল তপস্যাৰ দ্বাৰা শাৰীৰিক কষ্ট দি পাপ খণ্ডন কৰা। পূৰণ কাশ্যপৰ মত অনুসৰি যদি আত্মাই কাকো নামাৰে অথবা কাকো নমৰায়, তেনেহ'লে নিজৰ ভোগ বিলাসৰ বাবে আনক হত্যা কৰাত আপত্তি নাই বা থাকিব নোৱাৰে। এনে ধৰণৰ মত উৎপন্ন হোৱাও স্বাভাৱিক। আকৌ নিৰ্গ্ৰন্থ নাথপুত্ৰ (মহাবীৰ স্বামীৰ) মতে যদি আত্মা পূৰ্বজন্মৰ কৃতকৰ্মৰ দ্বাৰা বদ্ধ হয়, তেন্তে তাক মুক্ত কৰিবৰ কাৰণে কঠোৰ তপস্যাৰ প্ৰয়োজন। এনে ধৰণৰ মত উৎপন্ন হোৱাও স্বাভাৱিক। আত্মা আশাশ্বত (অনিত্য) আৰু মৃত্যুৰ পাছত ইয়াৰ অস্তিত্ব নাথাকে, এনে ধৰণৰ মত যদি কোনোবাই পোষণ কৰে, তেন্তে 'যিমান দিন জীয়াই থাকে, সিমানদিন ভোগবিলাসত কাল কটোৱাই ভাল' অথবা 'এই বিষয় ভোগৰ স্থিৰতাই বা কি? গতিকে পাপ-খণ্ডনৰ কাৰণে তপস্যা কৰাই যুগুত' এই দুই ধৰণৰ মতো উৎপন্ন হ'ব পাৰে।

# বুদ্ধদেৱৰ আত্মবাদ বৰ্জন

এই আত্মা আৰু জগত শাশ্বত (নিত্য) নে অশাশ্বত (অনিত্য) ইত্যাদিৰ বিষয়ে বুদ্ধদেৱে বাষষ্ঠি প্ৰকাৰৰ মত ব্যাখ্যা কৰি দেখুৱাইছে (৩৯)। চমুকৈ এই বাষষ্ঠি প্ৰকাৰৰ মতবাদ হ'ল এনেধৰণৰ—

(ক) পূৰ্বান্তকল্পিক (পূৰ্বজন্ম বিষয়ক) মতাবাদ (১৮ বিধ) ঃ যেনে —

| | |
|---|---|
| ১। আত্মা আৰু জগত শাশ্বত এনেধৰণৰ মতবিশ্বাস- (শাশ্বত বাদ)- | ৪ বিধ |
| ২। আত্মা আৰু জগত আংশিক শাশ্বত আৰু আংশিক অশাশ্বত (শাশ্বত-অশাশ্বতবাদ) যেনে ব্ৰহ্মসত্য জগত মিছা; এনেধৰণৰ মতবিশ্বাস— | ৪ বিধ |
| ৩। আত্মা আৰু জগত সান্ত (সীমিত) আৰু অনন্ত (অন্তানন্তিকবাদ)। যেনে জীৱাত্মা-পৰমাত্মামত এনে বিশ্বাস)— | ৪বিধ |
| ৪। দ্ব্যৰ্থসূচক বাক্যৰ আশ্ৰয় লৈ অমৰাৰ গতি (অৰ্থাৎ বামি মাছৰ বেকাবেকি পথ) অনুসৰণ কৰা মতে (বিক্ষেপবাদ বা অমৰাবিক্ষেপিকবাদ)— | ৪ বিধ |
| ৫। আত্মা আৰু জগত অকাৰণ সম্ভূত মত (অকাৰণবাদী বিশ্বাস)— | ২ বিধ |
| (খ) অপৰান্ত কল্পিক (মৃত্যুৰ পাছৰ অৱস্থা সম্বন্ধীয় মতবাদ (৪৪ বিধ) যেনে— | |
| ৬। উৰ্ধমাঘাতনিকবাদ | |
| (ক) সংজ্ঞাবাদ অৰ্থাৎ মৃত্যুৰ পাছত আমাৰ সচেতনাৰ অস্তিত্বৰ মত যেনে আত্মাৰূপী, একাত্ম সংজ্ঞী, নানা আত্মসংজ্ঞী ইত্যাদি বিশ্বাস— | ১৬ বিধ |
| (খ) অসংজ্ঞাবাদ অৰ্থাৎ মৃত্যুৰ পাছত আত্মা অচেতনাৰ অস্তিত্ব এনেধৰণৰ বিশ্বাস— | ৮ বিধ |
| (গ) নৈবসংজ্ঞা-নাসংজ্ঞাবাদ অৰ্থাৎ মৃত্যুৰ পাছত আত্মাৰ চেতনা অচেতনা একেই নাথাকে এনেধৰণৰ বিশ্বাস— | ৮ বিধ |
| ৭। উচ্ছেদবাদী মত অৰ্থাৎ মৃত্যুৰ পাছত আত্মাৰ বিনাশত বিশ্বাস— | ৭ বিধ |
| ৮। দৃষ্ট-ধৰ্ম নিৰ্বাণবাদ। এই মতবাদত এই জগতেই জীৱই নিৰ্বাণ লাভ কৰে এনে বিশ্বাস— | ৫ বিধ |
| সৰ্বমুঠ | ৬২ বিধ |

এই 'নামৰূপ' লৈ এই বাষষ্ঠি প্ৰকাৰৰ মতৰ যুক্তিৰ তৰ্কজাল বা মায়াজাল বা ব্ৰহ্মজালৰ অৱতাৰণা হৈছে। এই যুক্তিতৰ্কত কোনোৱে আত্মবাদ, কোনোৱে শাশ্বতবাদ,

(৩৯) দীঘ নিকায়, প্ৰথম খণ্ড, "ব্ৰহ্মজাল সূত্ৰ" (১) আৰু "শ্ৰামণ্য ফল সূত্ৰ" (২) দ্ৰষ্টব্য।



কোনোৱে জীৱ বা সংজ্ঞাবাদ, কোনোৱে বিক্ষেপবাদ, কোনোৱে শাশ্বত-অশাশ্বতবাদ, কোনোৱে উচ্ছেদবাদ ইত্যাদি গ্ৰহণ কৰি নিজ নিজ আত্মপক্ষ সমৰ্থন কৰিছে। বুদ্ধদেৱে কিন্তু এই সকলোবিলাক মতবাদ ন-গ্ৰহণ-ন-বৰ্জন কৰি মধ্যমপন্থা অৱলম্বন কৰিছে।

বুদ্ধদেৱে তেওঁৰ প্ৰথম 'ধৰ্মচক্ৰ প্ৰৱৰ্তন'ৰ সময়তেই কৈছিল যে 'কাম অনুৰক্ত ভোগবিলাস সুখক আৰু 'আত্মনিগ্ৰহ' কৰা অৰ্থাৎ নিজৰ শাৰীৰিক কষ্ট দি কৰা তপস্যা এই দুই অন্তকেই ত্যাগ কৰিব লাগে। এই দুই 'অন্তৰ' মূল কাৰণ একে ধৰণৰে 'আত্মবাদ'। ইয়াৰ দ্বাৰা মানুহৰ দুঃখ নকমে। গতিকে এই দুই 'অন্ত' ত্যাগ কৰি তেওঁ মাধ্যমপন্থা গ্ৰহণ কৰিছে। আত্মা শাশ্বত বা চিৰস্থায়ী হওঁক বা অশাশ্বতই হওঁক জগতত দুঃখ আছেই। 'আত্মবাদ' পৰিত্যাগ নকৰিলে এই 'মধ্যম পথ' অৰ্থাৎ তেওঁৰ 'আৰ্য্য অষ্টাঙ্গিক মাৰ্গ' বুজা সম্ভৱপৰ নহয়। দুঃখ মানুহৰ তৃষ্ণাৰ ফল। আৰ্য্য অষ্টাঙ্গিক মাৰ্গৰ যোগেদি এই তৃষ্ণাৰ ক্ষয় কৰিহে মানুহে শান্তি আৰু মুক্তি লাভ কৰিব পাৰিব। এই কাৰণে বুদ্ধদেৱে পঞ্চবৰ্গীয় ভিক্ষুক চাৰিটি আৰ্য্যসত্যৰ কথা কৈ তাৰ পাচতহে 'অনাত্মবাদ' সম্বন্ধে উপদেশ দিছিল (৪০)।

'আত্মা শাশ্বত নে অশাশ্বত' এই প্ৰশ্নৰ উত্তৰ 'বুদ্ধদেৱে পোনপটীয়াকৈ নিদিছিল। তেওঁ 'আত্মা পদাৰ্থটিক ৰূপ (জড়পদাৰ্থ), বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান এই পাঁচটি 'স্কন্ধত' ভাগ কৰি বিশ্লেষণ কৰি পালে যে আত্মা শাশ্বতও নহয় আৰু অশাশ্বতো নহয়, কিন্তু এই পাঁচটি 'স্কন্ধ'ই সদায় পৰিৱৰ্তনশীল। যি পৰিৱৰ্তনশীল, সি পলায়নৰূপী আৰু দুঃখজনক।

উচ্ছেদবাদীসকলে সোধে, 'এই সংসাৰৰ শাশ্বত (নিত্য) নে'? এনে প্ৰশ্নৰ উত্তৰত বুদ্ধদেৱে কয় যে সংসাৰ অনাদি অনন্ত। অশাশ্বত বুলি ক'ব নোৱাৰি। হেতু-ফল বা কাৰ্যকাৰণ নীতিৰ প্ৰবাহত এই সংসাৰ শাশ্বত। গাখীৰৰ পৰা দৈ হয়। দৈৰ পৰা মাখন হয়। মাখনৰ পৰা ঘি হয়। কিন্তু গাখীৰ যেতিয়া দৈ হয়, তেতিয়া তাক গাখীৰ নকয় অথবা মাখন বা ঘি নকয়। মাখন হ'বৰ সময়তো তাক গাখীৰ নকয় বা দৈ বা ঘি নকয়। গাখীৰৰ সময়ত' গাখীৰ, তাৰ পৰিৱৰ্তন ৰূপক দৈৰ সময়ত দৈ, তাৰ পাছত মাখনলৈ পৰিৱৰ্তন হ'লে মাখন আৰু ঘিৰ ৰূপ ল'লে ঘি বোলাৰ দৰে যেতিয়া আমাৰ অতীতত জন্ম আছিল, সেয়ে সত্য; আৰু সেই সময়ত বৰ্তমান বা ভৱিষ্যৎ স্থিতিহীন অসত্য। যেতিয়া ভৱিষ্যৎ জন্ম হ'ব, তেতিয়া সত্য; অতীত আৰু ভৱিষ্যৎ অসাৰ। শাশ্বত লৌকিক সংজ্ঞাও লৌকিক ব্যৱহাৰ মাত্ৰ। তথাগতই (বুদ্ধদেৱে) তাক এনেদৰেই ব্যৱহাৰ কৰে; কিন্তু সেয়া ব্যাপৃত (পৰমাৰ্থিক অৰ্থত) নহয়।

শাশ্বতবাদীসকলৰ প্ৰশ্নৰ ক্ষেত্ৰতো সেই একে ধৰণৰ উত্তৰ হয়। সংসাৰখন মুহূৰ্তে মুহূৰ্তে কাৰ্যকাৰণ নীতিৰ ওপৰত নিৰ্ভৰশীল হৈ পৰিৱৰ্তন হৈ আছে। তাৰফলত সংসাৰৰ অনেকখিনিয়ে উচ্ছেদ হোৱা নাই, কেনেকৈ ক'ব? গাখীৰ সদায়েই (নিত্য) গাখীৰ হৈ নাথাকে, দৈ হ'ব; পাছত মাখন হ'ব, ঘি হ'ব। গাখীৰ উচ্ছেদ হৈ দৈ

(৪০) 'খণ্ড-সংযুক্ত' আৰু 'মহাবৰ্গতি' দ্ৰষ্টব্য।

হ'ল, দৈ উচ্ছেদ হৈ মাখন হ'ল, মাখন উচ্ছেদ হৈ ঘি হ'ল। এইদৰে জীৱৰ জন্ম ক্ষেত্ৰতো সংস্কাৰ, বিজ্ঞান, জন্ম জৰা, মৃত্যু আদি হৈছে। কৰ্মচক্ৰ, বিপাকচক্ৰৰ কাৰ্যকাৰণ নীতিৰ 'প্ৰবাহ'ত যুগ যুগ ধৰি 'উচ্ছেদ' আৰু নকৈ 'উৎপন্ন' হৈ চলিব লাগিছে। তাক শাশ্বত বুলি ক'ব নোৱাৰি আৰু অশাশ্বততো নহয়েই। গতিকে বুদ্ধৰ পন্থা উচ্ছেদবাদ আৰু শাশ্বতবাদৰ 'মধ্যমপথ'। এয়া 'অনাত্মবাদ'।

বাৰাণসীৰ ঋষি-পতনৰ মৃগদাবতো বুদ্ধদেৱে পঞ্চবৰ্গীয় ভিক্ষুক সম্বোধন কৰি কৈছিল যে এই জড় শৰীৰ 'অনাত্ম'। এই শৰীৰ যদি 'আত্মা' হ'লহেঁতেন অৰ্থাৎ 'মোৰ' অথবা 'মোৰ আত্মা' হ'লহেঁতেন, তেনেহ'লে ইয়াৰ দ্বাৰা কোনো উপদ্ৰৱ নহ'লহেঁতেন আৰু 'মোৰ শৰীৰ' এনেধৰণে হওক বা এনে ধৰণে নহওক বুলি ক'ব পৰা গ'লহেঁতেন। যিহেতু এই শৰীৰ 'অনাত্ম' অৰ্থাৎ 'মোৰ আত্মা' নহয়, সেইকাৰণে ইয়াৰ দ্বাৰা উপদ্ৰৱ হয় (অৰ্থাৎ দুঃখ উৎপত্তি হয়) আৰু শৰীৰ এনে ধৰণে হওক বা এনে ধৰণে নহওক বুলি ক'ব পৰা নাযায়। আৰু কোৱাৰ যোগ্যও নহয়। সেইদৰে 'বেদনা'ও 'অনাত্ম'; সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান স্কন্ধও 'অনাত্ম'। গতিকে প্ৰত্যেকটিয়েই উপদ্ৰৱকাৰীহে আৰু এনে ধৰণে হওক বা এনে ধৰণে নহওক বুলি ক'ব পৰা নাযায় আৰু কোৱাৰ যোগ্যও নহয়। ভগৱান বুদ্ধদেৱে সুধিছিল—

"ভিক্ষুসকল, জড়শৰীৰ, বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান নিত্য নে অনিত্য?

ভিক্ষুসকল :- ভগৱান, এইবিলাক অনিত্য।

বুদ্ধদেৱ :- যদি অনিত্য, ই দুঃখদায়ক নে সুখদায়ক?

ভিক্ষু :- ভগৱান, দুঃখদায়ক।

বুদ্ধ :- যাৰ পৰিণাম দুঃখদায়ক হয়, তাক মোৰ অথবা ময়েই সেয়া অথবা সেয়া 'মোৰ আত্মা, এনে কৱৰ যোগ্য নে?

ভিক্ষু :- ভগৱান, নহয়।

বুদ্ধ :- গতিকে যিকোনো জড় পদাৰ্থ, যি অতীত, যি ভৱিষ্যৎ বা বৰ্তমানত, যি আমাৰ শৰীৰৰ ভিতৰত বা বাহিৰত, স্থূল, সূক্ষ্ম, হীন, উৎকৃষ্ট, দূৰৰ বা ওচৰৰ হিচাপে বৰ্তিব পাৰে সেই সকলোবিলাক মোৰ নহয়; সেইবিলাক মই'ও নহয়, 'মোৰ আত্মা'ও নহয়। এনে ধৰণৰ কথা যথাৰ্থ সম্যক জ্ঞানৰ দ্বাৰা উপলব্ধি কৰিব লাগে বিজ্ঞানেই হওক, তাক অতীত হওক, ভৱিষ্যত হওক বা বৰ্তমান হওক, শৰীৰৰ ভিতৰৰ হওক বা বাহিৰৰ হওক... সিহঁতৰ এটাও মোৰ নহয় বা এটাও মই নহয় বা কোনো এটাও মোৰ আত্মা নহয়, সেই তত্ত্ব বুজিব লাগিব। এনে ধৰণৰ সম্যক জ্ঞানকেই বুজি ল'বাইক। যিজনে এইভাৱে বুজে, জানে, সেই আৰ্য্যশ্ৰাৱক (ভিক্ষু)ৰ জড়পদাৰ্থ, বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞানৰ প্ৰতি 'তৃষ্ণা' নাথাকে, বিৰাগ হয় আৰু সেই বিৰাগৰ দ্বাৰা তেওঁ বিমুক্ত হয়।"



# মালুঙ্ক্য পুত্ৰৰ প্ৰশ্ন

ভগৱান বুদ্ধদেৱ শ্ৰাৱস্তীৰ জেতবন বিহাৰত থাকোঁতে এদিন ভিক্ষু মালুঙ্ক্য পুত্ৰই (৪১) সুধিছিল যে (ক) লোক শাশ্বত নে অশাশ্বত। (খ) লোক অন্তবান নে অনন্তবান, (গ) যি জীৱ সিয়েই শৰীৰ নে জীৱ এক, শৰীৰ এক, (ঘ) মৃত্যুৰ পাছত তথাগত (সত্ত্ব হিচাপে বুদ্ধদেৱ) থাকে নে নাথাকে, আৰু (ঙ) মৃত্যুৰ পাছত তথাগত থাকেও-নাথাকেও অথবা ন-নাথাকে। (৪২) কোনটো? ভগৱানে এইবিলাক কথা অব্যাকৃত (অৰ্থাৎ অব্যক্ত বা অব্যাখ্যাত) কৰি ৰাখিছে। এই প্ৰশ্নবিলাক মীমাংসা কৰি নিদিলে তেওঁৰ শিষ্যত্ব ত্যাগ কৰিব।

ভগৱান বুদ্ধ :- হে মালুঙ্ক্য পুত্ৰ, মই তোমাক কৈছিলোঁনে যে 'তুমি আহা, তোমাৰ এই প্ৰশ্নবিলাক মই মীমাংসা কৰি দিম।'

মালুঙ্ক্যপুত্ৰ :- ভন্তে, নাই কোৱা।

বুদ্ধ :- তুমিয়েই বা মোক কৈছিলানে যে এই সকলোবিলাক মীমাংসা কৰি দিয়ক, তেহে মই ভিক্ষুসংঘত যোগ দিম।

মালুঙ্ক্য :- ভন্তে, নাই কোৱা।

বুদ্ধ :— তেনেহ'লে 'এই প্ৰশ্নবিলাক মীমাংসা কৰি নিদিলে তথাগতৰ শিষ্য হৈ নাথাকিম' বোলাৰ অৰ্থ কি? মালুঙ্ক্যপুত্ৰ, যদি কোনো মানুহৰ গাত বিষাক্ত কাড় লাগি মানুহজন চট্‌ফটাই থাকে, আৰু তেওঁৰ আত্মীয়স্বজনে বৈদ্যক মাতি আনে, অথচ সেই মানুহজনে যদি বৈদ্যক কয়, 'কোনে মোক মাৰিছে, সেই মানুহজন ব্ৰাহ্মণ নে ক্ষত্ৰীয়, বৈশ্য নে শূদ্ৰ, তাৰ গাৰ ৰং ক'লা নে বগা, তাৰ ধনু আৰু তাৰ গুণডাল কিহেৰে তৈয়াৰী ইত্যাদি নজনালৈকে মোৰ গাত লাগি থকা কাড়ডাল উলিয়াবলৈ নিদিওঁ", তেতিয়া হ'লে তেনে অৱস্থাত পৰি সেইবিলাক প্ৰশ্নৰ মীমাংসা হোৱাৰ আগতেই মানুহজন মৰিব। জগতখন শাশ্বত নে অশাশ্বত ইত্যাদি নক'লে ব্ৰহ্মচৰ্য্য পালন নকৰোঁ, এনে কথা যদি কোনোবাই কয়, তেন্তে এই সকলোবিলাক কথা মীমাংসা হোৱাৰ আগতেই মানুহজন মৃত্যুৰ মুখত পৰিব। এই জগতখন শাশ্বত নে অশাশ্বত এনেবিলাক দৃষ্টি বা বিশ্বাস কৰিলেও

(৪১) মজ্ঝিমা নিকায়, 'চুস মালুঙ্ক্য পুত্ৰ সূত্ৰ" (৬৩)

(৪২) (ক) সৰ্বকালৰ নিত্য বা অনিত্য, (খ) আত্মা সসীম নে সৰ্বব্যাপক। (গ) শৰীৰ আৰু আত্মা এক নে পৃথক পৃথক (ঘ) জীৱাত্মা মৃত্যুৰ পাছত থাকে নে নাথাকে অৰ্থাৎ আস্তিক নে নাস্তিক (ঙ) জীৱ একাংশ শাশ্বত, একাংশ উচ্ছেদবাদ (ব্ৰহ্মসত্য, জগত মিছা( অথবা অমৰ-বিক্ষেপবাদ (হয়তো এনে হয়। হয়তো এনে নহয়)।

জৰা, ব্যাধি, শোক-সন্তাপ, মৃত্যু আদিৰ পৰা হাত সাৰিব নোৱাৰে। শৰীৰ বা আত্মা এক অথবা শৰীৰ আৰু আত্মা বেলেগ বেলেগ। মৃত্যুৰ পাছত তথাগত থাকে নে নাথাকে ইত্যাদি বিশ্বাস কৰিলেও বা নকৰিলেও জৰা-ব্যাধি, শোক-সন্তাপ, মৃত্যু আদি থাকিবই। এনে ধৰণৰ বাদ-বিবাদত ব্রহ্মচাৰ্যৰ স্থায়িত্ব লাভ কৰাৰ সম্ভাৱনা নাই, বিৰাগ উৎপন্ন নহয়, পাপৰ নিৰোধ নহয় আৰু সংজ্ঞা, সংবোধ অথবা নিৰ্বাণ লাভ নহয়।

"হে মালুঙ্ক্যপুত্ৰ, মই স্পষ্টকৈ চাৰি আৰ্য্যসত্য ব্যাখ্যা কৰি দিছোঁ যে এয়া দুঃখ আৰ্য্যসত্য; এই দুঃখ সমুদয় আৰ্য্যসত্য (দুঃখ উৎপত্তিৰ কাৰণ সত্য); আৰু দুঃখ নিৰোধ আৰ্য্য সত্য; আৰু এয়া দুঃখ নিৰোধ গামিনী প্ৰতিপদা মাৰ্গসত্য। কাৰণ এই চাৰিটা আৰ্য্যসত্যই ব্রহ্মচৰ্য্যৰ স্থায়ীত্ব আনে, বৈৰাগ্যভাৱ উৎপন্ন হয়, পাপৰ নিৰোধ হয়, শান্তি প্ৰজ্ঞা, সংবোধ আৰু নিৰ্বান লাভ হয়। মোৰ অব্যাখ্যাত বা চৰ্চা নকৰা বিষয়ক চৰ্চা নকৰাকৈ ধাৰণ কৰা আৰু ব্যাখ্যা কৰি যিভাৱে মীমাংসা কৰি দিছোঁ, তাক মীমাংসাৰ যোগ্য বুলি জানিবা, ধাৰণ কৰিবা।"

বুদ্ধদেৱে এনেবিলাক প্ৰশ্নৰ উত্তৰ পোনপটীয়াকৈ নিদিছিল আৰু অনৰ্থক তৰ্ক-বিতৰ্কৰ মাজেদি নগৈছিল।

# মিলিন্দ ৰজাৰ প্ৰশ্ন (৪৩)

পশ্চিম ভাৰতৰ গ্ৰীক ৰজা মিলিন্দ ৰজাইয়ো ভদন্ত (৪৪) নাগসেনক আত্মাৰ বিষয়ে এবাৰ প্ৰশ্ন কৰিছিল।

মিলিন্দ ঃ— ভদন্ত নাগসেন, 'আত্মা'ৰ উপলব্ধি হয় নে?

নাগসেন ঃ— এই বেত্তা (আত্মা) কোন?

মিলিন্দ ঃ— এয়া অভ্যন্তৰৰ জীৱ, যি চকুৰ দ্বাৰা দেখে, কাণৰ দ্বাৰা শুনে, জিভাৰ দ্বাৰা ৰস আস্বাদন কৰে ইত্যাদি। আমি ঘৰত বহি পূব বা পশ্চিম দিশলৈ, উত্তৰ বা দক্ষিণ দিশলৈযেতিয়াই ইচ্ছা কৰোঁ খিৰিকিয়েদি চাব পাৰোঁ। তেনেকৈ অভ্যন্তৰৰ জীৱইয়ো ইন্দ্ৰিয়ৰ যোগেদি চাবলৈ বা শুনিবলৈ ইচ্ছা কৰিলে তেনে কাৰ্য সম্পাদন কৰে।

নাগসেন ঃ— যদি অভ্যন্তৰৰ জীৱই চকুৰ দ্বাৰা চায় বা দৰ্শন কৰে, তেন্তে কাণ, নাক, জিভা, চাল আদিয়েও সেই ৰূপ দৰ্শন কৰিব বা চাব পাৰেনে?

(৪৩) গ্ৰীক ৰজা মিনান্দাৰক বৌদ্ধ সাহিত্যত 'মিলিন্দ' বুলি জনাজাত।



মিলিন্দ ঃ— ভন্তে, নোৱাৰে।

নাগসেন ঃ— মহাৰাজ, অভ্যন্তৰত যি জীৱ আছে, তাৰ জিভাত কিবা ৰস দিলে সেই টেঙা বা মিঠা আদিৰ ৰস সম্বন্ধে জানিব নে?

মিলিন্দ ঃ— হয়, ভান্তে জানিব।

নাগসেন ঃ— যদি সেই ৰস ভিতৰত প্ৰশেশ কৰে (অৰ্থাৎ পেটত পৰে), তেন্তে সেই জীৱই (আত্মাই) সেই টেঙা বা মিঠা আদিৰ ৰসৰ বিষয়েও জানিব পাৰিব নে?

মিলিন্দ ঃ— ভন্তে, নোৱাৰে।

নাগসেন ঃ— মহাৰাজ, আপোনাৰ আগৰ কথাষাৰৰ সৈতে পাছৰ কথাষাৰৰ সঙ্গতি হোৱা নাই। মুখ বন্ধ কৰি কোনোবা মানুহক মৌজোলৰ ডাঙৰ পাত্ৰত যদি ডুবাই থোৱা হয়, তেন্তে সেই অভ্যন্তৰৰ জীৱটোৱে মৌজোল মিঠানে তিতা জানিব পাৰিব নে?

মিলিন্দ ঃ— ভন্তে, নোৱাৰে।

নাগসেন ঃ— কাৰণ কি?

মিলিন্দ ঃ— যেহেতু তাৰ জিভাত মৌজোল স্পৰ্শহোৱা নাই।

নাগসেন ঃ— মহাৰাজ, আপোনাৰ আগৰ কথাষাৰৰ সৈতে এয়া সঙ্গতি হোৱা নাই।

মিলিন্দ ঃ— ভন্তে, আপুনি বাদী। মোক ইয়াৰ তত্ত্ব কওঁক।

নাগসেন ঃ— চকু, ৰূপ, আলোক (পোহৰ) আৰু মনস্কাৰ (মনোযোগ) হেতু "চক্ষুৰ্বিজ্ঞান"(অৰ্থাৎ চকু ইন্দ্ৰিয়ৰযোগেদি বিবেক জ্ঞান বোধ) যেনেকৈ উৎপন্ন হয়, সেই দৰে সহজাত (একে লগে একে সময়তে উৎপন্ন হোৱা) স্পৰ্শ, বেদনা, সংজ্ঞা, চেতনা, একাগ্ৰতা আদি চেতসিকো(চিত্ত বৃত্তিও) তেনেকৈ উৎপন্ন হয়। চকুৰ সৈতে ৰূপৰ স্পৰ্শ হবলৈ আলোক(পোহৰ) লাগে আৰু মনস্কাৰ(মনোযোগ) দৰকাৰ, নহলে ৰূপ দেখা নাপায়। ইহঁত সহজাত, একেলগে উদয় হয় আৰু একেলগে নিৰুদ্ধ(বন্ধ)হয়। সেই নিৰুদ্ধ(বন্ধ) হয়।সেই দৰে কাণ, শব্দ, আকাশ ধাতু আৰু মনোযোগ হেতু "শ্ৰোত-বিজ্ঞান" উৎপন্ন হয় আৰু শব্দক অৱলম্বন কৰি মনোযোগৰ ওপৰত নিৰ্ভৰ কৰি সহজাত স্পৰ্শ বেদনা আদি (সুখ বা দুঃখ অনুভূতি) উৎপন্ন হয় আৰু একে লগে নিৰুদ্ধ হয়। নাক আৰু গন্ধ(ঘ্ৰান) আদিৰ সম্বন্ধে, আকৌ জিভা আৰু ৰস আদিৰ সম্বন্ধেওসেই একে তত্ত্ব। চিত্তবৃত্তিৰ অনুভূতিয়েই সেই 'বেত্তা' অৰ্থাৎ অনুভূতি কৰোঁতা। সংজ্ঞা বোধজ্ঞান হোৱা, জ্ঞাতা (জানোতা) চেতনা চিন্তা কৰোঁতা, জীৱিত ইন্দ্ৰিয়ৰ জীৱেতা (জীৱনী শক্তি), বিজ্ঞানৰ বিজ্ঞেতা বিবেক জ্ঞান বোধ হওঁতা। ইয়াত শাশ্বত আত্মাৰ কোনো উপলব্ধি নহয়।

মিলিন্দ ঃ— ভন্তে, আপুনি সুপণ্ডিত।

# চতুৰ্থ অধ্যায়
## বুদ্ধদেৱৰ 'অভিধৰ্ম্ম'

বৌদ্ধধৰ্ম্মৰ মূল গাঁঠনি বুদ্ধদেৱৰ উপদেশবিলাকৰ পৰিচয় লোৱাৰ আগতে বুদ্ধদেৱৰ"লোক-ধাতু" (বিশ্বব্ৰহ্মাণ্ড)ৰ বিষয়ে পৰিচয় সংক্ষেপে জনা প্ৰয়োজনবোধ হয়। এই 'লোক-ধাতু' (৪৫) এনে ধৰণৰ "লোকধাতু" মানে এক সৌৰজগতৰ চক্ৰবালত থকা বিশ্বব্ৰহ্মাণ্ডৰ জগতখন। ভগৱান বুদ্ধদেৱৰ মতে এক 'লোকধাতু'ত একত্ৰিশখন "লোকভূমি" (জীৱজগত) থাকে। তাৰ ভিতৰত "লোকভূমি" বিলাকৰ লেখ হ'ল —

(ক) ৪ (চাৰি) অপায় ভূমি যেনে ঃ— ১/নিৰয়(নৰক), ২/ প্ৰেতভূমি, ৩/তিৰ্যক ভূমি বা তিৰচ্ছান ভূমি(পশু-পক্ষী) ,আৰু ৪/অসুৰ ভূমি। অকুশল কৰ্মৰ ফলত মৃত্যুৰ পাচত জীৱই এই অপায়ভূমিত ঠাই পায় আৰু দুঃখ ভোগ কৰে।

(খ) ৭ (সাত) সুগতিভূমি, যেনে ঃ—এক মনুষ্যভূমিৰে সৈতে ছয় স্বৰ্গ। চতুৰ্মহাৰাজিক স্বৰ্গ; তৱতিংস (ত্ৰয়স্ত্ৰিংশ) স্বৰ্গ; যাম স্বৰ্গ; তুষিত স্বৰ্গ; নিৰ্ম্মাণ ৰতি স্বৰ্গ আৰু পৰনিৰ্মিত বশৱৰ্ত্তী স্বৰ্গ। কুশল কৰ্ম্ম অনুযায়ী মৃত্যুৰ পাচত জীৱই এই "সুগতিভূমি"ত সুখ ভোগ কৰে।

(গ) ১৬ (ষোল) ৰূপ ব্ৰহ্মভূমি। ইয়াক "সূক্ষ্ম ভৌতিক ব্ৰহ্মজগত"ও বোলে। মহান কুশল কৰ্ম্ম আৰু তপস্যা অনুসৰি জীৱই মৃত্যুৰ পিছত এই ব্ৰহ্মালোকত ঠাই পায়। এই ৰূপব্ৰহ্মৰ নাম হ'ল ব্ৰহ্ম-পৰিষদ, ব্ৰহ্ম-পুৰোহিত, মহাব্ৰহ্মা, পৰিত্তাভ, অপ্ৰমানাভ, আভস্বৰ, পৰিত্ত-শুভ, অপ্ৰমান-শুভ, শুভাকীৰ্ণ, বৃহৎ-ফল, অসংজ্ঞ-সত্ব, অবৃহা, অতপ্ত, সুদৰ্শন, সুদৰ্শী আৰু অকণিত্ঠ। এই ৰূপ ব্ৰহ্মভূমিৰ ব্ৰহ্মাসকলেই "সাকাৰ ব্ৰহ্ম"। তেওঁলোকৰ আয়ুসকাল কল্প কল্পজুৰি থাকে।

(ঘ) ৪ (চাৰি) অৰূপ ব্ৰহ্মভূমি। মহান কুশল কৰ্ম্ম আৰু তপস্যা অনুসৰি জীৱই মৃত্যুৰ পাচত এই অৰূপ ব্ৰহ্মত ঠাই পায়। তেওঁলোকৰ ভৌতিক ৰূপ নাই , চিত্তহে (মানসিকদেহ) বৰ্ত্তি থাকে। সেই কাৰণে তেওঁলোকক "নিৰাকাৰ ব্ৰহ্ম" বোলা হয়। এই চাৰি অৰূপ ব্ৰহ্ম হ'ল-- আকাশানন্তায়তন, বিজ্ঞানানন্তায়তন, আকিঞ্চায়তন আৰু নৈৱ-সংজ্ঞা-না-সংজ্ঞাতন ব্ৰহ্ম। সিদ্ধাৰ্থ গৌতমৰ কেচুৰা কালত দেখা কৰা দেবলঋষিয়ে মৃত্যুৰ পাছত "অৰূপ ব্ৰহ্ম"লোকত ঠাই পাইছিল। "ৰূপ'নথকা হেতু তেওঁ বুদ্ধদেৱক দেখা পোৱা নেযাব যেন জানি তেওঁ কান্দিছিল।

এই বিশ্বব্ৰহ্মাণ্ডত (লোকধাতুত) "আকাশ লোক" (অন্তৰিক্ষ জগত) আছে; য'ত "নাম-ৰূপ" অৰ্থাৎ 'চিত্ত আৰু শৰীৰ' থাকিব পাৰে। যেনেঃ- স্বৰ্গ আৰু ব্ৰহ্মলোকৰ দেৱতাসকল। আকৌ "সঙ্খাৰলোক" (চিত্ত শক্তিসমূহৰ জগত) আছে। ই শাৰীৰিক কৰ্ম্ম, বাক্য আৰু চিন্তাৰ যোগেদি চিত্তৰ সৃষ্টিকাৰী শক্তিসমূহৰ পৰা উদ্ভৱ হয়, যেনে- মনুষ্য জগত। তৃতীয়টো হৈছে, "সত্বলোক" অৰ্থাৎ ভৌতিক ৰূপ থকা বোধক্ষম জীৱবিলাকৰ জগত, চিন্তা শক্তি সমুহৰ পৰা উৎপন্ন হোৱা দৃশ্যমান আৰু অদৃশ্যমান (পশু-পক্ষী,ভূত,প্ৰেত আদিৰ) জগত। এই তিনিওটা জগত (আকাশলোক, সঙ্খাৰলোক আৰু সত্বলোক) একেলগে সাঙোৰ খাই আছে। এটাক আনটোৰ পৰা আঁতৰাব নোৱাৰি। জীৱই নিজৰ চিত্তশক্তিৰ দ্বাৰা কৃত সুকৰ্ম বা কুকৰ্মৰ ফলত মৃত্যুৰ পাচত সেই সেই লোকত (ঠাইত) উৎপন্ন হয় আৰু তাৰ ফল ভোগে। এইদৰে অগণন জন্মত জীৱই স্বৰ্গ, মৰ্ত্ত্য বা নৰকত কৰ্মফল অনুযায়ী উৎপন্ন হৈ ফল ভুগিব লাগিছে; জন্ম-মৃত্যু ঘটিব লাগিছে। এই জন্ম-মৃত্যুৰ পৰা হাত সাৰিবৰ উপায় বিচাৰিয়েই সিদ্ধাৰ্থ গৌতমে তপস্যা কৰিছিল। শেষত 'বুদ্ধত্ব' প্ৰাপ্ত হৈ তেওঁ "নৱলোকোত্তৰ ধৰ্ম"ৰ তত্ব পাইছিল আৰু তাকে তেওঁ 'ধৰ্মচক্ৰ প্ৰৱৰ্তন' কৰা দিন ধৰি এই ধৰ্ম প্ৰচাৰ কৰিছিল।

"লোকোত্তৰ ধৰ্ম" মানে ওপৰুক্ত ত্ৰিলোক অৰ্থাৎ আকাশলোক, সঙ্খাৰলোক আৰু সত্বলোক পাৰ হৈ যোৱা, উত্তীৰ্ণ হৈ যোৱা ধৰ্ম। ইয়াৰ নটা পৰ্যায়, যেনে— শ্ৰোতাপত্তি মাৰ্গ, শ্ৰোতাপত্তি ফল, সকৃদাগামী মাৰ্গ, সকৃদাগামী ফল, অনাগামী মাৰ্গ, অনাগামী ফল, অৰ্হত্ব মাৰ্গ, অৰ্হত্বফল আৰু নিৰ্বাণ। সেইকাৰণে ইয়াক 'নৱলোকোত্তৰ ধৰ্ম' বুলি কোৱা হয়। চমুকৈ ইয়াক চাৰিমাৰ্গ চাৰিফল আৰু নিৰ্বাণো কোৱা হয়। পাছলৈ ইয়াৰ সবিশেষ বৰ্ণোৱা হৈছে।

প্ৰত্যেক লোকধাতুত আমাৰ মনুষ্য জগতৰ দৰে সৌৰজগত আৰু একত্ৰিশ লোকভূমি বৰ্তমান। এনে লোকধাতু অগণন আছে। কিন্তু আমাৰ নিচেই কাষত থকা এনে ধৰণৰ দহ হেজাৰ লোকধাতু এগৰাকী বুদ্ধৰ "জাতিক্ষেত্ৰ" বা উৎপত্তি ক্ষেত্ৰৰ প্ৰভাৱত পৰে। সেয়ে গৌতম বুদ্ধ প্ৰথম 'ধৰ্মচক্ৰ প্ৰৱৰ্তন'ৰ শেষত "দহ সহস্ৰ লোকধাতু কম্পিত হৈছিল' বুলি উল্লেখ আছে। বৰ্তমান কালত বৈজ্ঞানিকসকলে আবিষ্কাৰ কৰিবলৈ বিচৰা অন্তৰীক্ষ জগত এতিয়াও সম্পূৰ্ণ হোৱা নাই; আৰু বহু অবিদিত হৈয়েই আছে। সেইকাৰণে কোৱা হৈছে যে এই বিশ্ব ব্ৰহ্মাণ্ডখন ইমান ডাঙৰ যে আমাৰ এই পৃথিৱীখনৰ ভৌতিক তুচ্ছতা গোটেই অন্তৰীক্ষ জগতখনৰ তুলনাত এটা বিন্দুমাত্ৰ।

ওপৰুক্ত 'সঙ্খাৰ লোক' (সাধাৰণ কথাত এই 'সংসাৰ'খন)ত কৰ্ম, বাক্য আৰু চিন্তা ধাৰাত উৎপাদিত গুণ অনুযায়ী একত্ৰিশ লোকভূমিৰ যিকোনো এক লোকভূমিত উৎপন্ন হ'ব পাৰে বুলি কোৱা হৈছে। অকুশল চিত্তবৃত্তিৰে 'দ্বেষ' (হিংসা) বা 'লোভ'

---

(৪৫) 'লোকধাতু'ক বিশ্বব্ৰহ্মাণ্ড বুলিব পাৰি। এই লোকধাতুত, ১। 'আকাশলোক' ২। 'সঙ্খাৰালোক' আৰু ৩। সত্বলোক একেলগে সাঙুৰ খাই আছে। এই লোকধাতুক দুঃখ-সুখৰ ভূমি হিচাপে ভাগ কৰোঁতে তিনিভাগত বিভক্ত। যেনে-- (ক) চাৰি অপায় ভূমি; (খ) সাত কাম-সুগতিভূমি আৰু (গ) বিশ ব্ৰহ্মালোক ভূমি (যোল ৰূপ-ব্ৰহ্ম আৰু চাৰি অৰূপ ব্ৰহ্ম)। নিৰয় (নৰক), স্বৰ্গ আৰু ব্ৰহ্মালোকৰ ভৌগোলিক অৱস্থান আছে বুলি কয়। মনুষ্যলোকৰো ভৌগোলিক অৱস্থান আছে। কিন্তু প্ৰেত, তিৰ্য্যক (পশু-পক্ষী) আৰু অসুৰৰ তেনে ভৌগোলিক অৱস্থান নাই বুলি কয়। সেই কাৰণে সিহঁতক প্ৰেত যোনি, তিৰ্য্যক যোনি আৰু অসুৰ যোনি বুলিও কয় আৰু মনুষ্য ভূমিৰ লগতে থাকে কাৰণে মানুহে "স্বৰ্গ আৰু নৰক এই পৃথিৱীতেই" আছে বুলি কয়।

### এক 'লোকধাতু'ৰ একত্ৰিশ লোকভূমি

| | | | | | |
|---|---|---|---|---|---|
| চাৰি অৰূপ ব্ৰহ্ম | ৪ অৰূপ | নৈৰ সংজ্ঞা-নাসংজ্ঞায়তন | | | ভূমি |
| | | আকিঞ্চনায়তন | | | |
| | | বিজ্ঞানানন্তায়তন | | | |
| | | আকাশানন্তায়তন | | | |
| ষোল ৰূপ-ব্ৰহ্ম | ১৬ ৰূপ | অকনিষ্ঠ | | | ভূমি |
| | | সুদৰ্শী | | | |
| | ৫ম ধ্যান ভূমি | সুদৰ্শন | | | |
| | | অতপ্ত | | | |
| | | অবৃহা | | | |
| | ৪ৰ্থ ধ্যান ভূমি | বৃহৎফল | | | অসংজ্ঞসত্ত্ব |
| | ৩য় ধ্যান ভূমি | পৰিত্ত-শুভ | অপ্ৰমাণ-শুভ | | শুভাকীৰ্ণ |
| | ২য় ধ্যান ভূমি | পৰিত্তাভ | অপ্ৰমানাভ | | আভস্বৰ |
| | ১ম ধ্যান ভূমি | ব্ৰহ্মপৰিষদ | ব্ৰহ্মপুৰোহিত | | মহাব্ৰহ্মা |
| মনুষ্যলোক আৰু ছয় স্বৰ্গ | ৭ কাম সুগতি | পৰনিৰ্মিত-বশৱৰ্তী | | | ভূমি |
| | | নিৰ্মাণৰতি | | | |
| | | তুষিত | | | |
| | | যাম | | | |
| | | ত্ৰয়স্ত্ৰিংশ | | | |
| | | চতুৰ্মহাৰাজিক | | | |
| | | মনুষ্যলোক | | | |
| | ৪ অপায় | নিৰয় (নৰক) | তিৰ্য্যক (পশু-পক্ষী জগত) | প্ৰেত | অসুৰ ভূমি |



বা 'মোহ'ৰ দ্বাৰা কৃত পাপ কৰ্মৰ ফলত জীৱই চাৰি 'অপায় ভূমি'ত ঠাই পায়। ভৱিষ্যৎ কুশলৰ কথা ভাবি যদি কোনো শ্ৰদ্ধাশীল মানুহে দান আদি কুশল কৰ্ম কৰে, তাৰ পৰা উৎপন্ন হোৱা চেতনাৰ দ্বাৰা সেই দানীজন মৃত্যুৰ পাচত মনুষ্যলোকত বা দেৱ-ব্ৰহ্মলোকত উৎপন্ন হ'ব পাৰে।

বুদ্ধদেৱে তেওঁৰ বোধিসত্ত্ব জীৱনত দেখা জৰা, ব্যাধি, মৃত্যু আদিৰ কাৰণ বিচাৰিছিল আৰু সন্ন্যাসীৰ হাস্য বদনো দেখিছিল। এই দুখৰ পৰা মুক্তি বিচাৰি তেওঁ এই সত্ত্ব (প্ৰাণীক)ক বা জড় পদাৰ্থক পুঙ্খানুপুঙ্খৰূপে বিশ্লেষণ কৰি ইয়াৰ অংশসমূহক খণ্ড-বিখণ্ডকৈ বৰ্ণালে। তাৰ ধৰ্ম (সত্য) বা যথাভূত প্ৰকাশ কৰিলে। অৱশেষত বৌদ্ধসকলৰ গন্তব্যস্থান 'নিৰ্বাণ' লৈ কেনেকৈ যাব পাৰি, তাৰ পথ (মাৰ্গ) সবিশেষ বৰ্ণালে।

'ধৰ্ম' মানে পৰমাৰ্থ সত্য, 'যথাভূত'। বুদ্ধদেৱৰ ভাষণক সাধাৰণতে 'ধৰ্ম' বুলি কোৱা হয়। 'অট্‌ঠ কথা' (অৰ্থ-কথা')ৰ অৰ্থমতে 'ধৰ্ম' হ'ল, "যি দুষ্কৃতিৰ পৰা বচাই ধৰি থাকে, সেয়ে 'ধৰ্ম'। এয়া হ'ল সম্পূৰ্ণৰূপে বৌদ্ধসকলৰ নৈতিক মত। এই অৰ্থত 'ধৰ্ম' ওপৰত বৰ্ণোৱা 'নৱলোকোত্তৰ ধৰ্ম'হে বুজায়। সেই ধৰ্মই হ'ল চাৰিমাৰ্গ, চাৰিফল আৰু নিৰ্বাণ। সাধাৰণতে বুদ্ধদেৱৰ 'দশনা বা উপদেশ বাণীকো 'ধৰ্ম' বোলে। যিহেতু সেইবিলাক উপদেশ লোকোত্তৰ প্ৰাপ্তিৰ কাৰণে সহায় কৰে। বুদ্ধ আৱিৰ্ভাৱ হওঁক বা নহওঁক 'ধৰ্ম' আছে। মাত্ৰ বুদ্ধই জগতত ইয়াক প্ৰকাশ কৰে। এই যুগৰ গৌতম বুদ্ধদেৱৰ আগতেই আঠাইশগৰাকী 'বুদ্ধ' বেলেগ বেলেগ কল্পত জন্ম গ্ৰহণ কৰি 'চাৰি আৰ্য্য সত্য' প্ৰচাৰ কৰি পৰিনিৰ্বাণপ্ৰাপ্ত হৈছিল। এইদৰে ভৱিষ্যতে বোধিসত্ত্ব 'আৰ্য্যমৈত্ৰী (মৈত্ৰেয়) ও এই ভদ্ৰকল্পতেই 'বুদ্ধ'ৰূপে অবিৰ্ভাব হ'ব আৰু এই একেধৰণৰ 'চাৰি 'আৰ্য্যসত্য' আৰু নবলোকোত্তৰ ধৰ্ম প্ৰচাৰ কৰিব। এয়া বৌদ্ধসকলৰ বিশ্বাস।

'ধৰ্ম' 'সূত্ৰ পিটক' বোলা নিবন্ধত সংৰক্ষণ কৰিছে। ইয়াত ব্যৱহাৰিক ভাষাৰেই নীতিসমূহৰ উপদেশ দিছে। 'অভিধৰ্ম' পিটক সূত্ৰ'পিটকতকৈ ডাঙৰ কাৰণে 'অভিধৰ্ম' কোৱা হয় আৰু ইয়াত 'পৰমাৰ্থ'দেশনাহে পোৱা যায়। 'সূত্ৰ' পিটকত কোনো প্ৰাণী বা ব্যক্তিক "সত্ত্ব" বুলি কোৱা হয়, কিন্তু 'অভধৰ্ম' পিটকত এই ব্যৱহাৰিক শব্দৰ পৰিৱৰ্তে 'স্কন্ধ'(সমূহ) বুলি কোৱা হয়। 'অভিধৰ্ম'ত প্ৰত্যেক বস্তুৰেই বিশ্লেষণ কৰা হয় আৰু তাৰ অৰ্থ ভঙা হয়। সেইকাৰণে ইয়াক 'বিশ্লেষণ দেশনা' বা 'বিশ্লেষণ ধৰ্ম' বুলিও কোৱা হয়।

## যথাভূত বা পৰমাৰ্থ সত্য

'অভিধৰ্ম'ৰ মতে 'পৰমাৰ্থ' বা 'যথাভূত' চাৰিটা বুলি উল্লেখিত। যেনে ঃ— ১। চিত্ত, ২। চেতসিক, ৩। ৰূপ আৰু ৪। নিৰ্বাণ। আমি সাধাৰণতে পোৱা প্ৰাণীক বা 'সত্ত্ব'ৰ চিত্ত, চেতসিক (চিত্তবৃত্তি) আৰু ৰূপক পুঙ্খানুপুঙ্খৰূপে বিশ্লেষণ কৰি ইয়াৰ অংশসমূহক খণ্ড-বিখণ্ডকৈ বৰ্ণোৱা হয়। সৰ্বশেষত বৌদ্ধৰ শেষ বা অন্তিম গন্তব্য স্থান 'নিৰ্বাণ' বিশ্লেষণ কৰা হয় আৰু তালৈ কেনেকৈ যাব পাৰি তাৰ পথ (মাৰ্গ) সবিশেষ বৰ্ণোৱা হয়। 'অভিধৰ্ম'ৰ প্ৰধান উদ্দেশ্য হ'ল যিকোনো বস্তুৰ 'যথাভূত' জ্ঞান জনা। যি 'অভিধৰ্ম' জানে, তেওঁ উপৰুৱা দৰ্শক নহয়, 'যথাভূত' দৰ্শক। সেইকাৰণে

ধৰ্ম সংস্কাৰকসকলৰ মতে বুদ্ধদেৱৰ 'দেশনা' ভালকৈ বুজিবলৈ হ'লে 'অভিধৰ্ম'ৰ জ্ঞানৰ দৰকাৰ।

১। চিত্ত

"চিত্ত" শব্দ 'চিতি' ধাতুৰ পৰা উৎপন্ন অৰ্থাৎ 'চিন্তা কৰা' বা অনুভৱ কৰা; যিয়ে বস্তুৰ স্থিতিৰ বিষয়ে অনুভৱ কৰে, এই বস্তুৰ স্থিতিৰ সচেতন হওঁতাকে 'চিত্ত' কয়। 'মন (চিত্ত) আৰু 'অনভূতি' (বিজ্ঞান)ৰ মাজত কোনো পাৰ্থক্য নাই। এই কাৰণে 'চিত্ত' বা মন আৰু 'বিজ্ঞান' বা অনুভূতিক 'নাম' স্কন্ধৰ সৈতে একে বোলা হয়। যিকোনো প্ৰাণী (সত্ত্ব) "নাম" আৰু "ৰূপ"ৰে গঠিত। এই দুইৰ বাহিৰে "আত্মা" বোলা কোনো বস্তু নাই। সেইকাৰণে 'অনাত্ম" বৌদ্ধধৰ্মৰ মূল আৰু তাক বুজা দৰকাৰ।

এই 'নাম' অৰ্থাৎ 'মন' বা 'অনুভূতি'য়ে কুশল হওঁক বা অকুশল হওঁক যিকোনো আলম্বন (বস্তু)ৰ প্ৰতি ঢাল লয়। এই 'নাম স্কন্ধ' অৰ্থাৎ একেটা স্বৰূপৰে বিভিন্ন ভাগক বিশ্লেষণেৰে 'বেদনা স্কন্ধ', 'সংজ্ঞা স্কন্ধ', 'সংস্কাৰ স্কন্ধ' আৰু 'বিজ্ঞান স্কন্ধ' বোলা হয়। এই স্বৰূপটোৱেই 'চিত্ত'। ই শুদ্ধ আৰু স্বচ্ছল। কিন্তু বিভিন্ন চেতসিক (চিত্তবৃত্তি)ৰ সংযোগত ই বহু প্ৰকাৰ চিত্তত পৰিণত হয়। যেনেকৈ সূৰ্যক অৱলম্বন কৰি তাপ আৰু পোহৰ একেলগে উৎপন্ন (সহজাত) হয়, আকৌ সূৰ্য নাথাকিলে তাপ আৰু পোহৰ নাথাকে, তেনেকৈ চিত্তৰে সৈতে চেতসিক (চিত্তবৃত্তি)বিলাক কোনো এক আলম্বন-বিষয়ক গ্ৰহণ কৰি সহজাত অৰ্থাৎ একেলগে উৎপন্ন হয় আৰু নিৰুদ্ধ হয়। পৰিষ্কাৰ পানীত ৰঙা, নীলা আদি ৰং মিহলালে সেই পানীক ৰঙাপানী, নীলাপানী বোলাৰ দৰে চিত্তত লোভ, দ্বেষ।, মোহ আদি চিত্তবৃত্তিৰ যোগত সেই সেই চিত্তক লোভ চিত্ত, দ্বেষচিত্ত, আৰু মোহচিত্ত বোলে। পৰিষ্কাৰ পানীৰ কোনো ৰং নথকাৰ দৰে স্বচ্ছল বা নিৰ্মল চিত্তৰো নিজৰ কোনো ৰং বা বোল নাই।

চিত্তই যিকোনো জড় বা অজড় বিষয় বা আলম্বন লৈ চিন্তা কৰে। ভূমি বা উৎপত্তি স্থানৰ মূল বা আলম্বন অনুসৰি চিত্ত চাৰিভাগত ভাগ কৰিছে। যেনে ঃ– (১) কামাবচৰ চিত্ত অৰ্থাৎ কামলোকৰ সৈতে কাম-তৃষ্ণাত অনুৰক্ত হৈ উৎপন্ন হোৱা চিত্ত। এই চিত্তই চাৰি আপায়ভূমি আৰু সাত সুগতিভূমিলৈহে উপনীত কৰায়। (২) ৰূপাবচৰ চিত্ত অৰ্থাৎ মৈত্ৰী, কৰুণাক অবলম্বন কৰি উৎপন্ন হোৱা ধ্যান চিত্ত। (৩) অৰূপাবচৰ চিত্ত অৰ্থাৎ আকাশ, বিজ্ঞান আদি অবলম্বন কৰি উৎপন্ন হোৱা ধ্যান চিত্ত। এই ৰূপাবচৰ আৰু অৰূপাবচৰ চিত্তই ক্ৰমে ৰূপ-ব্ৰহ্মা আৰু অৰূপ ব্ৰহ্মালোকলৈ উধায়। (৪) লোকোত্তৰ চিত্ত। নিৰ্বাণ আলম্বন কৰি কৰা ধ্যান চিত্তই লোকোত্তৰ চিত্ত। এই চিত্তৰ যোগেদিহে নিৰ্বাণত উপনীত হ'ব পাৰে।

আকৌ, কুশল বা অকুশল মূল বা আধাৰৰ পৰা উৎপন্ন হোৱা চিত্ত চাৰি প্ৰকাৰৰ হয়। যেনে ঃ– (১) যি চিত্ত তিনি কুশলৰ মূল অলোভ, অদ্বেষ আৰু অমোহৰ আধাৰত বৰ্তি থাকে সেয়ে 'কুশল চিত্ত'। (২) যি চিত্ত তিনি অকুশলৰ মূল লোভ, দ্বেষ আৰু মোহৰ ওপৰত প্ৰতিষ্ঠিত, সেয়ে 'অকুশল চিত্ত'। (৩) 'বিপাক চিত্ত'; যি চিত্ত কোনো কুশল বা অকুশল চেতনাৰ ওপৰত প্ৰতিষ্ঠিত হৈ সেই অনুপাতে ফল উৎপন্ন কৰে, তাকে 'বিপাক চিত্ত' বোলে। ওপৰুক্ত কুশল বা অকুশল চেতনাকে সমূহীয়াভাৱে



"কৰ্ম" বোলা হয়। এই "কৰ্ম"ই নিজৰ প্ৰকৃতিৰ দ্বাৰা ভাল বা বেয়া গুণ উৎপন্ন কৰে। প্ৰত্যেক বস্তুৱে নিজৰ ছাঁ থকাৰ দৰে এই উপৰুক্ত ছয় মূলৰ ওপৰত প্ৰতিষ্ঠিত হৈ প্ৰত্যেক চিন্তাৰে ফল সেইদৰে ফলিয়ায়। আমি যদি আজি কোনো শস্য লগাওঁ, অনতি পলমে তাৰ ফল যি দৰে ভোগ কৰিবলৈ পাম, সেই 'কৰ্ম্ম'ৰ নিয়ম অনুসৰি প্ৰত্যেক কুশল বা অকুশল চিন্তাৰো প্ৰতিফল কোনোবা এক সময়ত উৎপত্তি হ'বই। কিন্তু (৪) এনে কিছুমান অনুভূতি বা চেতনা আছে যে তাক মাত্ৰ বুদ্ধ আৰু অৰ্হত সকলেহে অনুভৱ কৰে, তাকে 'ক্ৰিয়াচিত্ত' বোলে। এই চিত্তৰ 'ক্ৰিয়া' আছে, কিন্তু 'বিপাক' নাই। এনে শুদ্ধ চিত্ত লাভ কৰা সকলৰ কুশল - অকুশলৰ সকলো হেতু নাশ হৈছে আৰু সংসাৰত পুনৰ্জন্ম লোৱাৰ স্পৃহা বা তৃষ্ণা সমুলঞ্চে ধ্বংস হৈছে।

ওপৰত উল্লেখ কৰা হৈছে যে ভূমি বা আলম্বন অনুসৰি (১) কামাবচৰ, (২) ৰূপাবচৰ চিত্ত, (৩) অৰূপাবচৰ চিত্ত আৰু (৪) লোকোত্তৰ চিত্ত এই চাৰি ভাগত বিভক্ত কৰা হৈছে। ইয়াৰে প্ৰথম তিনিবিধ চিত্তক একেলগে 'লোকীয় চিত্ত' ও বোলে। 'লোকীয়' চিত্তৰ অনুভূতি 'পৃথক জন' অৰ্থাৎ সাংসাৰিক লোকৰ দ্বাৰা অনুভূত। ইয়াত 'চেতনা' বা কৰ্ম্ম প্ৰবৃত্তি বেছি। মুঠ ৮৯ (ঊনানব্বৈ) বিধ চিত্তৰ ভিতৰত ৮১ (একাশী) বিধেই এই 'লোকীয়' চিত্তৰ। বাকী ৮ (আঠ) বিধেহে 'লোকোত্তৰ চিত্ত'ৰ। লোকোত্তৰ চিত্তৰ অনুভূতিত 'প্ৰজ্ঞা' বেছি। সেই কাৰণে লোকোত্তৰ চিত্ত হ'ল প্ৰজ্ঞা-পূৰ্ণ চিত্ত। 'লোকীয়' চিত্তই ওপৰত উল্লেখিত একত্ৰিশ 'লোকভূমি'ক অতিক্ৰম বা 'উত্তৰণ' কৰিব নোৱাৰে অৰ্থাৎ এই একত্ৰিশ লোকভূমিত পুনঃ পুনঃ জন্ম গ্ৰহণ কৰিব লগা হয়। স্বৰ্গলোক, ব্ৰহ্মালোক, মনুষ্যলোক বা অপায়ভূমিত কৰ্ম্ম অনুসৰি ঘূৰিপকি থাকে। 'লোকোত্ত'ৰ চিত্তই কিন্তু এই একত্ৰিশ লোকভূমিক অতিক্ৰম বা 'উত্তৰণ' কৰি নিৰ্বান লাভ কৰিব পাৰে কাৰণে 'লোকোত্তৰ' চিত্ত বোলে। এই লোকোত্তৰ অনুভূতি সাংসাৰিক জঞ্জালৰ পৰা মুক্ত হৈ নিৰ্বাণক উদ্দেশ্য কৰি কৰা চিন্তাৰে পূৰ্ণ আৰু চালিত বা নিয়ন্ত্ৰিত।

ওপৰুক্ত ৮১ বিধ 'লোকীয়' চিত্তৰ ভিতৰত ৫৪ প্ৰকাৰৰ অনুভূতিত 'কামলোক'ৰ সৈতে সম্পৰ্কযুক্ত (তাৰে ১২ বিধ অকুশল, ৮ বিধ ক্ৰিয়া আৰু ২৩ বিপাক চিত্ত আছে)। তাৰউপৰি ১৫ বিধ 'ৰূপ-বাচৰ' আৰু ১২ 'অৰূপ-বাচৰ' বা মহাগতা ধ্যান-চিত্ত আছে। এই লোকীয় চিত্তৰ ভিতৰত কিছুমান অনুভূতিহে মাত্ৰ প্ৰকৃত যোগী সকলেহে অনুভৱ কৰে। যিয়ে ধ্যানক সম্পূৰ্ণৰূপে সাধন কৰিছে, তেওঁ ইচ্ছা কৰিলে আগতে উনুকিওৱা 'পাছ-অভিজ্ঞান' পাব পাৰে। বিবিধ ধৰণৰ ঋদ্ধি যেনে (১) মাটিত ডুব যোৱা, পানীৰ ওপৰত খোজ কঢ়া, আকাশত উৰা আদি অলৌকিক ক্ষমতা (২) দিব্য শ্ৰুত, (৩) দিব্য চক্ষু, (৪) পৰ-চিত্ত বিজানন বা জনা আৰু (৫) পূৰ্ব নিবাস স্মৃতি জ্ঞান। এই পাঁচ অভিজ্ঞান বৌদ্ধই হওক বা অবুদ্ধই হওক যি কোনো মানুহে সাধন কৰিব পৰে। কিন্তু এই লোকীয় চিত্ত বিলাকে লোকোত্তৰ চিত্তৰ দৰে নিৰ্বাণ লাভ কৰিব নোৱাৰে।

(১) কামাবচৰ চিত্ত।

কামলোকৰে সৈতে সম্পৰ্কযুক্ত ৰূপ, শব্দ, গন্ধ, ৰস আৰু স্পৰ্শক আলম্বন কৰি কাম-তৃষ্ণাত অনুৰক্ত হৈ উৎপন্ন হোৱা চিত্তই 'কামাবচৰ চিত্ত'। ই কাম লোকৰ প্ৰাণী বিলাকৰ ভিতৰত থকা তৃষ্ণাৰ অন্তৰ্গত চিত্ত। এই কামাবচৰ চিত্ত ৩ বিধ। (ক) কামাবচৰ অকুশল চিত্ত, (খ) কামাবচৰ শোভন (কুশল) চিত্ত আৰু (গ) কামাবচৰ অহেতুক চিত্ত।

**(ক) কামাবচৰ অকুশল চিত্ত**। লোভ, দ্বেষ, মোহ, দৃষ্টি (অসাৰ দৃষ্টি) আৰু সংস্কাৰৰ বিভিন্ন সমাৱেশত ১২ প্ৰকাৰ অকুশল চিত্ত হৈছে। যেনেঃ-

লোভমূলক ৮ বিধ চিত্ত ঃ

(১) সৌমনস্য সহগত দৃষ্টি সম্প্ৰযুক্ত অসংস্কাৰিক চিত্ত।
(২) " " " " সসংস্কাৰিক চিত্ত।
(৩) " " " বিপ্ৰযুক্ত অসংস্কাৰিক চিত্ত।
(৪) " " " " সসংস্কাৰিক চিত্ত।
(৫) উপেক্ষা " " সম্প্ৰযুক্ত অসংস্কাৰিক চিত্ত।
(৬) " " " " সসংস্কাৰিক চিত্ত।
(৭) " " " বিপ্ৰযুক্ত অসংস্কাৰিক চিত্ত।
(৮) " " " " সসংস্কাৰিক চিত্ত।

দ্বেষমূলক ৮ বিধ চিত্ত ঃ

(৯) দৌৰ্ম্মনস্য সহগত প্ৰতিঘ সম্প্ৰযুক্ত অসংস্কাৰিক চিত্ত।
(১০) " " " " সসংস্কাৰিক চিত্ত।
(১১) উপেক্ষা সহগত বিচিকিৎসা সম্প্ৰযুক্ত চিত্ত।
(১২) " " ঔদ্ধত্য " চিত্ত।

'সৌমনস্য' বা অনুভূত আনন্দ লোভমূলক চিত্ত উৎপত্তিৰ লগে লগে তৰল বা অগম্ভীৰ স্বভাৱৰ ব্যক্তিৰ ভিতৰত উৎপত্তি হয়। যেতিয়া তেনে আনন্দ উৎপত্তি নহয়, তেতিয়া তাক 'উপেক্ষা ' বেদনা কোৱা হয়। গম্ভীৰ বা খামিডাঠ স্বভাৱৰ মানুহৰ ওচৰত লোভ উৎপত্তিৰ লগে লগে উপেক্ষা বেদনাহে উৎপন্ন হয়, অৰ্থাৎ লোভৰ মূল 'সৌমনস্য' সহগত চিত্ত লোভতকৈ 'উপেক্ষা' সহগত চিত্তৰ লোভ বেছি গভীৰ। ইয়াৰ অৰ্থ হ'ল 'সৌমনস্য সহগত' চিত্তৰ লোকে এটকাত সুখী নহয় দুটকা পালেহে সুখী হয়।

তেনেকৈ 'দৃষ্টি সম্প্ৰযুক্ত' মানে 'মিছা-দৃষ্টি' সংযুক্ত চিত্ত। আগতে বৰ্ণোৱা ৬২ প্ৰকাৰ অসাৰ দৃষ্টিৰ (মতবাদ) ভিতৰত লোভনীয় আলম্বনকে ভাল, সুখ, নিত্য আৰু আত্মা বুলি গ্ৰহণ কৰাই হ'ল আভুৱা দৃষ্টিৰ স্বভাৱ বা লক্ষণ। অসৎ ধৰ্ম্ম শ্ৰৱন, অকল্যাণ মিত্ৰতা, আৰ্য্য (ভিক্ষু) সকলৰ দৰ্শনৰ অনিচ্ছা আৰু অহেতুমূলক চিন্তা এই আভুৱা দৃষ্টিৰ উৎপত্তিৰ কাৰণ। ই বদ্ধমূল ৰূপ লয়। হেতুমূলক চিন্তাইহে ইয়াৰ দূৰীকৰণৰ উপায়। উদাহৰণ হিচাপে - যদি ভাৱে যে পুত্ৰইহে পুন্নম নৰকৰ পৰা



পৱিত্ৰান কৰিব পাৰে আৰু এই অভিপ্ৰায়েৰে যদি ভাৰ্য্য গ্ৰহণ কাৰ্য্য কৰা হয়,তেন্তে সেই চিত্ত আভুৱা 'দৃষ্টি-সহগত' চিত্ত হয়। কিন্তু এনে কাৰ্য্য কৰাৰ পৰা লাভ আৰু হিতকৰ নহয় বুলি জানিও যদি আত্ম-মৰ্য্যাদা ৰক্ষাৰ্থে ভাৰ্য্যা গ্ৰহণ কৰে, তেন্তে ই 'মান-সম্প্ৰযুক্ত' চিত্ত হয়। যদি আভুৱা দৃষ্টি বুলি জানিও আৰু আত্ম-মৰ্য্যাদা প্ৰশ্ন নুঠিলেও নিজৰ সুখ বেদনাৰ কাৰনে বিয়া কৰে, তেন্তে এই 'দৃষ্টি' আৰু 'মান' দুয়োটা বিবৰ্জিত লোভ চিত্ত হৈ পৰে।

সংস্কাৰ - যি চিত্তৰ আলম্বনৰ কোনো প্ৰভাৱ নোহোৱাকৈ বা কোনো প্ৰকাৰ উৎসাহ নোহোৱাকৈ বাহিৰে ভিতৰে যি কোনো দিশৰ পৰা কোনো উত্তেজনা নোহোৱাকৈ মাথোন নিজৰ স্বভাৱৰ হেতু প্ৰকত ভাৱে উৎপন্ন হয়, সেয়াই হ'ল 'অসংস্কাৰিক' চিত্ত। সেইদৰে আনৰ উৎসাহ উত্তেজনাৰ প্ৰভাৱত আলম্বনত উৎপন্ন হোৱা চিত্তকে 'সসংস্কাৰিক' চিত্ত বোলে। সেই কাৰণে সসংস্কাৰিক চিত্ততকৈ অসংস্কাৰিক চিত্ত বেছি প্ৰবল।

দেখাযায় যে ওপৰুক্ত লোভমূলক প্ৰথম চিত্তত ৰূপ, শব্দ, গন্ধ, ৰস আৰু স্পৰ্শৰ আলম্বনক মঙ্গল আৰু সাৰ বুলি ভাবি কোনো আগ-পিছ নুগুণি লোভৰ নিজৰ স্বভাৱৰ তোষণৰ আনন্দৰ বাবেই সেই আলম্বনত উৎপন্ন হয়। উদাহৰণ স্বৰূপে, ব্যভিচাৰত কোনো পাপ নাই বা কু-ফলো নাই, এনে আভুৱা দৃষ্টিৰে নিজৰ খন্তেকীয়া সুখৰ কাৰণে ভাবি হৃষ্ট মনে সম্ভোগ কৰে; অথবা মঙ্গলজনক ভাবি নানা দেৱ দেৱীৰ পূজা কৰে। সেয়ে সম্ভোগীৰ বা পূজকৰ 'সৌমনস্য সহগত দৃষ্টি সম্প্ৰযুক্ত অসংস্কাৰিক চিত্ত'।

দ্বিতীয়তে লোভ চিত্তৰ প্ৰথম লোভ চিত্তৰ দৰেই ৰূপ, শব্দ, গন্ধ, ৰস আৰু স্পৰ্শৰ আলম্বনক সাৰ আৰু মঙ্গল বুলি ভাবে, কিন্তু আনৰ বা আলম্বনৰ দ্বাৰা প্ৰৰোচিত হৈহে ইতস্তত: কৰি উৎপন্ন হয়। নিজৰ স্বভাৱ হেতু উৎপন্ন হোৱা চিত্ত নহয়। সেই কাৰণেই 'সসংস্কাৰিক' চিত্ত।

তৃতীয় বিধ লোভ চিত্তত 'দৃষ্টি' সংযুক্ত নহয়, অৰ্থাৎ ৰূপ, শব্দ আদি আলম্বনত আভুৱা 'দৃষ্টি'ৰ দ্বাৰা পৰিচালিত নহৈও আত্ম-মৰ্য্যাদা ৰক্ষাৰ কাৰণে কিম্বা উপভোগৰ কাৰণে নিজে নিজে আনন্দৰে উৎপন্ন হোৱা চিত্ত।

চতুৰ্থ বিধ লোভ চিত্তৰ 'সসংস্কাৰিতা' ই ইয়াৰ বিশেষত্ব। অন্যথাই তৃতীয় চিত্তৰ দৰে।

পঞ্চম, ষষ্ঠ, সপ্তম আৰু অষ্টম লোভ চিত্তত সৌমনস্যৰ অৰ্থাৎ অনুভূত আনন্দৰ অভাৱ। উপেক্ষা বেদনাই ইয়াৰ ঠাই লয়। এনে গম্ভীৰ স্বভাৱৰ চিত্তৰ সৈতে যদি আভুৱা দৃষ্টি যুক্ত হয়, তেনেহলে নিজ স্বভাৱ গুনে অথবা আনৰ দ্বাৰা প্ৰৰোচিত হৈ জগা উৎসাহত কাম ভোগৰ অনুপযুক্ত পাত্ৰ-পাত্ৰীৰ সৌন্দৰ্য্য আদি অন্যান্য হেতুৰ অভাৱতো নিজৰ মান-সন্মান বিচাৰ নকৰি 'উপেক্ষা সহকাৰে' কাম-সম্ভোগ কৰায় অথবা তেনে ধৰনৰ উপেক্ষাৰেদেৱ-দেৱী পূজা কৰায়; আৰু সেয়ে নিজস্বভাৱেৰে

হলে 'অসংস্কাৰিক চিত্ত' আৰু আনৰ দ্বাৰা প্ৰৰোচিত হলে 'সসংস্কাৰিক চিত্ত' হয়। অন্যথাই এই চাৰি চিত্তও দৃষ্টিসম্প্ৰযুক্ত বা বিপ্ৰযুক্ত (সংযুক্ত নোহোৱা) যথাক্ৰমে প্ৰথম, দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ চিত্তৰ নিচিনাই।

এই লোভ চিত্তত যোগ হোৱা বেদনা, দৃষ্টি আৰু সংস্কাৰৰ ভিতৰত সংস্কাৰ বলী, বেদনা অতি বলী আৰু দৃষ্টি মহাবলী। সেই কাৰণে উপৰুক্ত চতুৰ্থ লোভ চিত্তকৈ তৃতীয় লোভচিত্ত বলবান; তাতোকৈ অষ্টম, তাতোকৈ সপ্তম, তাতোকৈ দ্বিতীয়, তাতোকৈ প্ৰথম, তাতোকৈ ষষ্ঠ আৰু সকলোতকৈ পঞ্চম লোভ চিত্ত মহা বলবান। এই আঠ বিধ লোভ চিত্তই সাত বিধ অকুশল কৰ্ম্মপথ (যেনেঃ- ১। চুৰকৰা, ২। কাম-ব্যভিচাৰ কৰা, ৩। মিছা কথা কোৱা, ৪। টুটকীয়া বাক্য কোৱা, ৫। প্ৰলাপ বাক্য কোৱা, ৬। পৰশ্ৰীকাতৰতা (হিংসা) কৰা আৰু ৭। আভুৱা বা মিছা দৃষ্টি গ্ৰহণ কৰা।

দ্বেষমূলক চিত্ত দুবিধে আলম্বনক মাৰিবৰ ইচ্ছা উৎপন্ন কৰায়। তেতিয়া চিত্তৰ হিংসা অৱস্থা প্ৰাপ্ত হয়। এই দ্বেষমূলক চিত্তত 'দৌৰ্ম্মনস্য' (অসূয়া) বোলা এবিধেই বেদনা হয়। ই অপ্ৰিয় আৰু অনিষ্ট অনুভৱ লক্ষণ বিশিষ্ট। দ্বেষ (হিংসা) মূলক চিত্তত সৌমনস্য (অনুভূত আনন্দ) অথবা উপেক্ষা ভাৱ নাথাকে। লোভ চিত্ততো দৌৰ্ম্মনস্য নাথাকে। হিংসা মূলক চিত্তৰ মাথোন সংস্কাৰ অনুসাৰে দুবিধ, অসংস্কাৰিক আৰু সসংস্কাৰিক। এই হিংসামূলক চিত্তইয়ো ১। প্ৰাণী হত্যা, ২। চুৰকৰা, ৩। মিছ কথা কোৱা, ৪। টুটকীয়া বাক্য কোৱা, ৫। কৰ্কশ বাক্য কোৱা, ৬। প্ৰলাপ বাক্য কোৱা আৰু ৭। ক্ৰোধ বা হিংসা কৰা - এই সাতবিধ অকুশল কৰ্ম্মপথ গ্ৰহণ কৰে।

মোহমূলক চিত্ত দুবিধ। ইহঁত একমাত্ৰ 'উপেক্ষা' বেদনা সহগত। মোহ বেছি হোৱা হেতুকে মোহাচ্ছন্ন চিত্তই আলিঙ্গনৰ প্ৰকৃত স্বভাৱ জানিবলৈ অপাৰগ কৰায়। 'বেচিকিৎসা' অৰ্থাৎ সন্দেহ, সংশয় বা দ্বি-মতিত চিত্ত দুদৌল্যমান হয়। ইয়াৰ কাৰণ 'প্ৰজ্ঞা' (জ্ঞান)ৰ অভাৱ। প্ৰজ্ঞা উৎপন্ন হ'লেই 'মোহ' (অবিদ্যা) দুৰ হয়। এই অকুশল চিত্ত-বিলাক দুঃখৰ হেতু, তৃষ্ণাৰ জনক, পৰিপোষক আৰু পৰিবৰ্দ্ধক। লোভ আৰু দ্বেষ (হিংসা)ৰ কাৰণো 'মোহ'। 'মোহ' দুৰহলে মোহ-চিত্তৰ উৎপত্তিও সম্ভব নহব; তেনেকৈ লোভমূলক চিত্ত আৰু দ্বেষমূলক চিত্তৰ উৎপত্তিও অসম্ভৱ হৈ পৰে। 'প্ৰতীত্য সমুৎপাদ'ত ভৱ-চক্ৰৰ গুৰিয়েই হ'ল এই 'অবিদ্যা' (মোহ)। ইয়াক দুৰ কৰিবলৈ দীৰ্ঘকাল চেষ্টাৰ প্ৰয়োজন, তথাপি যত্নবান হোৱা উচিত।

### (খ) কামাবচৰ কুশল চিত্ত

চিত্তত বেদনা, দৃষ্টি আৰু সংস্কাৰ যুক্ত হৈ ১২ (বাৰ) প্ৰকাৰ অকুশল চিত্ত হোৱাৰ দৰে বেদনা, জ্ঞান আৰু সংস্কাৰ যুক্ত হৈ ৮ (আঠ) প্ৰকাৰমহাকুশল চিত্ত হয়। দৃষ্টি (ভুল ধাৰণা, ভুৱা দৃষ্টি)ৰ সম্প্ৰযুক্তত চিত্ত অকুশল হয় আৰু জ্ঞান সম্প্ৰযুক্ত হলে কুশল হয়। এই বিভিন্ন প্ৰকাৰ চিত্ত বৃত্তিৰ সংযোগত চিত্তৰ অৱস্থা উত্তম, মধ্যম আৰু হীন হয়।



কামাবচৰ কুশল চিত্ত ৮ প্ৰকাৰ হ'ল–

(১) সৌমনস্য সহগত জ্ঞান সম্প্ৰযুক্ত অসংস্কাৰিক চিত্ত।
(২) " " " " সসংস্কাৰিক চিত্ত।
(৩) " " " বিপ্ৰযুক্ত অসংস্কাৰিক চিত্ত।
(৪) " " " " সসংস্কাৰিক চিত্ত।
(৫) উপেক্ষা " " সম্প্ৰযুক্ত অসংস্কাৰিক চিত্ত।
(৬) " " " " সসংস্কাৰিক চিত্ত।
(৭) " " " বিপ্ৰযুক্ত অসংস্কাৰিক চিত্ত।
(৮) " " " " সসংস্কাৰিক চিত্ত।

শ্ৰদ্ধাবহুল, দৃষ্টি বিশুদ্ধি আৰু কুশল বিপাক (কৰ্ম্মফল) দৰ্শনত চিত্তত সৌমনস্য (অনুভূত আনন্দ) বেদনাৰ উৎপত্তিৰ কাৰণ হয়। সুদৃঢ় শ্ৰদ্ধাৰ অভাৱত চিত্ত উপেক্ষা সহগত হয়। দৃষ্টি বিশুদ্ধ নহলেও আৰু কুশল কৰ্ম্মফলৰ সম্বন্ধে জ্ঞানৰ অভাৱ হলেও উপেক্ষা বেদনাৰ কাৰণ হয়। দহ বিধ পূণ্যকৰ্ম্মৰ কুশল কৰ্মপথ হ'ল –

দানং শীলঞ্চ ভাবনা পত্তি পত্তানুমোদনা।
বেয়্যবচ্চাপচায়ঞ্চ দেসনা সুতি দিট্ঠুজু।।

১। দান কৰা, ২। শীল (নৈতিক চৰিত্ৰ ধাৰন কৰা), ৩। ভাৱনা (শমঠ আৰু বিদৰ্শন ভাৱনা বা ধ্যান কৰা), ৪। পত্তি (পূণ্যদান, অৰ্জ্জিত পূন্য জন সাধাৰনক বিলাই দিয়া), ৫। পত্তানুমোদনা (পূণ্যানুমোদন কৰা), (৬) বৈয়াবৃত্য (শাৰীৰিক শ্ৰমদানৰ দ্বাৰা পূণ্যকামত সহায় কৰা), ৭। অপচায়ন (বয়োজ্যেষ্ঠ আৰু গুন শ্ৰেষ্ঠক সন্মান বা পূজা কৰা), ৮। দেশনা (পালি'দেসনা'-ধৰ্ম্ম উপদেশ, অনভিমান চিত্তেৰে ধৰ্ম্ম, শিল্প, বিদ্যা আদি বিষয়ত উপদেশ দান আৰু আলোচনা কৰা), ৯। সুতি ('শ্ৰুতি' -ধৰ্ম্ম শ্ৰৱন, হিতকৰ উপদেশ শ্ৰৱন আৰু স্মৃতিত সংৰক্ষণ) আৰু ১০। দৃষ্টি ঋজু কৰ্ম্ম (সম্যক্ দৃষ্টি বা সত্য-জ্ঞান অৰ্দন)।

ওপৰুক্ত দহবিধ কুশল কৰ্ম্মৰ ভিতৰত যি কোনো এটাত যদি কোনোৰে স্ব-ইচ্ছাৰে, আনন্দেৰে, দুঃখ-ক্লেশ আদি দুৰীকৰণৰ বাবে জ্ঞান বৃদ্ধিৰ কাৰণে বা পৰৰ দূঃখ-মোচনৰ কাৰণে অসঙ্কুচিত চিত্তেৰে সহজে সম্পাদন কৰে, তেতিয়া 'সৌমনস্যসহগত জ্ঞান সম্প্ৰযুক্ত অসংস্কাৰিক' গুণৰ প্ৰথম কুশল চিত্ত হয়।

দ্বিতীয় কুশল চিত্ত হয় সঙ্কুচিত চিত্তেৰে বা দ্বিধাযুক্ত চিত্তেৰেঅথবা পৰৰ উৎসাহৰ জৰিয়তে কোনো কুশল কৰ্ম্ম সম্পাদন কৰিলে 'সৌমনস্য সহগত জ্ঞান সম্প্ৰযুক্ত সসংস্কাৰিক' গুণৰ চিত্ত হয়।

তৃতীয় কুশল চিত্ত হয়, আনক দেখি অথচ নিজৰ স্বভাৱ হেতু বেগেৰে আৰু আনন্দেৰে সম্পাদন কৰিলে 'জ্ঞান-বিপ্ৰযুক্ত অসংস্কাৰিক' গুণৰ চিত্ত হয়।

চতুৰ্থ কুশল চিত্ত হয়, আনক দেখি আৰু আনৰ উদগনিত ইতস্ততঃ ভাৱে যদি আনন্দেৰে সম্পাদন কৰে, তেতিয়া 'জ্ঞান বিপ্ৰযুক্ত সসংস্কাৰিক' গুণৰ চিত্ত হয়।

উপেক্ষা বেদনাৰে অৰ্থাৎ কম আনন্দ-উলাহেৰে ওপৰুক্ত চাৰি প্ৰকাৰ কুশল কৰ্ম্ম

সম্পাদন কৰিলে যথাক্রমে পঞ্চম, ষষ্ঠ, সপ্তম আৰু অষ্টম কুশল চিত্ত হয়।

### (গ) অহেতুক আৰু সহেতুক বিপাক চিত্ত

অহেতুক বিপাক চিত্তক এটা উদাহৰণৰ পৰা বুজিব পাৰি। এটা গোলাপফুল চকুত পৰিল। চিত্তই তাৰ প্ৰতি আকৰ্ষিত হৈ দেখিলে। ই চকুৰ কাৰ্য্য হ'ল, আন ইন্দ্ৰিয়ৰ দ্বাৰা নহয়। চকুৰে 'দেখা'ৰ পাছত মনোযোগ কৰা হ'ল, ই 'চক্ষু বিজ্ঞান'। চিত্তই নিষ্ক্রিয় ভাৱ গ্ৰহণ বা সমৰ্থন বা বুজিবলৈ চেষ্টা কৰা কাৰ্য্যহি হ'ল 'সম্প্ৰতীচ্ছ' চিত্ত। সমৰ্থিত আলম্বনটো গোলাপ হয়নে নহয়, তাৰ লক্ষণ বিচৰা কাল (মুহূৰ্ত্ত) চিত্তই হ'ল 'সন্তিৰণ' চিত্ত। এই সময়লৈকে পৰীক্ষা কৰি ফুলৰ গুণ, গঠন আদি চাই 'গোলাপ' ফুল বুলি স্থিৰ কৰাই 'ব্যৱস্থাপন'। আৰু ই এই পৰ্যন্ত ফুলৰ প্ৰতি নিষ্ক্রিয় অৱস্থাপন। ই চিত্তৰ বিপাক আৱস্থা আৰু সেই সময় খিনিলৈকে সেই গোলাপ ফুলৰ প্ৰতি কোনো প্ৰকাৰ সম্প্ৰযুক্ত হেতু (লোভ, দ্বেষ, মোহ, অলোভ, অদ্বেষ, আৰু অমোহ) দ্বাৰা পৰিচালিত হোৱা নাই। এই কাৰণে এই সকলো 'বিপাক' চিত্ত 'অহেতুক'।

কামাবচৰ 'অকুশল' চিত্তই সাধাৰণতে চাৰি অপায় ভূমিতেই বিপাক ঘটায়। 'কামাবচৰ অহেতুক কুশল বিপাক' উপেক্ষা সহগত (অৰ্থাৎ সম্প্ৰতীচ্ছ চিত্তই চক্ষুবিজ্ঞান আদিত মনোৰম-অমনোৰম উভয় বিধ আলম্বনৰ ৰসানুভৱ কৰিব নোৱৰা অৱস্থা) হলে প্ৰতিসন্ধিৰ সময়ত (পুনৰ জনমৰ সময়ত) ইয়াৰ বিপাক প্ৰদান কৰিব পাৰে। কুশল বিপাক 'অহেতুক' হোৱাৰ কাৰণে মনুষ্যলোকত প্ৰতিসন্ধি প্ৰদান (জন্মগ্ৰহণ) কৰিলেও সি জন্মান্ধ, কলা, বোবা, বিকৃত মস্তিস্ক, বিকলাঙ্গ বা ক্লীৱ হৈ জন্মায়। ইয়াকে এই শ্ৰেণী লোকৰ পূৰ্বজন্মৰ 'অহেতুক বিপাক' চিত্তৰ কৰ্মফল বুলি কোৱা হয়।

'অহেতুক' চিত্তৰ বিপৰীতে 'সহেতুক' চিত্ত মানে 'জ্ঞান-সম্প্ৰযুক্ত' চিত্ত। এই 'কামাবচৰ সহেতুক কুশল বিপাক চিত্ত'ই কৃত-কুশল কৰ্মৰ শক্তি অনুসাৰে বিপাক আকাৰত সাত-সুগতি ভূমিতেই অৰ্থাৎ মনুষ্য-লোক আৰু ছয় দেৱলোক স্বৰ্গ ভূমিত প্ৰতিসন্ধি ঘটায়। এই কাৰণে সুখৰ জীৱন আৰু কুশল জীৱন যাপন কৰিবলৈ হলে 'জ্ঞান-সম্প্ৰযুক্ত' চিত্তেৰে স্বইচ্ছাৰে আৰু আনন্দেৰে ওপৰুক্ত দহ বিধ কুশল কৰ্ম্ম সম্পাদন কৰা নিতান্ত দৰকাৰ।

### (২) ৰূপাবচৰ ধ্যান চিত্ত।

'অভিধৰ্ম্ম সংগ্ৰহ'ৰ মতে পাঁচটা 'ৰূপাবচৰ ধ্যান' পাঁচটা 'বিধেয় (ধ্যানাঙ্গ)'ৰ পৰা পাচ ভাগত বিভক্ত কৰা হৈছে। এই পাচ 'বিধেয়' সমূহ –

১। বিতৰ্ক (আলম্বনত চিত্তক প্ৰাৰম্ভিক আৰোহন আৰু ধাৰণ)
২। বিচাৰ (চিত্তক অবিৰত প্ৰয়োগ বা অনুমজ্জিত কৰোৱা)
৩। প্ৰীতি (প্ৰফুল্লতা)



৪। সুখ (সৌম্য)
৫। একাগ্ৰতা (সমাধি)

এই ধ্যানৰ উৎকৰ্ষ সাধনৰ পাঁচটা বাধা হ'ল -

১। কামচ্ছন্দ (কাম আসক্তি)
২। ব্যাপাদ (হিংসা বা অহিত চিন্তা)
৩। স্ত্যান-মিদ্ধ (চিত্তৰ অলসতা আৰু অকৰ্ম্মন্যতা)
৪। ঔদ্ধত্য আৰু কৌকৃত্য (ঔদ্ধত্য আৰু উদ্বেগ-উৎকণ্ঠা)
৫। বিচিকিৎসা (সংশয় বা দ্বিমতি)

ধ্যানৰ সময়ত উদ্ভৱ হোৱা 'কামচ্ছন্দ'ক ওপৰুক্ত 'একাগ্ৰতা' ধ্যানাঙ্গেৰে সংববন কৰিব লাগে। সেইদৰে 'ব্যাপাদ'ক 'প্ৰীতি'ৰে ; স্ত্যান-মিদ্ধক 'বিতৰ্কে'ৰে; ঔদ্ধত্য-কৌকৃত্যক 'সুখ আৰু উপেক্ষা'ৰে আৰু 'বিচিকিৎসা'ক 'বিচাৰে'ৰে সংবৰণ বা সংযম কৰিব লাগে।

ওপৰুক্ত ৰূপাবচৰ কুশলধ্যান চিত্ত পাচ প্ৰকাৰ হ'ল -

১। বিতৰ্ক, বিচাৰ, প্ৰীতি, সুখ আৰু একাগ্ৰতা ধ্যানাঙ্গ যুক্ত - প্ৰথম ধ্যান চিত্ত।
২। বিতৰ্ক বৰ্জিত বিচাৰ, প্ৰীতি, সুখ আৰু একাগ্ৰতা ধ্যানাঙ্গ যুক্ত - দ্বিতীয় ধ্যান চিত্ত।
৩। বিতৰ্ক, বিচাৰ, বৰ্জিত, প্ৰীতি, সুখ আৰু একাগ্ৰতা ধ্যানাঙ্গ যুক্ত - তৃতীয় ধ্যান চিত্ত।
৪। বিতৰ্ক, বিচাৰ, প্ৰীতি বৰ্জিত সুখ আৰু একাগ্ৰতা ধ্যানাঙ্গ যুক্ত - চতুৰ্থ ধ্যান চিত্ত।
৫। বিতৰ্ক, বিচাৰ, প্ৰীতি বৰ্জিত উপেক্ষা আৰু একাগ্ৰতা ধ্যানাঙ্গ যুক্ত - পঞ্চম ধ্যান চিত্ত।

ৰূপাবচৰৰ প্ৰথম ধ্যান চিত্তত বিতৰ্ক, বিচাৰ, প্ৰীতি, সুখ আৰু একাগ্ৰতাই ধ্যানাঙ্গ। 'বিতৰ্ক'ৰ আন নাম 'চিন্তা'। বিতৰ্কৰ দ্বাৰা চিত্তই যি আলম্বন গ্ৰহণ কৰে সেই আলম্বনৰ স্বভাৱ জানিবৰ কাৰণেই 'বিচাৰ' হয়। 'বিচাৰত' পোৱা আলম্বনত শঙ্কাহীন চিত্তই হ'ল 'প্ৰীতি'। প্ৰীতিৰ নিত্য সহচৰ হ'ল 'সুখ'। 'সুখত' চিত্তৰ নিশ্চল অৱস্থাই 'একাগ্ৰতা'। এইদৰে চিত্তই প্ৰথম ধ্যানত 'বিতৰ্ক'ৰে ধ্যান কৰিবলৈ বিচৰা বিষয়ত আৰোহন কৰায়। 'বিচাৰে' তাতেই নিমজ্জিত কৰি ৰাখে। 'প্ৰীতি'য়ে আনন্দিত কৰে। 'সুখে' সংগঠন কৰে আৰু 'একাগ্ৰতা'ই নিবদ্ধ কৰি ৰাখে।

দ্বিতীয় ধ্যান চিত্তত আলম্বন বিষয়ত আৰোহন কৰাৰ পাচত 'বিতৰ্ক' বিবৰ্জিত হয়। সেইদৰে ধ্যান গভীৰৰ পৰা গভীৰতৰ হোৱাত ক্ৰমে তৃতীয় ধ্যান চিত্তত 'বিতৰ্ক' আৰু 'বিচাৰ' বৰ্জিত হয়। চতুৰ্থ ধ্যানত 'সুখ' আৰু 'একাগ্ৰতা'ই মাত্ৰ মূখ্য হৈ থাকে। পঞ্চম ধ্যানত 'প্ৰীতি' বৰ্জিত হৈ 'উপেক্ষা'ই স্থান লয়।

ৰূপাবচৰ চিত্ত সদায় কুশল আৰু ইয়াৰ বিপাকো সদায় কুশলজাতীয়। সেই কাৰণে ৰূপাবচৰ ধ্যান চিত্তত মৈত্ৰী, কৰুণা, মুদিতা (পৰশ্ৰী, সম্পদ দেখি পোৱা

আনন্দ) আৰু উপেক্ষা (সাম্য-সৌম্য) প্রকট ৰূপে প্রকাশ পায় কাৰণে 'ব্রহ্ম-বিহাৰ ভাৱনা'ও বোলে।

৩। অৰূপাৱচৰ কুশল ধ্যান চিত্ত।

অৰূপ সত্ত্ব বিপাকৰ চিত্তৰো অনুৰূপ অৱস্থা। এই মনুষ্য লোকত মানুহে স্বস্ব চিত্তত উৎপন্ন কৰিব পাৰে। এই চিত্তও ৰূপাৱচৰ ধ্যান চিত্তৰ পঞ্চম ধ্যানিক চিত্ত ; গতিকে ইয়াৰ মুখ্য ধ্যানাঙ্গ হ'ল 'উপেক্ষা'আৰু 'একাগ্রতা'। ৰূপাৱচৰ ধ্যানত সুদক্ষ যোগীয়ে এই অৰূপাৱচৰ ধ্যান চিত্ত উৎপাদনৰ চেষ্টা কৰিব পাৰে। এই অৰূপাৱচৰ ধ্যান চিত্ত হ'ল -

১। আকাশানন্তায়তন কুশল ধ্যান চিত্ত।
২। বিজ্ঞানানন্তায়তন " " "।
৩। আকিঞ্চনায়তন " " "।
৪। নৈৱ-সংজ্ঞা-না-সংজ্ঞায়তন কুশল ধ্যান চিত্ত।

অৰূপাৱচৰ ধ্যান চিত্তৰ প্রথম আলম্বন হ'ল 'আকাশ'। আকাশৰ অস্তিত্ব আৰু বিশালতা চন্দ্র-সূৰ্য্য-নক্ষত্রৰ দ্বাৰাই অনুভৱ কৰিব পাৰি, যাৰ অন্ত নাই, উৎপত্তি আৰু বিলয় ও নাই, গতিকে 'অনন্ত'। এই 'অনন্ত আকাশক' অৱলম্বন কৰি যি কুশল ধ্যান চিত্ত উৎপন্ন হয়, সেয়েই 'আকাশানন্ত আয়তন ধ্যান চিত্ত'। 'আয়তন' শব্দে 'উৎপত্তি ভূমি' বুজাইছে। অনন্ত আকাশক অৱলম্বন কৰি 'অৰূপ' ধ্যান কৰিব লাগিলে পূৰ্ব কৃত্যআকাৰে ৰূপাৱচৰৰ 'কৰুণা ধ্যান' কৰা বিধেয়।

'বিজ্ঞানানন্ত' ধ্যান কৰাৰ আগত 'মুদিতা' ধ্যান দ্বাৰা চিত্তক দক্ষ কৰা কৰ্ত্তব্য। বিজ্ঞান আৰু চিত্তৰ উৎপত্তি আৰু বিলয় আছে। এই অৰ্থত 'বিজ্ঞান' সান্ত (স+ অন্ত; সীমিত) হলেও অনন্ত আকাশক আলম্বন কৰাত ইয়াক অনন্ত বোলা হয়। অনন্ত আকাশৰ লগত নিজক একীভূত কৰাৰ সেই অনন্ত আকাশময় 'অনন্ত চিত্ত'ক আলম্বন কৰি ধ্যান কৰে। এয়ে 'বিজ্ঞানানন্তায়তন কুশল চিত্ত'।

এই অনন্ত চিত্তও 'একোৱেই নাই বা নহয়', ইয়াৰ ভগ্নাংশ অৱশিষ্ট নাই অৰ্থাৎ অবিদ্যমান। চিত্তৰ এই ধাৰনাৰ অৱস্থাকে 'আকিঞ্চনায়তন কুশল ধ্যান চিত্ত' বোলে। কিঞ্চন ( কোনো কিছু)ৰ অভাৱ, সেয়ে অকিঞ্চন। 'অকিঞ্চন'ৰ ভাৱ হ'ল 'আকিঞ্চন'।

এই চতুৰ্থ অৰূপধ্যান কুশল চিত্তৰ শান্ত, ধীৰ অৱস্থাকে - যিটো সংজ্ঞাও নহয়, অসংজ্ঞাও নহয় - তাকে অৱলম্বন কৰি চিত্ত ধ্যান মগ্ন হয়। এয়েই 'নৈৱ- সংজ্ঞা না-সংজ্ঞায়তন কুশল ধ্যান চিত্ত'।

ৰূপাৱচৰৰ পাঁচ বিধ ধ্যানৰ পাৰ্থক্য হ'ল ধ্যানাঙ্গৰ (অৰ্থাৎ বিতৰ্ক, বিচাৰ, প্রীতি, সুখৰ) ক্রমিক বিবৰ্জ্জন হেতু; আলম্বনৰ হেতু নহয়। কিন্তু অৰূপাৱচৰ চিত্তত ধ্যানাঙ্গৰ বিবৰ্জ্জনতা নাই। এই কাৰণে চিত্ত সদায় পঞ্চম ধ্যানিক 'উপেক্ষা আৰু একাগ্রতা'ই ধ্যানাঙ্গ। এই অৰূপাৱচৰ ধ্যান চিত্তৰ আলম্বনৰ পাৰ্থক্য হেতু চাৰিবিধ হৈছে।

ৰূপাৱচৰ পঞ্চম ধ্যানত পূৰ্ণ সমাধিৰ অৱস্থা প্রাপ্ত হয়। এই অৱস্থাত চিত্ত সম্পূৰ্ণ জাগ্রত, কিন্তু বহিৰিন্দ্রীয় নিষ্ক্রিয় হয়। একাগ্রতাৰ দ্বাৰা চিত্ত অতি শক্তিশালী আৰু



তীক্ষ্ণ হয়। তাৰ ফলত জড় পদাৰ্থ বিলাকৰ যথা স্বভাৱ অৰ্থাৎ অনিত্য, দুঃখ আৰু অনাত্ম স্বভাৱ চিত্তত প্রকাশিত হয়। তাৰ দ্বাৰা 'প্রজ্ঞা' উৎপন্ন হয়। প্রজ্ঞাৰ দ্বাৰাই তৃষ্ণাক্ষয় সম্ভৱ হয়। এই ৰূপ ধ্যানৰ উদ্দেশ্য হৈছে চিত্তকে শক্তিশালী কৰি প্রজ্ঞালাভৰ কাৰণে উপযোগী কৰা। চিত্তক একাগ্রতা আৰু তীক্ষ্ণ কৰি যথাভূত দৰ্শনৰ উপযোগী কৰিব পাৰে বুলিয়েই 'ৰূপাৱচৰ ধ্যান' মূল্যবান। ৰূপাৱচৰ ধ্যানত দেৱ জন্ম লাভ আদি বৌদ্ধ ধৰ্মৰ লক্ষ্য হিচাবে অপ্রধান বিষয়। কাৰণ বৌদ্ধ সকলৰ লক্ষ্য হ'ল 'নিৰ্বান'। ৰূপাৱচৰ ধ্যান 'শমথ' (উপশম কাৰক), কিন্তু এই সমথ ধ্যানৰ পৰা উৎপত্তি হোৱা পৰিশুদ্ধ, শক্তিশালী আৰু তীক্ষ্ণ চিত্তেৰে যদি কোনো ৰূপ সম্পন্ন অৱস্থা যি কোনো উৎপন্ন হয়, সেই সকলোকে অনিত্য, দুঃখ আৰু অনাত্মাৰ আকাৰত বিশুদ্ধ জ্ঞানেৰে সৈতে দৰ্শন কৰে আৰু সেইসেই বিষয়ৰ পৰা চিত্তক ঘূৰাই আনি নিৰ্বাণত কেন্দ্রীভূত কৰে, তেতিয়া বুজেযে 'ইয়েই শান্ত, ইয়েই উত্তম'। কিন্তু সেই শান্ত (শান্তি) অৱস্থাত যদি তৃষ্ণা উৎপন্ন হয়, তেন্তে তেওঁ 'নিৰ্বাণ আলম্বন গ্রহণ কৰিব নোৱাৰে। তাৰ বিপাকত ৰূপ-লোকত অৰ্থাৎ ব্রহ্মলোকত জন্মগ্রহণ কৰে মাত্র।

(৪) লোকোত্তৰ চিত্ত।

বোধিসত্ব গৌতমে আন গুৰুৰ পৰা তেওঁৰ ধ্যান চিত এই অৰূপাৱচৰ ধ্যানলৈকেহে পাইছিল, কিন্তু তাৰপৰা উধাব নোৱাৰিছিল। যদিও কোনো কোনোৱে এই লোকীয় উচ্চধ্যান পাব পাৰে, তথাপি তেওঁ কাম-ৰাগ, ৰূপ-ৰাগ আদিৰ পৰা সম্পূৰ্ণৰূপে মুক্ত নহয়, মাত্র সাময়িক ভাবেহে সংবৰণ হৈছে: পৌনঃপৌনিক জন্ম-মৃত্যুক নিৰোধ কৰিব পৰা নাই।

বুদ্ধদেৱে নিজ ধ্যানৰ বলত পঞ্চ-উৎপাদন স্কন্ধৰ বান্ধোনৰ অৱস্থাক চেৰপেলাই যোৱা আঠ প্রকাৰ 'লোকোত্তৰ' চিত্তৰ কথা কয়। কামাৱচৰ চিত্তৰ উপচাৰ অৰ্থাৎ ধ্যানচিত্তৰ সমীপচাৰী চিত্তৰ সমাধিৰ মাধ্যমেৰে যি প্রণালীতে ৰূপাৱচৰ ধ্যান চিত্ত উন্নীত হয়, সেই প্রণালীতে 'লোকোত্তৰ মাৰ্গ' চিত্ত আৰু 'লোকোত্তৰ ফল' চিত্তও উন্নীত হয়। ধ্যানত তেওঁ 'নিৰ্বান' আলম্বন গ্রহণ কৰি লোকোত্তৰ গোত্রলৈ আৱৰ্ত্তিত হয়, তেতিয়া মাৰ্গক্ষণ উৎপন্ন আৰু নিৰুদ্ধ হয়। এই ক্ষণত তেওঁৰ (১) দুঃখসত্য প্রকটিত বা প্রকাশিত হয়; (২) আত্ম-বাদ, শীলব্রত পৰামৰ্শ (শাৰীৰিক কৃচ্ছ সাধন আৰু ব্রত আদিৰ দ্বাৰা চিত্ত শুদ্ধিতে মুক্তিলাভৰ বিশ্বাস), বিচিকিৎসা (অতীত, বৰ্ত্তমান আৰু ভবিষ্যৎ সম্পৰ্কে সংশয়) ধ্বংস হয়; (৩) নিৰ্বাণ প্রত্যক্ষীভূত হয়, আৰু (৪) অষ্টাঙ্গিক মাৰ্গৰ অনুশীলন হয়। এই চিত্ত নিৰ্বাণমুখী সোঁতত পতিত। সেই কাৰণে ইয়াক 'স্রোতাপত্তি মাৰ্গ' চিত্ত বোলে। এই চিত্তৰ চাৰি অপায় গতি নিৰুদ্ধ; সুগতি সুনিশ্চিত। এনে প্রথম স্তৰ অনুশীলনৰ ফলপ্রাপ্ত চিত্তৰ অৱস্থাকে 'স্রোতাপত্তি-ফল' চিত্ত বোলে।

লোকোত্তৰ চিত্তৰ ক্রমোন্নতিৰ অৱস্থা চাৰিটা স্তৰত দেখুৱা হৈছে। যেনেঃ- ১। স্রোতাপ্রত্তি, ২। সকৃদাগামী, ৩। অনাগামী আৰু ৪। অৰ্হত। এই চাৰি স্তৰক আকৌ

'মাৰ্গ' আৰু 'ফল' হিচাপে ধৰি মুঠ আঠ 'লোকোত্তৰ' চিত্ত ধৰা হয়। স্রোতাপত্তি ফল প্ৰাপ্ত লোক যদি সেই জনমতে দ্বিতীয় মাৰ্গ 'সকৃদাগামী' (মাত্ৰ এবাৰ জনম লওঁতা) লাভ কৰিব নোৱাৰিলে অনধিক সাতবাৰ পৰ্য্যন্ত কাম-লোকত জন্ম গ্ৰহণ কৰি 'নিৰ্বাণ' প্ৰাপ্ত হয়।

স্রোতাপন্ন হোৱাজনে অধিক অনুশীলন কৰি 'সকৃদাগামী' মাৰ্গ আৰু 'সকৃদাগামী ফল' লাভ কৰে। 'সকৃদাগামী' ফল প্ৰাপ্ত জনে সতকাই এবাৰ নোৱাৰা দুটা শৃংখল (বান্ধোন) - কাম-তৃষ্ণা আৰু ব্যাপাদ (দ্বেষ) - কমাই মাত্ৰ এবাৰহে মনুষ্যলোকত জন্ম গ্ৰহণ কৰি সেই জনমতেই নিৰ্বাণ লাভ কৰে।

সকৃদাগামীয়ে অধিকতৰ ভাৱনাৰ দ্বাৰা কাম-ৰাগ আৰু ব্যাপাদ এই দুই শৃংখল সম্পূৰ্ণ ৰূপে ত্যাগ কৰি 'অনাগামী' ( পুনৰ এই সংসাৰত জন্ম গ্ৰহণ নকৰা) হয়, আৰু কাম-লোকত জন্ম গ্ৰহণ নিৰোধ কৰে। কিন্তু চিত্ত সন্ততিত ৰূপ-ৰাগ, অৰূপ ৰাগ, মান, ঔদ্ধত্য আৰু অবিদ্যা সম্পূৰ্ণৰূপে নিঃশেষ নোহোৱাত ব্ৰহ্মলোকত প্ৰতিসন্ধি গ্ৰহণ কৰে আৰু তাৰ পৰাই নিৰ্বাণ প্ৰাপ্ত হয়।

অনাগামী ধ্যানীয়ে শ্ৰদ্ধাদি বোধি পক্ষীয় ধৰ্মৰ অনুশীলনত পটুতৰ হ'লে তেওঁৰ জ্ঞানোও পটুতম হয় আৰু তাৰ ফল স্বৰূপে সকলো পাপধৰ্ম্ম পুনৰ উৎপত্তি শক্তি হীন হৈ মূলোচ্ছিন্ন হয়। সকলো ক্লেশ অৰি (শত্ৰু) হত (মূলোচ্ছিন্ন) হোৱাত তেওঁ 'অৰ্হত' হয়। তেওঁ বুজিব পাৰে যে তেওঁৰ পুনৰজন্ম ৰহিত হৈ গৈছে; ব্ৰহ্মচাৰ্য্য জীৱন যাপিত, কৰণীয় সম্পাদিত আৰু ইয়াৰ ওপৰত কৰিবলৈ একো বাকী নাই। তেওঁ 'অনুত্তৰ' আৰু এয়েই 'লোকোত্তৰ', এয়েই 'নিৰ্ব্বাণ'। এই 'লোকোত্তৰ ধ্যান' আগতে বৰ্ণোৱা 'লোকীয় ধ্যান'তকৈও উচ্চতৰ আৰু 'অৰ্হত্ব' লাভ কৰা জন হয় সম্পূৰ্ণ 'মুনি'।

স্রোতাপন্ন অৱস্থা নোপোৱালৈকে যি কোনো লোকক 'পৃথকজন' অৰ্থাৎ 'সাংসাৰিক' লোক বুলি কোৱা হয়। তেওঁলোক 'আৰিয়' (আৰ্য্য)ৰ পৰা পৃথক। স্রোতাপন্ন মাৰ্গ লাভীৰ পৰা অৰ্হতলৈকে এই চোৱাৰ আখ্যা হ'ল 'আৰিয়' (আৰ্য্য) বা ভদন্ত।

২। চেতসিক

অভিধৰ্ম্মৰ দ্বিতীয় 'যথাভূত' হ'ল 'চেতসিক'। কামাবচৰ, ৰূপাবচৰ, অৰূপাবচৰ আৰু লোকোত্তৰ ভূমি অনুসাৰে 'চিত্ত' বিভাগ দেখুৱা হ'ল। প্ৰত্যেক চিন্তামুহূৰ্ত্তৰ অনুভূতিৰে গঠিত এই গতিশীল চিত্তৰ অৱস্থানক 'চেতসিক' (চিত্তবৃত্তি) বোলে। এনে এক বা ততোধিক চিত্তবৃত্তি চিত্তত একেলগে উৎপন্ন হয় আৰু একেলগে নিৰুদ্ধ হয়; এক আলম্বন (ৰূপ আদি) আৰু এক বস্তু (চকু আদি) গ্ৰহণ কৰে। এনে ধৰণৰ 'চিত্তবৃত্তি' বাৱন্ন প্ৰকাৰ আছে, তাকেই 'চেতসিক' বোলে। ইহঁত মৌলিক চিত্তৰ সৈতে যুক্ত হৈ আগত বৰ্ণোৱা চাৰি ভূমিৰ ৮৯ (উনানব্বৈ)শ্ৰেণীৰ চিত্ত উৎপন্ন কৰে।

এই ৫২ প্ৰকাৰ চৈতসিকক স্বভাৱ অনুসাৰে শ্ৰেণী বিভাগ কৰা হয় আৰু



সম্প্ৰয়োগ আৰু সংগ্ৰহ (দলাৱদ্ধ উৎপত্তি) দেখুওৱা হয়। লগতে ইয়াৰদ্বাৰা চিত্তৰ বিশ্লেষণ, সংগঠন আৰু নিয়মন (বিধিব্যৱস্থা) কৰিবৰ সুবিধা হয় আৰু তাৰ পৰা মিছা ধাৰণাৰ (আভূৱা দৃষ্টিৰ) মূল উৎপাটনৰ উপায় লাভ হয় আৰু সম্যক-দৃষ্টি (সম্যক জ্ঞান) লাভ হয়।

চেতসিকৰ শ্ৰেণীবিভাগ

ওপৰুক্ত ৫২ প্ৰকাৰ চেতসিকক স্বভাৱ অনুসাৰে শ্ৰেণীবিভাগ কৰা হৈছে — ১। অন্য-সমান চেতসিক ১৩ টি; ২। অকুশল চেতসিক ১৪ টি আৰু ৩। শোভন বা কুশল চেতসিক ২৫ টি। সৰ্বমুঠ ৫২।

১। অন্য-সমান চেতসিকঃ- ই দুই ভাগত বিভক্ত। (ক) সৰ্ব-চিত্ত-সাধাৰণ চেতসিক - ৭ প্ৰকাৰ; আৰু (খ) প্ৰকীৰ্ণ চেতসিক - ৬ প্ৰকাৰ। এই তেৰ প্ৰকাৰ চেতসিক নিজে শোভনো নহয়, অশোভনো নহয়; ইহঁত অব্যাকৃত বা অনিৰ্দ্দিষ্ট। ইহঁত শোভন চেতসিকৰ সৈতে যুক্ত হৈ কুশল কৰ্মত সাহায্য কৰে; আৰু 'অশোভন' চেতসিকৰ সৈতে যুক্ত হৈ অশোভন কৰ্মতো সহায় কৰে।

(ক) সৰ্ব্বচিত্ত সাধাৰণ চেতসিক হ'ল ঃ- (১) স্পৰ্শ, (২) বেদনা, (৩) সংজ্ঞা, (৪) চেতনা, (৫) একাগ্ৰতা, (৬) জীৱিত ইন্দ্ৰিয় আৰু (৭) মনস্কাৰ।

(খ) প্ৰকীৰ্ণ (বিস্তিৰ্ণ) চেতসিক হ'ল ঃ- (১) বিতৰ্ক, (২) বিচাৰ, (৩) অধিমোক্ষ, (৪) বীৰ্য্য, (৫) প্ৰীতি আৰু (৬) ছন্দ।

স্পৰ্শ, বেদনা, সংজ্ঞা, চেতনা, একাগ্ৰতা আৰু জীৱিত ইন্দ্ৰিয়ৰ বিষয়ে আগতে কোৱা হৈছে। 'মনস্কাৰ' মানে 'মনোযোগ'। 'চেতনাই' আলম্বনৰ নিৰ্দ্দেশ কৰে, 'মনস্কাৰে' সাৰথি সদৃশ আলম্বনত লক্ষ ৰাখে; 'বিতৰ্ক' (চিন্তা)ই সহজাত চেতসিকক সেই আলম্বনলৈ টানি লৈ যায়। উদাহৰণ স্বৰূপে - 'চেতনা' যেন গাড়ীৰ যাত্ৰী। 'মনস্কাৰ' যেন গাড়ীৰ চালক আৰু 'বিতৰ্ক' যেন ঘোঁৰা। 'বিচাৰ' হ'ল 'বিতৰ্ক'ৰ দ্বাৰা চিত্তই যি আলম্বন গ্ৰহণ কৰে, 'বিচাৰে' সেই আলম্বনৰ স্বভাৱ জানিবৰ কাৰণে পুনঃ পুনঃ অন্বেষণ কৰে। উদাহৰণ স্বৰূপে - কোনো এক মলিন পাত্ৰ চফা কৰিবৰ হলে এখন হাতেৰে পাত্ৰটোক ধৰি ৰখা কাৰ্য্য 'বিতৰ্ক' কাৰ্য্যৰ সৈতে তুলনীয়; আৰু আনখন হাতেৰে পুনঃ পুনঃ ঘহা 'বিচাৰ'ৰ কাৰ্য্যৰ নিচিনা। 'অধিমোক্ষ' মানে 'পুনৰমুক্তি' অৰ্থাৎ দোদুল্যমান সংশয় বা অনিশ্চয়তাৰ পৰা মুক্ত হৈ সিদ্ধান্তৰ অৱস্থালৈ অহা। 'বীৰ্য' মানে বীৰত্ব, অধ্যৱসায় বা কৰ্ম্ম শক্তি। বাধা অতিক্ৰম কৰা ইয়াৰ কৃত্য, এই কাৰণে ইয়াৰ আন নাম 'পৰাক্ৰম'। 'প্ৰীতি' মানে 'প্ৰফুল্লতা', 'সন্তোষ'। 'ছন্দ' মানে ইচ্ছা; কৰ্ত্তৃকাম্যতা বা কৰিবৰ ইচ্ছা। পাবৰ বা উপভোগ কৰিবৰ ইচ্ছা নহয়। দান (অলোভ) চিত্তত ছন্দ (সৎ ইচ্ছা)যুক্ত হয়, কিন্তু লোভ চিত্তত নহয়। নিৰ্বাণ আলম্বনৰ প্ৰতি যি ছন্দ, সেয়া কামনা বা তৃষ্ণা মূলক নহয়।

২। অকুশল চেতসিক চৈধ্যটি। সেয়েই হৈছে ঃ-

(১) লোভ (লিপ্সা, আসক্তি)। লোভে চিত্তক ৰূপ আদি আলম্বনত আসক্ত কৰি

ৰাখি কায়কৰ্ম্ম, বাককৰ্ম্ম আৰু মনকৰ্ম্মত সম্পাদন কৰায়। প্ৰাণী বিলাকক সুখ মৰীচিকাৰ প্ৰতি প্ৰলুব্ধ জন্ম-মৃত্যুৰ প্ৰবাহত ভহাই দুঃখৰ সমুদ্ৰলৈ নিয়ে। এই কাৰণে ই অকুশল। সূত্ৰ পিটকত, অৰ্থাৎ ধৰ্ম চক্ৰ প্ৰবৰ্ত্তন সূত্ৰত, ই 'তৃষ্ণা' নাম পাইছে। লোভে আনৰ সম্পত্তিৰ অভিমূখে ধ্যান (চিন্তা) কৰায় কাৰণে ইয়াৰ আন নাম 'অবিধ্যা'। আলম্বনক মনোৰম কৰি আকৰ্ষণ কৰে কাৰণে 'ৰাগ'ও বোলে।

(২) দ্বেষ (দূষণ, ক্ৰোধ)। আলম্বনক মাৰে কাৰণে ইয়াৰ আন নাম 'প্ৰতিঘ'; আলম্বনৰ অহিত চিন্তা কৰে কাৰণে ই 'ব্যাপাদ'। হত্যা, হিংসা আদি যিমান গুৰুত্বৰ পাপ কৰ্ম্ম আছে, সকলো বিলাকেই দ্বেষ মূলক। লোভৰ স্বভাৱ আলম্বনক ৰক্ষা কৰি উপভোগ কৰা; কিন্তু দ্বেষৰ স্বভাৱ হ'ল আলম্বনক ধ্বংস কৰা।

(৩) মোহ (অজ্ঞানতা)। মোহে আলম্বনৰ যথাৰ্থ স্বভাৱক ঢাকি ৰাখে আৰু চিত্তৰ কল্যান আৰু সত্য দৃষ্টিক ব্যৰ্থ কৰি দিয়ে। সূত্ৰ পিটকত ( প্ৰতীত্য সমুৎপাদতো চাওঁক) ইয়াক 'অবিদ্যা' বোলা হৈছে। কুশল কৰ্ম্ম ফালৰ পৰা মোহ 'অজ্ঞানতা' হয় সঁচা, কিন্তু পাপ কৰ্ম্ম সম্পাদনৰ বেলিকা নানা উপায় নিৰ্দ্ধাৰণত ক্ষমতাপন্ন বুলিয়েই 'মোহ' কু-প্ৰজ্ঞা। লোভ আৰু দ্বেষৰ মূল ও এই 'মোহ'। 'মোহ' শক্তি শালী হলেও ধ্বংসশীল। পোহৰৰ বৃদ্ধিত অন্ধকাৰ হ্ৰাস পোৱাৰ দৰে প্ৰজ্ঞাৰ বৃদ্ধিত মোহ নিজে নিজে হ্ৰাস পায়।

(৪) অহ্ৰী (লাজহীনতা)। কায়দুশ্চৰিত, বাকদুশ্চৰিত আৰু মনদুশ্চৰিত কাৰ্য্য কৰিবলৈ লাজ নোপোৱা, লজ্জাহীনতাই অহ্ৰী। গাহৰীয়ে যেনেকৈ মানুহৰ পৰিত্যক্ত মল ভক্ষণত কোনো প্ৰকাৰৰ ঘৃণা বোধ নকৰে, তেনেকৈ নিৰ্লজ্জ ব্যক্তিয়েও সৎ লোকে লাজ পোৱা পাপ কৰ্ম্ম কৰিবলৈ লাজ বা ঘৃণা নকৰে। আত্ম মৰ্য্যাদা জ্ঞান-হীনতাই ইয়াৰ উৎপত্তিৰ স্থল।

(৫) অনপত্ৰপা (ত্ৰাসহীনতা, ভয়হীনতা)। কায়দুশ্চৰিত, আৰু মনদুশ্চৰিত কাৰ্য্যৰ বিপাক বা প্ৰতিফললৈ ভয়হীনতা নিৰ্বোধ।

(৬) ঔদ্ধত্য (চিত্তৰ উৎক্ষেপন বা অশান্তি বা অস্থিৰতা)। অনুচিত মনস্কাৰ ইয়াৰ মুখ্য কাৰণ, অব্যৱস্থিততা ইয়াৰ পৰিনাম।

(৭) দৃষ্টি (মিথ্যা-দৃষ্টি, আভুৱা বা মিছা ধাৰণা, ভুল মতবাদ,বিপৰীত দৰ্শন)। জ্ঞানে আলম্বনৰ যথাৰ্থ স্বভাৱ বুজিব পাৰে, কিন্তু 'দৃষ্টি'য়ে আলম্বনৰ যথাৰ্থ স্বভাৱ পৰিত্যাগ কৰি আযথাৰ্থ স্বভাৱ গ্ৰহণ কৰে। লোভৰ লগত দৃষ্টিৰ নেৰানেপেৰা সম্বন্ধ (ওপৰত কামাবচৰ অকুশল চিত্ত দ্ৰষ্টব্য)।

(৮) মান (মই-বোধ, অহং-বোধ)। আনৰ লগত তুলনা কৰি 'মান'ত নিজক শ্ৰেষ্ঠ বুলি ভাৱে। অন্যান্য ব্যক্তিৰ মাজত নিজক শ্ৰেষ্ঠ বুলি ভবা 'মান'ৰ লক্ষণ। 'লোভ', 'দৃষ্টি' আৰু 'মান' এই তিনি চেতসিক, লোভপক্ষীয় বা লোভমূলক চিত্ততেই উৎপন্ন হয়।

(৯) ঈৰ্ষা (পৰশ্ৰীকাতৰতা)। আনৰ মান, যশ, সৌভাগ্য, সুখ-সমৃদ্ধিৰ প্ৰতি অসহিষ্ণুতা আৰু সেই কাৰনত চিত্তত ক্ষোভ হোৱাটো ঈৰ্ষাৰ লক্ষণ। পৰনিন্দা,



দোষাৰোপ, জগৰ বিচৰা, বিপদ কামনা আদি ঈৰ্ষাৰ আকাৰ। সেই কাৰণে ঈৰ্ষা সৰ্বতো ভাৱে অহিতকৰ আৰু ভয়ঙ্কৰ অকুশল চেতসিক।

(১০) মাৎসৰ্য্য (আত্ম সম্পত্তি সংগোপন ইচ্ছা); 'মোৰ লব্ধ সম্পত্তি মোৰ প্ৰয়োজনৰ নিমিত্তেহে, আনৰ কাৰণে নহয়' এনে ভাব। আনে কিবা লাভ কৰিছে বা কৰিব বুলি জানি যি চিত্ত ক্ষোভ জাগে, সেয়ে হ'ল 'ঈৰ্ষা'। য'ত নিজৰ লাভৰ আশা আছিল, কিন্তু নহ'ল; সেই কাৰণত যি চিত্ত ক্ষোৰ হয়, সেয়ে হ'ল 'মাৎসৰ্য্য'। এই দুই চেতসিক 'ঈৰ্ষা' আৰু 'মাৎসৰ্য্য' দ্বেষমুলক চিত্ততেই যুক্ত হয়, কিন্তু আলম্বনৰ পাৰ্থক্যহে একে চিত্তত উৎপন্ন নহয়। মাৎসৰ্য্যৰ আন নাম কৃপণতা, স্বাৰ্থপৰতা, নীচতা। ই উদাৰতা, বদান্যতাৰ পৰিপন্থী।

(১১) কৌকৃত্য (খেদ, অনুশোচনা, উৎকণ্ঠা, উদ্বেগ)। উদ্বেগ দুই আকাৰত চিত্তত উৎপন্ন হয়। এক - কুশল কৰ্ম্ম কৰা নহল; দুই- অকুশল কৰ্ম্ম কৰা হ'ল, এই বুলি যি অনুশোচনা হয়, সিও কৌকৃত্য। দ্বেষ, ঈৰ্ষা, মাৎসৰ্য্য আৰু কৌকৃত্য এই চাৰি চেতসিক 'প্ৰতিঘ' সম্প্ৰযুক্ত চিত্ততেই উৎপন্ন হয়।

(১২) স্ত্যান (চিত্তৰ অলসতা, অকৰ্ম্মন্যতা, অনুৎসাহ)। ই শক্তিহীনেই নহয়, অনিচ্ছুকো।

(১৩) মিদ্ধ (আলম্বনত সঙ্কোচ ভাৱ, উদ্যমক বিনাশ কৰা)। স্থান আৰু মিদ্ধ উভয়ৰ লক্ষণ অকৰ্ম্মন্যতা।

(১৪) বিচিকিৎসা (সংশয়, দ্বিমতি)। কোনো বিষয়ত মিমাংসাৰ অক্ষমতাৰ হেতু চিত্তৰ অস্থিৰতা, অনিশ্চয়তা।

এই চৈধ্য অকুশল চেতসিকৰ ভিতৰত - মোহ, অহ্ৰী (নিৰ্লজ্জতা), অনপত্ৰপা (ত্ৰাসহীনতা) আৰু ঔদ্ধত্য এই চাৰি চেতসিক সকলো অকুশল চিত্তত সাধাৰণতেই উৎপন্ন হয়। লোভ, দৃষ্টি আৰু মান এই তিনি চেতসিক লোভমূলক চিত্তত উৎপন্ন হয়। দ্বেষ, ঈৰ্ষা, মাৎসৰ্য্য আৰু কৌকৃত্য এই চাৰি চেতসিক দ্বেষমূলক চিত্তত উৎপন্ন হয়। স্ত্যান আৰু মিদ্ধ এই দুই চেতসিক লোভমূলক আৰু দ্বেষমূলক দুই চিত্তত উৎপন্ন হয়। বিচিকিৎসা (দ্বিমতি) মাত্ৰ মোহ চিত্ততহে ,সংযুক্ত হয়।

৩। শোভন বা কুশল চেতসিক

(ঘ) উনৈশ প্ৰকাৰ শোভন সাধাৰণ চেতসিক হ'ল --

(১) শ্ৰদ্ধা - বৌদ্ধ দৰ্শনত 'শ্ৰদ্ধা' ধৰ্মত অন্ধবিশ্বাস নহয়, যুক্তিসঙ্গত বিশ্বাস বা পৰোক্ষ জ্ঞান। চিত্তৰ নিৰ্মলতা আৰু উচ্চাকাঙ্খা শ্ৰদ্ধাৰ লক্ষণ। শ্ৰদ্ধা চিত্তত কাম-ছন্দ, ব্যাপাদ, স্ত্যান-মিদ্ধ, ঔদ্ধত্য আৰু বিচিকিৎসা নিবৃত থাকে। শ্ৰদ্ধা নাথাকিলে দান, শীল, ভাৱনা আদি পুণ্য কৰ্ম সম্পাদন কৰিব নোৱাৰে। যুক্তিহীন অন্ধ-বিশ্বাস 'শ্ৰদ্ধা' নহয়; ই শ্ৰদ্ধাৰ আকাৰত 'মিছা-অধিমোক্ষ' 'দৃষ্টি' মাত্ৰ।

(২) স্মৃতি - যাৰ দ্বাৰা কুশল আলম্বন স্মৰণ কৰা যায়, সেয়েই 'স্মৃতি'। 'স্মৃতি' বুলিলে 'সম্যক স্মৃতি'ক বুজায়। অকুশলৰ বিষয়ে মনত জগা 'স্মৃতি' নহয়। সেয়ে

হ'ল অকুশল চিত্তোৎপত্তি, 'দৃষ্টি'। 'কুশল অপৰিত্যাগ' শ্ৰদ্ধাৰ লক্ষণ আৰু 'অবিস্মৃত সতৰ্কতা' অৰ্থাৎ চিত্তৰ কুশল অৱস্থাক সদায় জাগ্ৰত কৰি ৰখা ইয়াৰ কৃত্য। গুৰিয়ালহীন নৌকা আৰু স্মৃতিহীন চিত্ত একেই দুৰ্দ্দশাপন্ন হয়।

(৩) হ্ৰী (লাজ)। কায়দুশ্চৰিত, বাক্‌দুশ্চৰিত আৰু মন দুশ্চৰিত আদি অকুশল কৰ্ম্ম সম্পাদনৰ প্ৰতি লাজ বা ঘৃণাই হ্ৰী। আত্মমৰ্য্যাদা বোধ ইয়াৰ কাৰণ। কুলৱতী তিৰীয়ে যেনেকৈ আত্ম-গৌৰৱত কু-আচাৰক ঘৃণা কৰে, হ্ৰীমান ব্যক্তিয়েও আত্ম-গৌৰৱত পাপ কৰ্মক ঘৃণা কৰে, পাপ কৰ্ম কৰিবলৈ লাজ পায়।

(৪) অপত্ৰপা (পাপ-কৰ্ম্মলৈ ভয়)। লোকনিন্দাৰ ভয়, দুৰ্গতিৰ ভয়, ৰাজদণ্ডৰ প্ৰতি ভয়। এই ত্ৰাস বা ভয়ৰ কাৰণে পাপ-বৰ্জন ইয়াৰ কৃত্য।

ঘৃণালৈ লাজ আৰু বিপাকলৈ ভয়ৰ কাৰণে যি কোনোৱে বেয়া কাম কৰাৰ পৰা বিৰত থাকে। যিজনৰ এই দুই গুণ নাই, তেওঁ যি কোনো বেয়া কাম কৰিবলৈ কোঁচ নাখায়। সেই কাৰণে বুদ্ধদেৱে কৈছে যে 'হ্ৰী' আৰু 'অপত্ৰপা' এই দুই গুণেই সংসাৰৰ প্ৰধান অনুশাসনীয় গুণ। কোনোৱে বেয়া কাম কৰিলে নিজৰ কু-মনো তাৰ বাবে অলপ অস্থিৰ হয় আৰু তাৰ বাবে তেওঁ বেয়া কাম কৰিছে বুলি অনুভৱ কৰে। সেই কাৰণে সকলো অকুশল অনুভূতিত 'ঔদ্ধত্য' (উদ্ধতালি) সদায় বৰ্ত্তমান।

(৫) অলোভ (লোভহীনতা)। ই কুশল কৰ্ম্মৰ হেতু। ভোগ ইচ্ছাৰ আকাৰত আলম্বনত ভৰ কৰি যি লোভ চিত্তত উৎপন্ন হয়, সেই লোভক আৰু লোভনীয় ভোগ সম্পদক পৰিত্যাগ কৰিলে 'অলোভ' উৎপন্ন হয়। আলম্বনত চিত্তৰ নিৰ্লিপ্ততা বা বিৰাগেই অলোভ। সুবিধা পালেও অপৰিগ্ৰহন (নোলোৱা) ইয়াৰ কৃত্য। তৃষ্ণাক্ষয় ইয়াৰ পৰিণতি। গতিকে অলোভেই মুক্তি।

(৬) অদ্বেষ (দ্বেষ হীনতা)। ইয়াৰ লক্ষণ অকঠোৰতা আৰু অনুকুল মিত্ৰৰ দৰে। দ্বেষ (অহিতকৰ)ক আতৰাই সৌম্য ভাৱ উৎপাদন কৰাই ইয়াৰ কৃত্য। 'অদ্বেষ' সক্ৰিয়। ইয়াকেই 'মৈত্ৰী' বোলে। ইয়াৰ আন নাম 'অহিংসা'।

'অমোহ' ভাৱনাৰ হেতু; 'অলোভ' দানৰ হেতু আৰু 'অদ্বেষ' হৈছে শীলৰ (নৈতিক আচৰণ)ৰ হেতু। যাৰ প্ৰতি অদ্বেষ ভাৱ থাকে, সেই জনৰ প্ৰাণবধ কৰিবলৈ, তেওঁৰ সম্পত্তি কাঢ়ি লবলৈ, ব্যভিচাৰ কৰিবলৈ আৰু মিছাকথা, টুটকীয়া কথা আদি ব্যৱহাৰ কৰিবৰ ৰতি নাথাকে। দ্বেষ যেনেকৈ মহাপাপ, অদ্বেষ তেনেকৈ মহাপূণ্য।

(৭) তত্ৰমধ্যস্থতা - ই হৈছে, চিত্তৰ 'লীন' আৰু 'ঔদ্ধত্য' এই দুই বিষম অৱস্থাৰ মধ্যস্থৰ অৱস্থা। নিৰপেক্ষতা ইয়াৰ লক্ষণ। মানসিক সুখ-দুখ হীন বেদনাকে 'উপেক্ষা' বোলে।এই শোভন চেতসিক 'তত্ৰমধ্যস্থতা'কো 'উপেক্ষা' বোলে। কিন্তু এই দুইৰ পাৰ্থক্য এয়ে যে 'তত্ৰমধ্যস্থতা' 'বেদনা' নহয়। 'বেদনা' নিজে কুশল-অকুশল বৰ্জিত বিপাক; 'তত্ৰমধ্যস্থতা' এটা শোভন চেতসিক, ই বোধ্যঙ্গৰ 'উপেক্ষা'; ই জ্ঞানজ অৰ্থাৎ জ্ঞানৰ পৰা উদ্ভৱ, বেদনাৰ পৰা নহয়।

(৮) কায়-প্ৰশ্ৰব্ধি, আৰু (৯) চিত্ত-প্ৰশ্ৰব্ধি। 'প্ৰশ্ৰব্ধি' মানে প্ৰশান্তি। যাৰ কায় প্ৰশ্ৰব্ধি আৰু চিত্ত-প্ৰশ্ৰব্ধি প্ৰবল, তেওঁ কুশল কৰ্ম্মত সুখ আৰু শান্তি লাভ কৰে।



(১০) কায়-লঘুতা, আৰু (১১) চিত্ত-লঘুতা। বেদনা সংজ্ঞা আৰু সংস্কাৰৰ শীঘ্ৰে পৰিৱৰ্ত্তন শীলতাই 'কায়-লঘুতা'। কুশল চিত্তৰ তেনে শীঘ্ৰ পৰিৱৰ্ত্তনশীলতাই অৰ্থাৎ আলম্বন গ্ৰহন ক্ষমতাই 'চিত্ত-লঘুতা'। যাৰ এই বিষয়ত প্ৰবল, তেওঁৰ চিত্ত পূণ্য কৰ্ম্মত সোনকালে প্ৰসাৰিত হয়।

(১২) কায়-মৃদুতা, আৰু (১৩) চিত্ত-মৃদুতা। 'মৃদু' মানে কোমল। যাৰ কায়-মৃদুতা আৰু চিত্ত মৃদুতা প্ৰবল, তেওঁৰ চিত্ত পূণ্য কৰ্ম্ম সম্পাদনত মৃদুল আৰু তন্ময় হয়।

(১৪) কায়-কৰ্মন্যতা আৰু (১৫) চিত্ত-কৰ্মন্যতা। 'কৰ্মন্যতা' মানে কুশল কৰ্ম সম্পাদনৰ যোগ্যতা। যাৰ ভিতৰত ই প্ৰবল, তেওঁ কুশল কৰ্মত চিত্তক যেনে ইচ্ছা তেনেকৈ নিযুক্ত কৰিব পাৰে।

(১৬) কায়-প্ৰগুনতা আৰু (১৭) চিত্ত-প্ৰগুণতা। 'প্ৰগুণতা' মানে দক্ষতা, নিপুণতা। যাৰ ভিতৰত ই প্ৰবল ৰূপে থাকে, তেওঁৰ চিত্ত পূণ্যকৰ্ম সম্পাদনত কম্পিত নহয়, স্থিৰ থাকে; আহত নহয়, স্বাচ্ছন্দ্য থাকে।

(১৮) কায়-ঋজুতা আৰু (১৯) চিত্ত ঋজুতা। 'ঋজুতা' মানে সৰলতা। এই বিষয় যাৰ প্ৰবল, তেওঁৰ চিত্ত পুণ্যকৰ্ম্ম সম্পাদনত বিষম গতি প্ৰাপ্ত নহয়;. সুস্থিৰ, সুনিৰ্দ্দিষ্ট আৰু সমভাৱে দান, শীল আৰু ভাবনাদি কুশল কৰ্ম সম্পাদন কৰে।

(ঙ) বিৰতি চেতসিক তিনি প্ৰকাৰ, যেনে ঃ-

(১) সম্যক বাক্য ঃ মিছা বাক্যৰ পৰা 'বিৰতি', টুটকীয়া বাক্যৰ পৰা 'বিৰতি', কৰ্কশ বাক্যৰ পৰা বিৰতি আৰু সম্প্ৰলাপ বাক্য কোৱাৰ পৰা বিৰত থকাই এই বিৰতি। এনে চাৰি বাক্-দুশ্চৰিতৰ পৰা চিত্তৰ বিৰতি বা অনাসক্তিয়েই 'সম্যক বাক্য' অৰ্থাৎ ই সত্য বাক্য কোৱা, মিলনাত্মক বাক্য কোৱা, আৰু হিত-ধৰ্ম্ম বাক্যত ৰতি থাকি কথা কোৱাক বুজায়।

(২) সম্যক্ কৰ্ম্ম ঃ প্ৰাণীবধ কৰ্মৰ পৰা বিৰতি, অদত্ত গ্ৰহন (চুৰ কৰা)ৰ পৰা বিৰতি, ব্যভিচাৰ কাৰ্য্যৰ পৰা বিৰতি - এই তিনি কায় দুশ্চৰিতত চিত্তৰ অনাসক্তিই 'সম্যক কৰ্ম্ম' আৰু প্ৰত্যক্ষ ভাৱে দয়াকৰ্ম, দানকৰ্ম আৰু ব্ৰহ্মচৰ্য্যত ৰতি থকাও 'সম্যক কৰ্ম'।

(৩) সম্যক আজীৱ ঃ মিছা জীৱিকাৰ প্ৰতি অনাসক্তিয়েই সম্যক আজীৱ। জীৱ-জন্তুৰ বেপাৰ, অস্ত্ৰ-শস্ত্ৰৰ বেপাৰ, নিচা-দ্ৰব্যৰ বেপাৰ, দাস-দাসীৰ বেপাৰ আদি হ'ল মিছা-জীৱিকা। এনে কায় বা বাক্-দুশ্চৰিত কাৰ্য্যৰ দ্বাৰা জীৱিকা আৰ্জ্জন এৰি সৎ বেপাৰ আৰু সৎ জীৱিকাৰ দ্বাৰা জীৱন নিৰ্বাহ কৰাই হ'ল সম্যক আজীৱ।

দুশ্চৰিতৰ প্ৰতি চিত্তৰ অনিচ্ছাৰ পৰাই চিত্তত 'বিৰতি' উৎপন্ন হয়। দুশ্চৰিত অনুযায়ী কাৰ্য্য সম্পাদনৰ সুযোগ-সুবিধা পায়ো (যেনে - ঘোঁচ খোৱা, ব্যভিচাৰ কৰা, চুৰ কৰা আদি) - শ্ৰদ্ধা, হ্ৰী আৰু অপত্ৰপা (কুবিপাকলৈ ভয়)ৰ অনুবলত সেই দুশ্চৰিতৰ প্ৰতি যি বিৰতি উৎপন্ন হয়, তাক 'সম্প্ৰাপ্ত বিৰতি' বোলে। শীল গ্ৰহন কৰাৰ কাৰণে দুশ্চৰিতৰ প্ৰতি যি বিৰতি, সি হ'ল 'সমাদান বিৰতি'। নিৰনুশয় (বিশিষ্ট স্বভাৱ লোকোত্তৰ) চিত্তৰ যি দুশ্চৰিত বিৰতি, সেয়া হ'ল 'সমুচ্ছেদ বিৰতি'।

(চ) অপ্রমেয় চেতসিক দুই প্ৰকাৰ ঃ-

(১) করুণা ঃ পৰৰ দুখ হ'লে করুণাৰ অবলম্বন ৰবি ইয়াৰ উপশম সাধন কৰাই হ'ল করুণাৰ কৃত্য। দুঃখাভিভূতৰ নিবাশ্ৰয় ভাৱ দৰ্শনেই করুণাৰ উৎপত্তিৰ কাৰণ। 'সকলো প্ৰাণীৰ সকলো দুঃখ মোচন হওঁক' এয়েই করুণা ভাবনাৰ মন্ত্ৰ।

(২) মুদিতা ঃ মুদিতাৰ আলম্বন হ'ল পৰৰ সম্পদ। পৰৰশ্ৰী, সম্পদ, যশ, লাভ, ঐশ্বৰ্য্য আদি সৌভাগ্য দৰ্শনত নিজ চিত্তত উৎপন্ন হোৱা আনন্দই 'মুদিতা'। আনৰ সফলতাত যি অভিনন্দন দিয়া হয়, সিও মুদিতাৰ লক্ষণ। 'সকলো প্ৰাণীৰ নিজৰ লব্ধ সম্প্ৰত্তি নষ্ট নহওঁক, হেৰাই নাযাওঁক', এয়ে মুদিতাৰ ভাবনাৰ মন্ত্ৰ।

করুণা আৰু মুদিতাৰ আলম্বন সত্ত্ব (প্ৰাণী)ৰ 'দুঃখ' আৰু 'সম্পদ'। সত্ত্বৰ সংখ্যা অপ্রমেয় (সীমাহীন) বুলিয়েই 'অপ্রমেয়' চেতসিক বোলা হয়।

(ছ) প্ৰজ্ঞেন্দ্ৰিয় চেতসিক এক প্ৰকাৰ।

আলম্বনৰ যথাৰ্থ স্বভাৱ সম্বন্ধে জানাই প্ৰজ্ঞা। প্ৰজ্ঞাই যেতিয়া মোহক পৰাজিত কৰি আলম্বনৰ স্বভাৱ উদঘাটন কৰিবৰ উপযোগী শক্তি ধাৰণ কৰে, তেতিয়া ই হয় প্ৰজ্ঞেন্দ্ৰিয়। প্ৰজ্ঞা মোহৰ প্ৰতিপক্ষ। এই প্ৰজ্ঞা আৰ্য্য অষ্টাঙ্গিক মাৰ্গত 'সম্যক দৃষ্টি' বোলা হয় আৰু কুশল মূলত 'অমোহ' বোলে।

অলোভ, অদ্বেষ আৰু অমোহ হ'ল কুশলৰ মূল। 'অৰ্থশালিনী'ত আচাৰ্য্য বুদ্ধঘোষে কৈছে যে অলোভ মাৎসৰ্য্যমলৰ; অদ্বেষ দুঃশীলতাৰ, আৰু অমোহ কুশল চিত্তৰ অনুশীলনৰ প্ৰতিপক্ষ। অলোভ দানৰ হেতু, অদ্বেষ শীলৰ হেতু আৰু অমোহ ভাবনাৰ হেতু। অলোভৰ দ্বাৰা অনধিক গ্ৰহণ, অদ্বেষৰ দ্বাৰা পক্ষপাত বৰ্জন আৰু অমোহৰ অবিপৰীত দৰ্শন হৈ থাকে। অলোভে বিদ্যমানৰ (থকা) দোষক দোষ বুলি স্বীকাৰ কৰে; অদ্বেষে বিদ্যমানৰ(থকা) গুণক গুণ বুলি প্ৰচাৰ কৰে আৰু অমোহে যথাযথ স্বভাৱক যথাযথ বুলি বুজে, গ্ৰহণ কৰে আৰু ব্যক্ত কৰে। অলোভৰ প্ৰিয় বিচ্ছেদ দুঃখ নহয়, অদ্বেষৰ অপ্ৰিয় সমাগম দুঃখ আৰু অমোহৰ ইচ্ছা ব্যাঘাত দুঃখ নজন্মে। অলোভৰ জন্ম দুঃখ, অদ্বেষৰ জৰা দুঃখ আৰু অমোহৰ মৰণ দুঃখ অনুভূত নহয়। অলোভে গৃহস্থ জীৱনক, অমোহে প্ৰব্ৰজিত জীৱনক আৰু অদ্বেষে উভয় জীৱনক সুখময় কৰে। বিশেষকৈ অলোভে প্ৰেতলোকত, অদ্বেষে নিৰয় লোকত আৰু অমোহে তিৰ্য্যক যোনিত জন্ম লোৱাৰ পৰা বাৰণ কৰে। অলোভে আসঙ্গ লিপ্সাত, অদ্বেষে ভেদ চেষ্টাত আৰু অমোহে অজ্ঞানজ (ভাল বেয়াৰ বোধ নথকা হেতু) উপেক্ষাত (আওহেলাত) বাধা দান কৰে। এই অলোভ নৈষ্ক্ৰাম্যজ্ঞান, অদ্বেষ অব্যাপাদ জ্ঞান আৰু অমোহ অবিহিংসা জ্ঞান। আকৌ, ক্ৰমে অশুচিজ্ঞান, অপ্ৰমেয় জ্ঞান আৰু ধাতু (যথা-স্বভাৱ) জ্ঞান। অলোভে কাম-সুখ বৰ্জ্জন, অদ্বেষে কৃচ্ছ্ৰসাধন বৰ্জ্জন আৰু অমোহে মধ্যমপন্থা অনুসৰণ কৰে। অলোভ স্বৰ্গলোকৰ, অদ্বেষ ব্ৰহ্মলোকৰ আৰু অমোহ আৰ্য্য জীৱনৰ প্ৰত্যয়। অলোভ অনিত্য(এই জড় পদাৰ্থৰে অনিত্য) জ্ঞানৰ লগত, অদ্বেষ দুঃখ জ্ঞানৰ (জন্ম ললেই দুঃখ, এই জ্ঞানৰ) লগত আৰু অমোহ অনাত্ম জ্ঞানৰ লগত ওত প্ৰোত ভাৱে জড়িত।

ওপৰত কোৱা হৈছে যে এই চেতসিক বিলাক শ্ৰেণী বিভাগ কৰি প্ৰত্যেক চেতসিক



বিশ্লেষণ কৰাৰ পাছত অকুশল চেতসিক বিলাকক এৰাই চলিবৰ কাৰণে চেষ্টা কৰিব পাৰি, আৰু অসাৰ বা মিছা- দৃষ্টিৰ মূল মনৰ পৰা আঁতৰোৱাৰ লগে লগে সম্যক-দৃষ্টিৰ জ্ঞান লাভ কৰিবৰ সুবিধা হয়। ইয়াৰ দ্বাৰা ভবিষ্যৎ জীৱন বাদ দিলেও ইহ জনমতেই সুখ শান্তি লাভ কৰিব পাৰি।

বিশ্লেষণৰ মতে চিত্তৰ গুনৰ বাহিৰে কোনো অনুভূতি নাই। চেতসিকৰ প্ৰথম বিভাগতে দেখুৱা 'সৰ্বচিত্ত সাধাৰণ 'চেত সিক'ৰ 'বেদনা' প্ৰত্যেক অনুভূতিৰে সৈতে একে। পাচ প্ৰকাৰ বেদনা (সুখ, দুঃখ, সৌমনস্য, দোৰ্মনস্য আৰু উপেক্ষা)ৰ ভিতৰত যি কোনো মানুহে জীৱনৰ ভিতৰত সাধাৰনতে এক শাৰীৰিক দুঃখ আৰু এক মানসিক দোৰ্মনস্য বেছিকৈ অনুভৱ কৰে। বাকী তিনিটা - সুখ, সৌমনস্য আৰু উপেক্ষা - বেদনা দুঃখ জনক নহয়। বৌদ্ধ ধৰ্ম্মও তাক স্বীকাৰ কৰে আৰু মাত্ৰ দুঃখ বা দোৰ্মনস্যহে সকলো, এনে ধৰণে নকৰে। দুঃখ আছে তাক কোনেও অস্বীকাৰ নকৰে। কুশল কাৰ্য্যৰ সম্পাদনৰ দ্বাৰা সুখো আছে। গতিকে যি সকলে বৌদ্ধ ধৰ্মক 'নাস্তিক' (Pessimistic) বুলি কব খুজে, তেওঁলোকে তেওঁলোকে এই প্ৰধান মতক ভালকৈ গমি চোৱা দৰকাৰ।

'চেতনা' আৰু 'ইচ্ছা' ৰ মাজত পাৰ্থক্য এয়ে যে খোজ কাঢ়োঁতে অনিচ্ছাকৃত ভাবে পোক-পৰুৱা মৰিব পাৰে; তাত চেতনা আছে, কিন্তু মৰিবৰ ইচ্ছা বা মতলব নাই। মনৰ আন এটা সাৰ্বজনীন গুণ হৈছে 'সংজ্ঞা' ( বোধজ্ঞান বা বোধ-গম্যতা)। মনৰ এনে গুণৰ কাৰণেই কোনো জনে তেওঁৰ অতীত কৰ্ম্ম বা মনোভাৱ সুঁৱৰিব পাৰে। এই কাৰ্য্য স্মৃতিৰে সম্ভৱ হয়। বৌদ্ধ ধৰ্ম্মমতে কায়িক জীৱন থকাৰ দৰে মনৰো জীৱন আছে। তাক 'জীৱন-ইন্দ্ৰিয়' বোলে। মনৰ এই গুণটো নাথাকিলে চিত্ত (মন) জীয়াই থাকিব নোৱাৰে। বস্তুত লোকৰ ব্যাধিৰ বাবে বা বাৰ্দ্ধক্যৰ বাবে মন নিষ্ক্ৰীয় বা মন অৰ্দ্ধমৃত হয়। ওপৰুক্ত চেতসিক বা মনৰ গুণৰ ভিতৰত বাকী ছটা বিভাগ 'পাকিন্নক' অৰ্থাৎ বিভিন্ন প্ৰকাৰৰ, যেনে প্ৰকীৰ্ণ চেতসিক, অকুশল চেতসিক, শোভন চেতসিক, বিৰতি চেতসিক, অপ্ৰমেয় চেতসিক আৰু প্ৰজ্ঞেন্দ্ৰিয় চেতসিক। এই বিলাক এবিধৰ সৈতে আনবিধ মিলিবও পাৰে বা নিমিলিবও পাৰে।

**চিত্ত বীথি**

'চিত্ত -বীথি' মানে চিত্তৰ ভ্ৰমন পথ। 'অভিধৰ্ম' মতে আমি মাত্ৰ এক চিন্তা মুহূৰ্ত্তহে জীয়াই থাকোঁ আৰু ই সদায় বৰ্ত্তমান কালতহে। প্ৰত্যেক চিন্তা মুহূৰ্ত্ত, তিনি স্তৰৰ, (১) উপ্পদা (উৎপত্তি), (২) স্থিতি আৰু (৩) ভঙ্গ। চিত্তৰ উৎপত্তি ক্ষণৰ পৰা ভঙ্গ অভিমুখী ক্ষণ টিয়েই 'স্থিতি ক্ষণ'। এক মুহূৰ্ত্ত ৰ চিন্তা ক্ষণ ভঙ্গ হয় মাত্ৰ পাছৰ চিন্তা মুহূৰ্ত্তৰ উৎপত্তিৰ কাৰণে। এই পাচৰ চিন্তা-মুহূৰ্ত্তটো একেবাৰে আগৰ চিন্তা মুহূৰ্ত্তটো বুলিও কব নোৱাৰি, কিয়নো এই চিন্তাৰ সংগঠন একে নহয়, অথচ একেবাৰে বেলেগ বুলিও কব নোৱাৰি, যেহেতু ই চিন্তা গতিৰ সোঁতত প্ৰবাহিত হৈছে। প্ৰত্যেক চিন্তা হ'ল এটা 'চেতনা' বা গতি। গতিশীল অৱস্থাৰে গঠিত অনুভূতিয়ে বাহ্যিক দৃশ্যক চকু আদি ইন্দ্ৰিয়ৰ দুৱাবেদি

গ্ৰহণ কৰে। এই চিত্তৰ বেগৰ উপমা নাই। আচাৰ্য্য বুদ্ধঘোষৰ বহু প্ৰদৰ্শিত উপমাটোলৈ চালে বীথি-চিত্তৰ সম্বন্ধে কিছু ধাৰণা কৰিব পাৰি। কোনো এক চিন্তা প্ৰথা ১৭ টা চিন্তা মুহূৰ্ত্তত অন্ত হৈ যায় আৰু এই সময় ছোৱাৰ ভিতৰতে যি কোনো ভাল বা বেয়া কাম সমাধা হৈ যায়। এজোপা আমগছৰ তলত শুই থকা মানুহ এজনৰ চিন্তা মুহূৰ্ত্ত তলত দিয়া ধৰণে দেখুৱা হৈছে।

| অৱস্থা | চিন্তা-মুহূৰ্ত্ত |
|---|---|
| ১। আমগছৰ তলত এজন মানুহ মূৰ ঢাকি শুই আছে। | ১। চিত্তৰ 'ভবাঙ্গ' (নিচিন্ত,শূন্য) অৱস্থা। মনত বাহিৰৰ কোনো দৃশ্য অনুভৱ নকৰে। |
| ২। বতাহ বলিল। | ২। 'অতিত ভবাঙ্গ'। চকু, কাণ, আদি ইন্দ্ৰিয় দুৱাৰ পথত অহা আলম্বন এক চিন্তা ক্ষণৰ নিমিত্তে 'ভবাঙ্গ' সোঁতৰ লগত বৈ গ'ল। |
| ৩। গছৰ ডাল লৰিল। | ৩। 'কম্পন ভবাঙ্গ'। চিত্তৰ আগৰ ভবাঙ্গ অৱস্থা টো কম্পিত হ'ল। |
| ৪। আম এটা শুই থকা মানুহ জনৰ ওচৰত পৰিল। | ৪। 'বাধা প্ৰপ্ত ভবাঙ্গ'। আম পৰা শব্দৰ বাবে মানুহ জনৰ নিদ্ৰা বাধাপ্ৰাপ্ত হ'ল। |
| ৫। পতনৰ শব্দত মানুহজনে সাৰ পাই মূৰৰ ঢাকনি গুচাই চালে | ৫। 'মনস্কাৰ' (মনোযোগ বা জাগৰণ) বস্তু পৰা শব্দ (আলম্বন)ৰ ফালে ঘূৰি চালে (আৱৰ্ত্তন কৰিলে। এয়েই 'পঞ্চদ্বাৰ আৱৰ্ত্তন' ইয়াৰ 'চিত্ত বীথি' ভ্ৰমন অৰ্থাৎ চিত্তৰ পথত চিন্তন , মনন আৰম্ভ হ'ল । এয়েই চিত্তৰ প্ৰথম চিত্ত ক্ষণ। |
| ৬। সি ফল অটা দেখিলে। | ৬। 'চকুবিজ্ঞান' (চকুৰে মনোযোগ কৰা) কাল। এয়েই চিত্তৰ দ্বিতীয় চিত্তক্ষণ। |
| ৭। সি ফল হাতত তুলি ললে। | ৭। 'সম্প্ৰতিচ্ছন' (নিষ্ক্ৰিয় ভাবে গ্ৰহন বা সমৰ্থন) কাল। তৃতীয় চিত্ত ক্ষণ। |
| ৮ । সি ফলটো পৰীক্ষা কৰি চালে। | ৮। 'সন্তিৰণ' (সমৰ্থিত আলম্বন আমৰ লক্ষণ বিচাৰ কৰা) কাল। চতুৰ্থ চিত্ত ক্ষণ। |



| | |
|---|---|
| ৯। পৰীক্ষাৰ দ্বৰা ই এটা পকা আম বুলি জানিলে। | ৯। 'ব্যৱস্থাপন' কাল। পৰীক্ষাৰ দ্বাৰা ফলৰ গুণ, গঠন আদি চাই 'আম' বুলি থিৰ কৰিলে। ই হ'ল পঞ্চম চিত্ত ক্ষণ। |
| ১০। সি আমটো খালে। | ১০। 'জৱন' কাল। ব্যৱস্থা অনুযায়ী পুনঃ পুনঃ হোৱা আলম্বন অনুভূতি কাল। এয়া হ'ল ৬ষ্ঠ - ১২ শ চিত্তক্ষণ। এই জৱন কালৰ চিত্ত বেগবান আৰু কৰ্ম্মশীল চিত্ত। এই জৱন কালতেই 'সংস্কাৰ' বা 'কৰ্ম্ম' পুনৰ গঠিত (জন্ম) হয়। |
| ১১। এই স্মৃতি উপভোগ কৰিলে। | ১১। ওপৰৰ জৱন কৃত্যৰ অনুভূতিয়েই 'তদালম্বন' কৃত্য। ১৩শ -১৪শ চিত্ত ক্ষণ। |
| ১২। সি আকৌ শুই পৰিল। | ১২। পুনৰ 'ভবাঙ্গ' কাল। তাৰ পাছত মন সম্পূৰ্ণ অনুভূতিৰ পৰা বিৰত হৈ(১৫শ চিত্তক্ষণ) নিদ্ৰা গল। (৪৬) |

যেতিয়া পঞ্চইন্দ্ৰিয়ৰ দুৱাৰেদি ৰূপ, ৰস, গন্ধ,ৰস আৰু স্পৰ্শ মনৰ মাজত সোমায়, ওপৰত বৰ্ণোৱাৰ দৰে চিন্তা ধাৰা বয়। যেতিয়া কোনো কায় বস্তুৰ ওপৰত চিন্তাধাৰা নিয়োজিত হয়, তেতিয়া ১৭ টা চিন্তা মুহূৰ্ত্তৰ দৰকাৰ হয়। ইয়াক 'অতি মহৎ' চিন্তা মুহূৰ্ত্ত বোলা হয়। ১৫ টা চিন্তা মুহূৰ্ত্তলৈ 'মহৎ' আৰু কিছুমান 'জৱন' কালৰ সাত টা মুহূৰ্ত্তলৈকো পাব নোৱাৰে, তাক 'লঘু' চিন্তা মুহূৰ্ত্ত বোলা হয়। সেই কাৰণে কায়-বস্তুৰ চিন্তা চাৰি প্ৰকাৰৰ হয়।

(১) যি চিন্তা অন্তিম সময়লৈকে অৰ্থাৎ 'তদালম্বন' মুহূৰ্ত্তলৈকে বৰ্ত্তে, তাক 'বিভূত' (পৰিষ্কাৰ) চিন্তা বোলে।

(২) যি চিন্তা 'জৱন' স্তৰলৈকে বৰ্ত্তে, তাক 'অবিভূত' চিন্তা বোলে।

(৩) যি চিন্তা ব্যৱস্থাপন' স্তৰলৈকে বৰ্ত্তে, তাক 'লঘু' চিন্তা বোলে।

(৪) যি চিন্তা কম্পন বা ভবাঙ্গ স্তৰলৈকে বৰ্ত্তে, সি 'অনৰ্থক' শ্ৰেণীৰ ভিতৰত পৰে।

কৰ্ম্মশক্তিৰ দ্বাৰা পৰিচালিত চিত্ত অনুভূতিৰ ধাৰা অনন্ত কাললৈকে বৈ থাকে। ইন্দ্ৰিয় বিলাকৰ পৰা পোৱা 'প্ৰতিবিম্ব' মনত মোচ নোখোৱাকৈ বৈ যায়। যাক আমি 'ভঙ্গ' বা 'মৃত্যু' বোলোঁ, সি মাত্ৰ বিবৰ্ত্তনৰ এটা অস্থায়ী বা সাময়িক অন্ত। জীৱ গুণ, সঞ্জীৱনী শক্তি

---

(৪৬) Compendium of Philosophy -- Introductory Essay.

আৰু অনুভূতি শেষ হোৱাৰ লগে লগে দেহটো যদিও জহি যায়, জীৱন ধাৰা (চিন্তাধাৰা) সম্পূৰ্ণ ৰূপে ধ্বংস হৈ নাযায়। কৰ্ম্ম শক্তি বৰ্ত্তি থকে।

### মৃত্যু আৰু জন্ম

বৌদ্ধ ধৰ্ম্মমতে 'মৃত্যু' চাৰি প্ৰকাৰে ঘটে। ১। আয়ুক্ষয় হৈ মৰা,২। কৰ্মক্ষয় হৈ মৰা, ৩। আয়ু আৰু কৰ্ম উভয় ক্ষয় হৈ মৰা, আৰু ৪। অকাল মৰণ অৰ্থাৎ অতীত জন্মৰ অকুশল কৰ্ম্মৰ ফলত অকাল মৃত্যু হোৱা। বৰ্ত্তমান থকা দেহটো যেতিয়া ধ্বংস হৈ যায় কৰ্ম শক্তি বৰ্ত্তি থাকি আন আকৃতি গ্ৰহন কৰি পুনৰ প্ৰকাশ পায়। এই পুনৰ প্ৰকাশো (জন্ম) চাৰি প্ৰকাৰে হয়। যেনেঃ- ১। অণ্ডজ হিচাপে (কণীৰ পৰা জন্ম হোৱা পশু-পক্ষী, সাপ-সৰীসৃপ আদি প্ৰাণী), ২। জল-বুজ (গৰ্ভাশয় স্থিত হিচাবে, যেনে - মানুহ, গৰু আদি দুগ্ধ পোষ্য বা স্তন্যপায়ী প্ৰাণী), ৩। সনসোদজ (দুৰ্গন্ধ জলীয় পদাৰ্থত উৎপত্তি হোৱা কীট-পটঙ্গ বিলাক) আৰু ৪। ওপপাতিক (উৎপত্তি ক্ষণত পৰিপূৰ্ণ অৱয়ব স্বভাৱ আদিৰ সৈতে জন্ম হোৱা, যেনে - দেৱতা, ভূত, প্ৰেত, নৰক বাসী আদি)।

গোটেই জীৱন ব্যাপি কৰা কৰ্ম্ম বিলাক চিত্তৰ কৃত্য অনুসাৰে শ্ৰেণী বিভাগ কৰা হয়। যি কৰ্ম্মৰ দ্বাৰা এক 'জন্ম' উৎপন্ন হয়, সেই কৰ্ম্ম-বেগ ক্ষয় হৈ গলে বা বাধাপ্ৰাপ্ত (উপচ্ছেদক) কৰ্ম্মৰ দ্বাৰা ৰুদ্ধ হৈ গলে, সেই জন্মকাল শেষ হয়। 'জনক' (উৎপাদিত) কৰ্ম্ম বেগৰো (জৱন) এনে ধৰণেৰে শেষ হোৱাকেই লৌকিক ভাৱে 'মৃত্যু' বোলা হয়। এই শেষ ক্ষণৰ পিচ মুহূৰ্ত্তত বৰ্ত্তি থকা চিত্তৰ প্ৰবাহ-মান কৰ্ম্মক্ষম শক্তিয়ে কোনো এক কৃত কৰ্ম্মৰ বিপাক ঘটাবলৈ অৱকাশ (সময়) পায়। তেতিয়া গত বা শেষ হোৱা জন্মৰ সৈতে উদীয়মান নতুন জন্ম (ভৱ)ৰ সংযোগ কাৰ্য্য হয়, তাকে 'প্ৰতিসন্ধি কৃত্য' অৰ্থাৎ কৰ্ম্ম হেতুৰ সৈতে কৰ্ম্ম-বিপাকৰ পুনৰ সংযোগ কাৰ্য্য হয়। ইয়াকে লৌকিক কথাত 'পুনৰ জন্ম' বোলে। এই কাৰ্য্য 'প্ৰতিসন্ধি বিজ্ঞান'ৰ মাজেৰে ঘটে (প্ৰতীত্য সমুৎপাদৰ 'বিজ্ঞান নিদান')। 'ভৱ'ৰ (জীৱনৰ) অঙ্গৰূপী হোৱা এনে ধৰণৰ প্ৰতিসন্ধি বিজ্ঞানৰ নাম 'ভবাঙ্গ'। এই ভবাঙ্গ চিত্তই চকু বিজ্ঞান, কাণ-বিজ্ঞান, ঘ্ৰাণ-বিজ্ঞান আদিৰ দ্বাৰা দৰ্শন শ্ৰৱন আদিৰ কোনো এক আলম্বনৰ স্পৰ্শত অৰ্থাৎ চকু, কাণ, নাক আদিৰ সহায়ত দেখা,শুনা, গোন্ধ পোৱা বস্তু আদিৰ সংযোগত নিজৰ পুৰণি আলম্বন পৰিত্যাগ কৰি ন-কৈ সৃষ্ট আলম্বনৰ ফালে মনোযোগ (মনস্কাৰ) কৰে, সেয়ে 'পঞ্চদ্বাৰ আৱৰ্তন' কৃত্য। আলম্বনক নিষ্ক্ৰিয় ভাৱে প্ৰতি গ্ৰহণেই 'সম্প্ৰতি চ্ছন' বা সমৰ্থন। সমৰ্থিত আলম্বনৰ লক্ষণ বিচাৰ কৰাই হ'ল 'সন্তিৰণ' কৃত্য। আলম্বনক লৈ চিত্তই সমৰ্থনৰ ব্যৱস্থা কৰাই হ'ল 'ব্যৱস্থাপন'ৰ কৃত্য। ব্যৱস্থা অনুযায়ী পুনঃ পুনঃ হোৱা আলম্বন অনুভূতিয়েই 'জৱন' কৃত্য। জৱন চিত্তক বেগবান চিত্ত বা কৰ্ম্ম শীল চিত্ত বোলে। জৱন স্থানত 'সংস্কাৰ' বা 'কৰ্ম' পুনৰ গঠিত হয়। জৱন কৃত্যৰ অনুভূতিয়েই 'তদালম্বন' কৃত্য।

ভবাঙ্গ চিত্তই প্ৰতি সন্ধি কালত গৃহীত আলম্বন মৰণ কালত পৰিত্যাগ কৰাই 'চ্যুতি' কৃত্য। কোনো ব্যক্তি বিশেষৰ 'প্ৰতিসন্ধি চিত্ত', 'ভবাঙ্গ চিত্ত' আৰু 'চ্যুতি চিত্ত' একেই চিত্ত। সিহঁতৰ হেতু , সংস্কাৰ,সম্প্ৰযুক্ত ধৰ্ম্ম আৰু আলম্বন একে প্ৰকাৰৰ। মাত্ৰ তিনি বিধ কৃত্য অনুসাৰে এক বিধ চিত্তক তিনি নামেৰে পৰিচিত।



চিত্ত আৰু আলম্বন নিৰন্তৰ পৰিৱৰ্ত্তন শীল, কিন্তু কৃত্য আৰু সম্পাদনৰ স্থান নিয়মিত। পুনঃ পুনঃ অথচ অবিচ্ছিন্ন ভাৱে পৰিৱৰ্ত্তিত হৈ প্ৰবৰ্ত্তিত (উৎপন্ন আৰু প্ৰবাহিত) হৈছে। এই নিৰন্তৰ পৰিৱৰ্তন শীল চিত্তৰ কৃত্যৰ নিৰ্দ্দিষ্টতাক চিত্তৰ 'নিত্যতা' বুলি ভ্ৰম হয়। এনে ধৰণৰ ভ্ৰমৰ পৰাই 'মই' বা 'আত্মা'ৰ ধাৰণা হৈছে। উদাহৰণ স্বৰূপে দীপ শিখাৰ কৃত্যৰ নিৰ্দ্দিষ্টতা আছে, কিন্তু দীপ শিখা নিত্য নহয়।

চিত্ত বা অনুভূতিক কাটি টুকুৰা-টুকুৰ কৰি সংযোগ কৰা হৈছে অথবা ই এটা নদীৰ সোঁতৰ দৰে বৈছে বুলি ভুল বুজিব নালাগিব। চিন্তা মুহূৰ্ত্ত অনায়াসে বৈয়ে আছে। উৎপত্তি স্থান হ'ল 'জন্ম' আৰু মোহনা হ'ল 'মৃত্যু'। কোনো দুটা চিন্তা মুহূৰ্ত্ত একে লগে একে সময়তে নহয়; এটাৰ পাছতহে আনটো হয়। কোনো চিন্তা মুহূৰ্ত্ত এবাৰ গ'লে তাক ঘুৰাই নাপাই বা আগৰ যি চিন্তা মুহূৰ্ত্ত আছিল, বৰ্ত্তমানৰ লগত একে হব নোৱাৰে বা নহয়। এই অৱস্থা অনবৰত পৰিৱৰ্তন হৈ থাকে বা আছে।

### কৰ্ম্ম আৰু কৰ্ম্মফল

আগতে কোৱা হৈছে যে কৰ্ম্ম ক্ষম শক্তিৰ দ্বাৰা পৰিচালিত চিত্ত অনুভূতিৰ ধাৰা অনন্ত কাললৈকে বৈ থাকে। এই চিত্ত অনুভূতিৰ ধাৰাৰ এক কৰ্ম্মক্ষম শক্তি বিৱৰ্ত্তনৰ এক সাময়িক অন্ত (মৃত্যু) হোৱাৰ পিছ মুহূৰ্ত্তত বৰ্ত্তি থকা প্ৰবাহমান কোনো কুশল বা অকুশল কৰ্ম্মক্ষম শক্তিয়ে কোনো এক কৰ্ম্ম-বিপাক ঘটাবলৈ অৱকাশ (সময়) পায়। 'চ্যুত্তি' (মৃত্যু) চিত্তৰ পিচ মুহূৰ্ত্তত 'প্ৰতিসন্ধি' চিত্ত নাম পোৱা চিত্ত হ'ল 'ৱীথি' (পথ) মুক্ত চিত্ত। সেই সময়ত ই যি কোনো এটা পথ কুশল অথবা অকুশল বিপাক অনুসাৰে গ্ৰহণ কৰি চাৰি ভূমিৰ (১) অপায় ভূমি, (২) কাম সুগতি ভূমি, (৩) ৰূপ ভূমি আৰু (৪) অৰূপ ভূমিৰ যি কোনো এটাত প্ৰতিসন্ধি বা পুনৰ জন্ম হব পাৰে। এই পুনৰ জন্ম হয় - (ক) কৃত্য কৰ্ম্ম অনুসাৰে, (খ) প্ৰতিসন্ধি ক্ষণত ফল প্ৰদানৰ পৰ্য্যায় অনুসাৰে (গ) প্ৰৱৰ্ত্তন কালত ফল প্ৰদানৰ কাল অনুসাৰে আৰু (ঘ) ফল প্ৰদানৰ স্থান অনুসাৰে হব পাৰে।

(ক) কৃত্য অনুসাৰে কৰ্ম্ম চাৰিবিধ। যেনেঃ-

(১) জনক কৰ্ম্মঃ প্ৰতিসন্ধি (জন্ম) আৰু প্ৰৱৰ্ত্তন (চলিত)ৰ সময়ত বিপাক স্কন্ধ আৰু কৰ্ম্ম স্বৰূপ উৎপাদক কুশল বা অকুশল কৰ্ম্মই 'জনক কৰ্ম্ম'। জনক কৰ্ম্ম সদায় অতীত কৰ্ম্মৰ বিপাক বা ফল। প্ৰৱৰ্ত্তনৰ (চলিত জীৱনৰ) সময়ত আন আন কৰ্ম্মৰ দ্বাৰা পৰিপোষণ হ'লে 'জনক' কৰ্ম্মৰ বিপাক উৎপাদনত সক্ষম হয় আৰু বাধাপ্ৰাপ্ত হলে অক্ষম হয়।

(২) উপস্তম্ভক কৰ্ম্মঃ এই কৰ্ম্মৰ কৃত্য হ'ল জনক কৰ্ম্মক সাহায্য কৰা বা পৰিপোষণ কৰা। এই কৰ্ম্ম কুশলপক্ষীয় হ'লে শুভ পৰিবৰ্দ্ধন আৰু পৰিপূৰণ কৰে আৰু অকুশল পক্ষীয় হলে বহুবিধ দুঃখৰ বিপাক চপায় আনে।

(৩) উৎপীড়ক কৰ্ম্মঃ এই কৰ্ম্মৰ কৃত্য হ'ল জনক কৰ্ম্মৰ বিপাকখিনিক দুৰ্বল কৰা বা বাধা দিয়া। কুশল জাতীয় 'উৎপীড়ক কৰ্ম্মই' অকুশল জাতীয় উপস্তম্ভক কৰ্ম্মক বাধা দিয়ে; আৰু অকুশল জাতীয় উৎপীড়ক কৰ্ম্মই কুশলজাতীয় উপস্তম্ভক কৰ্ম্মক বাধাদিয়ে।

(৪) উপঘাটক বা উপচ্ছেদক কৰ্ম্মঃ এই কৰ্ম্মই উৎপীড়ক কৰ্ম্মৰ দৰে বাধা প্ৰদানেই নহয়,

সম্পূর্ণৰূপে বাধাক ধ্বংস কৰি সি নিজৰ ফলহে উৎপাদন কৰে।

বুদ্ধদেৱৰ দিনত সিদ্ধাৰ্থ গৌতমৰ জেঠৈবীয়েক দেৱদত্তৰ জীৱনত এই চাৰিওটা কৰ্ম্মৰ এটা সুন্দৰ উদাহৰণ পোৱা যায়। দেৱদত্তই নিজৰ পূৰ্বৰজন্মৰ কৃত 'জনক' কৰ্ম্মৰ কুশল ফলৰ কাৰণে ৰাজপুত্ৰ হৈ জনম পালে। বুদ্ধদেৱৰ সংঘত সোমাই তেওঁ ৰ এই 'উপস্তম্ভক' কৰ্ম্মৰ ফলত ঋদ্ধিমান হৈছিল। কিন্তু তেওঁ বুদ্ধদেৱৰ সংঘত সংঘভেদ কৰিবলৈ চেষ্টা কৰা কৰ্মই তেওঁৰ 'উপঘাতক' কৰ্ম্ম হ'ল। তাৰ ফলতেই তেওঁৰ শোচনীয় ভাৱে মৃত্যু হ'ল।

কোনোৱে যদি ইহ জীৱনত নিষ্কাম দান-কৰ্ম্ম কৰে, সেয়া তেওঁৰ অতীত দান কৰ্ম্মৰ 'উপস্তম্ভক' (সহায়ক) কৰ্ম্ম হব, আৰু লোভ কৰ্ম্মৰ 'উপপীড়ক' হব। এই দান কৰ্ম্ম প্ৰবল হৈ লোভক ধ্বংস কৰিলে সেই দান কৰ্ম্ম লোভৰ 'উপঘাটক' কৰ্ম্ম হব। দ্বেষ (হিংসা) চিত্তৰ 'উপস্তম্ভক' কৰ্ম্ম হ'ল প্ৰাণীক দুঃখ দিয়া। ই কৰুণা কুশল কৰ্ম্মৰ উৎপীড়ক। প্ৰাণীক বধ কৰিলে কৰুণাৰ উপঘাটক কৰ্ম্ম হব। গতিকে এই জীৱনত এই উপস্তম্ভক, উৎপীড়ক আৰু উপঘাটক কৰ্ম্মই সক্ৰিয় অংশ গ্ৰহণ কৰে আৰু ই 'জবন' স্থানতেই অৰ্থাৎ কৰ্ম্মশীল চিত্তেৰেই সম্পাদিত হয়। এই সক্ৰিয় অংশ অতীতৰ উৎপত্তি ভব (সংস্কাৰ)ৰ প্ৰভাৱত যেনেকৈ বলবান, দুৰ্বল আৰু ধ্বংসপ্ৰাপ্ত হয়, তেনেকৈ বৰ্ত্তমান কৰ্ম্ম ভবৰ প্ৰভাবতো অৰ্থাৎ বৰ্ত্তমান কৃত কুশল-অকুশল কৰ্ম্মৰ দ্বাৰা বলবান, দুৰ্বল বা ধ্বংসপ্ৰাপ্ত হব পাৰে আৰু হয়। এই বৰ্ত্তমান জীৱনৰ সুশিক্ষা, কল্যান-মিত্ৰতা, কুশল কৰ্ম্ম আদিয়ে সৎ সংকল্পক সাহায্য কৰে। কিন্তু কুশিক্ষা আৰু পাপ মিত্ৰতাই শক্তি অনুসাৰে বাধা প্ৰদান বা ধ্বংস কৰে। এই দৰে উপস্তম্ভক, উৎপীড়ক আৰু উপঘাটক কৰ্ম্মই ফল প্ৰদানৰ পৰ্য্যায় অনুসাৰে প্ৰতিসন্ধি ক্ষণত গুৰুত্ব কৰ্ম্ম, আসন্ন কৰ্ম্ম, অভ্যস্ত কৰ্ম্ম আৰু কৃতত্ব কৰ্ম্ম এই চাৰি কৰ্ম্মৰূপে জীৱনৰ সক্ৰীয় অংশক সাহায্য কৰি বিপাক প্ৰদানৰ সময় আৰু স্থানৰ তাৰতম্য ঘটায়।

**(খ) প্ৰতিসন্ধি ক্ষণত ফল প্ৰদানৰ পৰ্য্যায় অনুসাৰে কৰ্ম্ম চাৰিবিধ।**

(১) গুৰু কৰ্ম্ম (গুৰুত্ব কৰ্ম্ম):- ফলপ্ৰদানৰ প্ৰৰ্য্যায় অনুসাৰে গুৰু-কৰ্ম্মই সকলোতকৈ আগত ফল প্ৰদান কৰে। কুশল বা অকুশল হিচাবে ই দুবিধ। কুশলজাতীয় গুৰুকৰ্ম্ম বিলাক ধ্যান চিত্তেৰে সম্পাদন আৰু অনুশীলন হয়। ই মানসিক কৰ্ম্ম। কিন্তু অকুশল গুৰুকৰ্ম্ম শাৰীৰিক কৰ্ম্ম। ই পাঁচবিধ; যেনেঃ- পিতৃ হত্যা, মাতৃ-হত্যা, অৰ্হত হত্যা, বুদ্ধৰ শৰীৰৰ পৰা ৰক্তপাত কৰা আৰু সংঘভেদ কৰা। এনে গুৰুকৰ্ম্ম সম্পাদন কৰা বিপাকৰ ফল পাছৰ জনমতেই 'অৱীচি' নৰকত গৈ পৰে। এই বিপাক দানৰ কাল আন কৰ্ম্মফল প্ৰদান কৰাৰ আগতেই হয়। এই বিপাক (কৰ্ম্মফল) প্ৰদান বৰ্ত্তমান-ভব আৰু পাচৰ-ভবৰ মাজত কোনো অন্তৰ (ফাঁক) নাই; মৃত্যুৰ লগে লগেই হয় কাৰণে ইয়াক 'অনন্তৰীয় কৰ্ম্ম' বুলিও কোৱা হয়।

(২) আসন্ন কৰ্ম্মঃ- মৰণমুখী ব্যক্তিৰ যদি ওপৰুক্ত ধৰণৰ কুশল বা অকুশল গুৰু-কৰ্ম্ম নাই, তেন্তে এই আসন্ন কৰ্ম্মই আগ ঠাই পায়। মৰণ জীৱৰ সৰ্বশেষ 'জবন' চিত্তই হ'ল 'মৰণাসন্ন' বা 'আসন্ন' কৰ্ম্ম। কিন্তু এই আসন্ন কৰ্ম্ম দুৰ্বল, নিজৰ উৎপাদনৰ শক্তি নাই। সেই কাৰনে মৰণ আসন্ন ব্যক্তিৰ কল্যাণকামী মিত্ৰসকলে মৃত্যুমুখী জনৰ কৃত কুশল কৰ্ম্ম



বিলাক সোঁৱৰাই দিয়ে অথবা কুশল কৰ্ম্ম সম্পাদন কৰি অকুশল নিমিত্তক দূৰীভুত কৰিব পাৰে। কিন্তু গোটেই জীৱন হিংসা, ঈৰ্ষা, মাৎসৰ্য্য আদি অকুশল চিত্তৰ অভ্যাস কৰা ব্যক্তিয়ে সতকাই মৈত্ৰী, অহিংসা আদি কুশল চিত্ত উৎপাদন কৰা সম্ভৱ নহয়। তেওঁৰ মনত বিহ্বলতা, উচ্‌পিচনি উপস্থিত হয়; অকুশল নিমিত্ত (হেতু)হে মনলৈ আহে। গতিকে কুশল কৰ্ম্ম কৰি কেনেকৈ মৰিব লাগে, তাকো শিক্ষা কৰা আৱশ্যক।

(৩) আচৰিত (আচৰণ জনিত) বা অভ্যস্ত কৰ্ম্মঃ- গুৰু-কৰ্ম্ম অথবা আসন্ন কৰ্ম্ম- এই দুই শ্ৰেণীকৰ্ম্মৰ অভাৱত দীৰ্ঘকাল ধৰি আচৰণ কৰি 'অভস্ত' কৰ্ম্মই বিপাক প্ৰদান কৰে। সেই কাৰণে কুশল কৰ্ম্ম এবাৰ মাত্ৰ সম্পাদন কৰি ক্ষান্ত থকা উচিত নহয়। পুনঃ পুনঃ অভ্যাসত পৰিণত কৰিব লাগে।

(৪) কৃতত্ব কৰ্ম্মঃ- ওপৰুক্ত তিনি বিধৰ কৰ্ম্মৰ বাহিৰে যি কুশল বা অকুশল কৰ্ম্ম অজ্ঞাত বশতঃ পৰম্পৰাগত ভাৱে কৰি আহিছে, সেয়েই 'কৃতত্ব' কৰ্ম্ম বা 'উপচিত' কৰ্ম্ম। ওপৰুক্ত তিনিবিধৰ কৰ্ম্মৰ বিপাকৰ অভাৱত এই 'কৃতত্ব' কৰ্ম্মই বিপাক প্ৰদান কৰে।

**(গ) প্ৰৱৰ্ত্তন কালত ফল প্ৰদান কৰা কাল অনুসাৰে কৰ্ম্ম চাৰি বিধ।**

কিছুমান কৰ্ম্মৰ বিপাক (ফল) ইহ জনমতেই লগে লগে পায়। কিছুমান কৰ্মৰ বিপাক পৰজনমত আৰু কিছুমান বিপাক বহু জনমৰ পাছতহে ফলিয়ায়। তেনে বিপাক প্ৰদান কৰাৰ কাল অনুসাৰে প্ৰথমটো হ'ল -

(১) দৃষ্ট ধৰ্ম্ম বেদনীয় কৰ্ম্মঃ- কুশলেই হওঁক বা অকুশলেই হওঁক, সেই কৰ্ম্মৰ ফল সেই একে জীৱনতে অনুভৱ কৰিব পাৰি, তাকে 'দৃষ্ট ধৰ্ম্ম বেদনীয় কৰ্ম্ম' বোলে। যদিহে সেই জীৱনতে ফল প্ৰদান কৰিবৰ অৱকাশ নাপায়, তেন্তে ই 'অহোসি' বা ক্ষীন-বীজ বা বিফল কৰ্ম্মত পৰিণত হয়। উদাহৰণ স্বৰূপে ফুল উদ্যানৰ মালীৰ জীয়েক মল্লিকাই গৌতম বুদ্ধদেৱক এডাল ফুলৰ মালা দান দিছিল। সেই পুণ্যৰ ফলত তেওঁ কুশল ৰজাৰ ৰাণী হৈছিল। এয়া হ'ল একে জীৱন কালত পোৱা কুশল কৰ্ম্মৰ ফল। অকুশল কৰ্ম্মৰ উদাহৰণ হ'ল দেৱদত্তই কৰা উপঘাতক কৰ্ম্মৰ বিপাকত পৃথিৱীয়ে তেওঁক জীৱন্তে গ্ৰাস কৰিছিল।

(২) উপপদ্য বেদনীয় কৰ্ম্মঃ- ই হ'ল সপ্তম 'জবন' চেতনা। কুশল হওঁক বা অকুশলেই হওঁক, এই কৰ্ম্মৰ বিপাক ইহজনমৰ পৰৱৰ্ত্তী দ্বিতীয় জীৱনত ফলবান হয়। অৱকাশ নাপালে অথবা বিৰুদ্ধ কৰ্ম্ম দ্বাৰা বাধাপ্ৰাপ্ত হলে 'অহোসি' কৰ্ম্মত পৰিণত হয়।

(৩) অপৰপৰ্যায় বেদনীয় কৰ্ম্ম ঃ- মাজৰ তিনি বা পাচ 'জবন' চিন্তা ক্ষণৰ কৰ্ম্ম। ইহ জীৱনৰ পৰৱৰ্ত্তী তৃতীয় জন্মৰ পৰা নিৰ্বাণ নোপোৱা পৰ্য্যন্ত যি কোনো এটা জনমত 'বিপাক' দান কৰিব পাৰে। উদাহৰণ হিচাপে নিজৰ পূৰ্বজন্মৰ এই কৰ্ম্ম ফলৰ কাৰণেই অৰ্হত ভিক্ষু মহা মৌদ্‌গল্যানৰ দণ্ড আঘাতত মৃত্যু হৈছিল।

(৪) অহোসি কৰ্ম্ম ঃ- নিজৰ দুৰ্ব্বলতাৰ হেতু যি বিলাক কৰ্ম্মই বিপাক প্ৰদান কৰিব নোৱাৰে বা বিপাক প্ৰদানক্ষম হৈও বিৰুদ্ধ কৰ্ম্মৰ দ্বাৰা প্ৰতিহত হোৱাত বিপাক প্ৰদানৰ সময় পাৰ হৈ যায়, সেই কৰ্ম্মকেই 'অহোসি' বা নিষ্ফল বা বিফল কৰ্ম্ম বোলে।

আগতে উনুকিওৱা অকাল মৃত্যুও উপচ্ছেদক কৰ্ম্মৰ কাৰণে মৃত্যু হয়। এই উপচ্ছেদক মৃত্যু ইতৰ প্ৰাণীৰ মাজত অতি বেছিকৈ ঘটে। মূল কাৰণ ভেদে ইয়াক আঠ প্ৰকাৰৰ দেখুৱা

হয়। ১। বাত বেমাৰ, ২। পিত্ত বেমাৰ, ৩। কফ ব্যাধি, ৪। সন্নিপাত জ্বৰ, ৫। বাহিৰৰ প্ৰকৃতিৰ পৰা উদ্ভৱ হোৱা বিপত্তি যেনে - ভূমিকম্প, বজ্ৰপাত, ধুমুহা, শিলাবৃষ্টি, যান-বাহনৰ পৰা হোৱা মৃত্যু, ৬। বিষক্ৰিয়া (বিষাক্ত বস্তু ব্যৱহাৰ), ৭। আকস্মিক আক্ৰমন আৰু ৮। কৰ্ম্ম বিপাক অৰ্থাৎ উৎপীড়ক আৰু উপঘাতক কৰ্ম্মৰ প্ৰভাৱত উৎপন্ন ব্যাধি আদিত জীৱৰ দুঃখ আৰু মৃত্যুৰ কাৰণ অকল কৰ্ম্মই নহয়; বিশ্বৰ গঠন প্ৰণালীয়েই ইয়াক মৃত্যুশীল আৰু দুঃখময় কৰিছে।

মিলিন্দ ৰজাই নাগসেন স্থবিৰক সুধিছিল,- 'ভন্তে, কৰ্ম্ম ক'ত থাকে?' স্থবিৰে উত্তৰ দিছিল, 'মহাৰাজ, এই বিলয়শীল চিত্তৰ কৰ্ম্ম ক'তো জমা হৈ নাথাকে, কিম্বা অন্য কোনো স্কন্ধও জমা হৈ নাথাকে, আমগছৰ দেহত যেনেকৈ ক'তো আম জমা হৈ নাথাকে, অথচ অৱকাশ পালেই আমাৰ মুকুল উৎপন্ন হয় আৰু ফল ধৰে, তেনেকৈ পঞ্চ-স্কন্ধত বা কোনো এক স্কন্ধত কৰ্ম্ম জমা হৈ নাথাকে; অথচ অৱকাশ পালেই তাৰ ফল ফলিয়ায়' (৪৭)। নৈসৰ্গিক শক্তি আৰু নীতিৰ দৰে কৰ্ম্মও মানসিক শক্তি আৰু নীতি।

বুদ্ধদেৱে কৈছিল, 'হে ভিক্ষুসকল, যদি কোনোৱে কয় যে সি তাৰ কৰ্ম্মফল ভোগ কৰিবই লাগিব, তেন্তে ধৰ্ম্ম জীৱনৰ আৱশ্যকতা নহ'ল হেতেন আৰু দুঃখ মুক্তিৰো কোনো অৱকাশ পোৱা নগ'ল হেঁতেন। কিন্তু যদি কোনোৱে কয় যে মানুহে যিটো বোৱে, তাৰ ফল ভোগ কৰে, তেন্তে ধৰ্ম্ম জীৱনৰ আৱশ্যকতা আছে আৰু সম্পূৰ্ণ ৰূপে দুঃখ মুক্তিৰো অৱকাশ আছে' (৪৮)। এই কথা বিশেষ ভাৱে মন কৰিব লগীয়া।

**(ঘ) ফল প্ৰদানৰ স্থান আৰু আয়ুকাল ভেদে চাৰি প্ৰকাৰ।**

'কামাবচৰ অকুশল কৰ্ম্ম' বাৰ প্ৰকাৰৰ প্ৰায় সকলো প্ৰকাৰেই 'অপায়' ভূমিত ফল প্ৰদান কৰে বুলি অৰ্থকাৰ সকলে কয়। কিছুমান 'অহেতুক কুশল বিপাক চিত্ত'ৰ কৰ্ম্মফল উৎপন্ন প্ৰতিসন্ধি মনুষ্য লোকত ফল প্ৰদান কৰিলেও সি জন্মান্ধ, ক'লা, বোবা, বিকলাঙ্গ, বিকৃত মস্তিস্ক বা ক্লীৱ হব পাৰে। বাকী 'কামাবচৰ কুশল চিত্ত', 'ৰূপাবচৰ কুশল চিত্ত' আৰু 'অৰূপাবচৰ ধ্যান চিত্ত'ই ক্ৰমে কাম-সুগতি ভূমি (মনুষ্যলোক আৰু স্বৰ্গলোক), ৰূপ-ভূমি (ব্ৰহ্মলোক) আৰু অৰূপা-ভূমি (অৰূপ-ব্ৰহ্মলোক)ত ফল প্ৰদান কৰে।

(১) অপায় ভূমি ঃ- 'অপায়' শব্দ সাধাৰণতে সকলো প্ৰকাৰ দুৰ্গতিজনক পুনৰ জন্মৰ প্ৰতি প্ৰযুক্ত হয়। পুণ্যৰ অৰ্থত 'অয়'। য'ত সুখ 'অপগত' অৰ্থাৎ হীনভাৱে বা অহিত ভাৱে গত (গতি কৰিলে, নাই), এই অৰ্থত 'অপায়'। পাপ থকা জীৱৰ উৎপত্তি স্থান, সুখ নাইকিয়া ভূমি বুলিয়েই 'অপায়ভূমি'। য'ত সুখ নিৰ্গত অৰ্থাৎ সুখৰ একেবাৰে অভাৱ বা সুখ নহয়, এই অৰ্থত 'নিৰয়' (নৰক)। যাৰ মেৰুদণ্ড পোন উৰ্দ্ধমুখী নহয়, তিৰ্য্যক অৰ্থাৎ বেকাভাৱে পৃথিৱীৰ সৈতে সমান্তৰাল, সেয়েই 'তিৰচ্ছান' বা 'তিৰ্য্যক জাতি'; যেনে - পশু-পক্ষী, মাছ, জলচৰ, সৰীসৃপ প্ৰাণী ইত্যাদি। তৃতীয় প্ৰকাৰ অপায়িক সত্ত্ব হ'ল 'প্ৰেত'। ইহঁতো পূৰ্ব-কৃত অকুশল কৰ্ম্মফলৰ বাবে সদায় ভোক-পিয়াহত জৰ্জ্জৰিত হৈ থাকে।

(৪৭) "মিলিন্দ প্ৰশ্ন" দ্ৰষ্টব্য।
(৪৮) "অঙ্গোত্তৰ নিকায়" দ্ৰষ্টব্য।



চতুৰ্থপ্ৰকাৰ অপায়িক সত্ত্ব হ'ল সুৰগুণ (দেৱতাৰ গুণ) বিৰহিত 'অসুৰ'। 'নিৰয় লোক'ৰ ভৌগোলিক অৱস্থান আছে আৰু নিৰয়ৰ বাহিৰে বাকী আন সত্ত্বৰ কোনো নিৰ্দিষ্ট ভূমি নাই বুলি অৰ্থকাৰ সকলে কয়। এই কাৰণে 'যোনি', 'কায়' শব্দ যোগ কৰি এই তিনি সত্ত্বৰ জাতি, উৎপত্তিস্থান বা শ্ৰেণী ভেদ কৰা হয়।

আকৌ, পাপ-কৰ্ম্মৰ গুৰুত্ব অনুসৰি পাপীয়ে আঠ মহানিৰয়ত দুঃখ ভোগ কৰে। আঠ মহা নিৰয়ৰ নাম হ'ল ১। সঞ্জীৱ, ২। কালসূত্ৰ, ৩। সঙ্ঘাত, ৪। ৰোৰুব. ৫। মহাৰোৰুব, ৬। তাপ, ৭। প্ৰতাপ আৰু ৮। অৱীচি। এই আঠ মহানিৰয়ৰ প্ৰত্যেকটোৰ চাৰি কাষে যোলটাকৈ 'উস্সদ' নিৰয় আছে। সেই কাৰণে ধৰ্ম্ম-পুথি বিলাকত এশ আঠাইশটা নিৰয়ৰ কথা উল্লেখ পোৱা যায়।

অপায়ভূমিত ঠাই পোৱা সত্ত্ব বিলাকৰ আয়ুকালৰ নিৰ্দ্দিষ্টতা নাই। ভূমি বা যোনিভেদে দিন, মাহ, বছৰ ধৰি হব পাৰে আৰু নিৰয় ভূমিত জীৱই কল্পকাল পৰ্য্যন্ত দুঃখ ভোগ কৰাৰ দৃষ্টান্তও সূত্ৰ পিটকত পোৱা যায়।

(২) কাম-সুগতি ভূমি ঃ- এই 'লোক-ধাতু' (বিশ্ব-ব্ৰহ্মাণ্ড)ৰ চক্ৰবালৰ অন্তৰ্গত সকলো বিধ জীৱৰ ভিতৰত মানুহেই হ'ল সকলোতকৈ চিন্তা কৰিব পৰা শক্তি সম্পন্ন আৰু যুক্তিকামী জীৱ। 'অপায়' বাসীয়ে দুঃখ যন্ত্ৰনাৰ মাজত পুণ্য কৰ্ম্ম সম্পাদন কৰাৰ কথা দূৰত থাওঁক, পুণ্য চেতনা মনত উৎপাদন কৰাও সম্ভৱ নহয়। 'তিৰ্য্যক' যোনিত জন্মলোৱা পশু-পক্ষীৰ ধৰ্ম্মজ্ঞান মুঠেই নাই; গতিকে পুণ্য কৰ্ম্মও কৰিব নোৱাৰে। অপায় ভূমিত অপায়িক সত্ত্বৰ দুঃখ ভোগৰ স্থানৰ দৰে 'কাম-সুগতি' ভূমিৰ স্বৰ্গৰ দেৱতা সকলে স্বৰ্গত আৰু 'ৰূপ-ভূমি'ৰ (ব্ৰহ্মলোক) দেৱতা সকলো ব্ৰহ্মলোকত সুখ-ভোগ কৰে। তেওঁ লোকৰ সুখৰ ভাগ অত্যন্ত বেছি; সেই কাৰণে দুঃখ কি নুবুজে অথবা দুঃখমুক্তিৰ আৱশ্যকতাও নুবুজে। 'অৰূপভূমি'ত (অৰূপ ব্ৰহ্মলোক) ৰূপ বা দেহ নথকাৰ কাৰণে, আৰু ব্ৰহ্মলোকৰ 'অসংজ্ঞ' ভূমিৰ সত্ত্বৰ সংজ্ঞা বা চেতনা নথকাৰ কাৰণে ধৰ্ম্ম শ্ৰৱনৰ কোনো উপায় নাই।

আনহাতে 'কাম-সুগতি' ভূমিৰ মনুষ্য লোকত সুখ-দুঃখ উভয়কে অনুভৱ কৰিব পাৰে। সেই কাৰণে মানুহৰ মননশীল চিত্তই দুঃখ মুক্তিৰ পথ আবিস্কাৰ কৰি লয়। মনুষ্য লোক হ'ল কাৰ্য্য সম্পাদনৰ স্থান। এই কাৰণেই মনুষ্য জনম দেৱজন্মৰ পৰাও দুৰ্ল্লভ। মনুষ্য জনম দুৰ্ল্লভ হয় সঁচা; কিন্তু মোহ-যুক্ত মনুষ্য জনম বেচি দুঃখময়। কল্প-কল্প কাল দীৰ্ঘতাৰ তুলনাত স্বৰ্গ ব্ৰহ্ম লোকৰ সুখৰ আয়ুকালও ক্ষনিক বিৰাম মাত্ৰ। সেই কাৰণেই মুক্তিৰ পথ 'চাৰি আৰ্য্যসত্য' বুজাতো অত্যন্ত দৰকাৰ আৰু সেয়া 'প্ৰজ্ঞা-যুক্ত' মনুষ্য লোকৰ যোগেদিহে সম্ভৱ হয়। এই বাবেহে মনুষ্য জনম দেৱ-জন্মৰ পৰাও দুৰ্ল্লভ বুলি কোৱা হৈছে। এই মনুষ্য লোকৰ আয়ুকালৰ কোনো নিৰ্দ্দিষ্ট সীমা নাই, কিন্তু সাধাৰণতে এশ বছৰৰ উৰ্দ্ধত নহয়।

এই কাম-সুগতি ভূমিৰ দেৱ(স্বৰ্গ) লোকৰ স্থান হ'ল কুশল কৰ্ম্মৰ ভোগৰ স্থান আৰু তেওঁলোকৰ আয়ুকাল দীৰ্ঘ। সকলোতকৈ নিম্ন 'চৰ্তুমহাৰাজিকা' দেৱলোকৰ আয়ু দিব্য লোকৰ গননা মতে ৫০০ বছৰ। মনুষ্যলোকৰ পঞ্চাছ বছৰে বিদ্যালোকৰ এদিন বুলি কয়। এইদৰে ৩৬০ দিনে এবছৰ ধৰি দিব্যলোকৰ ৫০০ বছৰ মনুষ্যলোকৰ হিচাপ মতে নবৈ লাখ আয়ু হয় তাপ পাছত ত্ৰয়স্ত্ৰিংস স্বৰ্গ লোকৰ আয়ু দিব্যলোকৰ ১০০০ বছৰ আৰু

তাত মনুষ্য লোকৰ ১০০ বছৰে ত্ৰয়স্ত্ৰিংশ দেৱলোকৰ এদিন বুলি কয়। এইদৰে হিচাপ কৰিলে দিব্যলোকৰ এশ বছৰে মনুষ্যলোক ৩৬০লাখ বছৰ হয়। এই ত্ৰয়স্ত্ৰিংশ দেৱলোকতেই ইন্দ্ৰদেৱতাৰ স্থান বুলি কয়। এই দৰে উচ্চ দেৱলোকৰ আয়ু বাঢ়ি গৈ থাকে।

(৩) ৰূপ লোক আৰু (৪) অৰূপ লোকৰ আয়ুকাল।

'ৰূপলোক' মানে ৰূপ ব্ৰহ্মলোক আৰু 'অৰূপলোক' মানে অৰূপ ব্ৰহ্মলোক অৰ্থাৎ 'নিৰাকাৰ ব্ৰহ্মলোক'। এই ৰূপলোক আৰু অৰূপ ব্ৰহ্মলোককলৈ আগতে বৰ্ণোৱা ৰূপ-বাচৰ ধ্যান আৰু অৰূপ-বাচৰ ধ্যানৰ যোগেদি লাভ কৰিব পাৰি। নিচেই নিম্ন ব্ৰহ্মলোক 'ব্ৰহ্ম-পৰিষদ'ৰ আয়ুকাল এক কল্পৰ এক তৃতীয়াংশ; 'ব্ৰহ্ম-পুৰোহিত' ব্ৰহ্মৰ আয়ুকাল আধা-কল্প আৰু 'মহাব্ৰহ্মা'ৰ আয়ুকাল এক কল্প। তাৰ ওপৰৰ ব্ৰহ্মলোকৰ আয়ুগণনাও কল্পৰ দ্বাৰাহে কৰা হয় বুলি কয়। 'অকনিষ্ঠ' ব্ৰহ্মলোকৰ আয়ুকাল ১৬,০০০ কল্প বুলি কয়।

এই দৰে অৰূপ-ব্ৰহ্মলোকৰ প্ৰথম ভূমি 'আকাশানন্তায়তন' প্ৰাপ্ত দেৱ লোকৰ আয়ুকাল বিশ হেজাৰ কল্প আৰু শেষ 'নৈবসংজ্ঞা-না-সংজ্ঞা' দেৱলোকৰ আয়ুপ্ৰমাণ চৌৰাশী হেজাৰ কল্প বুলি অৰ্থকাৰ সকলে কয়। ই ভাবিব নোৱাৰা সুদীৰ্ঘ আয়ুকাল। এই কাৰণে 'শাশ্বত' (নিত্য) বুলি ভ্ৰম হয়। কিন্তু যিমানেই দীৰ্ঘ কল্পকাল আয়ু নহওঁক, ই অনিত্য ধৰ্ম্মাধীন। সেই নিৰ্দ্দিষ্ট সময়ৰ পাচত পুনৰ মনুষ্য লোককলৈ ঘূৰি জনম লব লাগিব।

এই অনিত্য লোকীয় ধৰ্ম্মৰ পৰা উত্তীৰ্ণ বা পাৰ হবৰ উপায় (মাৰ্গ) অৱলম্বন কৰিবৰ বাবেই 'লোকোত্তৰ ধৰ্ম্ম'ৰ অত্যন্ত দৰকাৰ আছে।

**'কৰ্ম্ম আৰু কৰ্ম্মফল' - এক ৰিজনি**

ওপৰুক্ত চিত্ত আৰু চেতসিকৰ বিশ্লেষণ ইমান সূক্ষ্ম যে বহু সময়ত আমাৰ সাধাৰণ জ্ঞানে আমাৰ বাস্তৱ জীৱনৰ সৈতে ৰিজাই ইয়াক বুজিবলৈ সক্ষম নহও। এই কৰ্ম্ম আৰু কৰ্ম্মফলৰ বিশ্লেষণ নীতিও তেনেকুৱাই। বৌদ্ধই হওঁক বা অবৌদ্ধই হওঁক, যদি কোনোবা এজনে চুৰ কৰে, মানুহ হত্যা কৰে, ব্যভিচাৰ কৰে বা ঠগ আদি অহিত কৰ্ম্ম কৰে, এই অহিত কৰ্ম্মৰ দণ্ডবিধি আইনৰ কোন ধাৰাত পৰিব, তেওঁ এই কথা একো নাজানিলেও দণ্ডবিধি আইন অনুযায়ী তেওঁৰ শাস্তি হবই। তেওঁ বৌদ্ধ, হিন্দু, ইছলাম, খৃষ্টান বা আন কোনো ধৰ্ম্মৰ দোহাই দি শাস্তিৰ পৰা ৰেহাই পাব নোৱাৰে। এই কৰ্ম্মফলৰ নীতিও কেৱল বৌদ্ধ সকলৰ কাৰণেই অথবা ই মাথোন বৌদ্ধধৰ্ম্মৰ নিৰ্বাণ লাভৰ বিশ্লেষণ নীতিয়েই নহয়। বৌদ্ধই হওঁক বা অনাবৌদ্ধই হওঁক, এই নীতি ইহ জীৱনৰ প্ৰতিটো কৃতকৰ্ম্মৰ সৈতে সম্বন্ধ আছে। উদাহৰণ হিচাপে আমি আমাৰ দৈনন্দিন ঘটনাৰ সৈতে ৰিজাই চাব পাৰোঁ।

ল'ৰা এজনক স্কুলত নাম লগাই দিয়া হ'ল। ই হ'ল 'প্ৰতিসন্ধি' 'জনক কৰ্ম্ম'। 'জনক কৰ্ম্ম সদায় অতীত কৰ্ম্মৰ বিপাক (ফল)'। এই কাৰণে ল'ৰাটো পূৰ্ব জন্মৰ কুশল কৰ্ম্মৰ ফল স্বৰূপে সি ভাল ঘৰত জন্মগ্ৰহণ কৰিলে আৰু স্কুলত পঢ়িবলৈ পালে। অকুশল কৰ্ম্মফলৰ কাৰণে দুৰ্ভগীয়া ঘৰত জন্মগ্ৰহণ কৰা ল'ৰাই স্কুলত পঢ়িবলৈ নাপালে বা নোৱাৰিলে। কিন্তু কোনো 'উপস্তম্ভক' কৰ্ম্মৰ ফল হিচাপে ল'ৰাজনে বৃত্তি বা আন সহায় পাই পঢ়িব



পাৰিলে। দুষ্ট সঙ্গ বা কোনো অসততাৰ বাবে আৰ্থিক অনাটনত পৰি ল'ৰাটোৰ পঢ়া বাধাপ্ৰাপ্ত হোৱাটো 'উৎপীড়ক' কৰ্ম্ম। আনহাতে ল'ৰাটোৱে পঢ়াশুনা নকৰি নিচাবস্তু, ড্ৰাগ আদি খালে; এনে আত্মঘাতী আকুশল কৰ্ম্মই হ'ল 'উপঘাতক' কৰ্ম্ম।

দ্বিতীয়তে ফল প্ৰদানৰ পৰ্য্যায়ত ল'ৰাটোৱে পঢ়া বা নপঢ়া কৰ্ম্মটো 'গুৰু-কৰ্ম্ম' (প্ৰধান কৰ্ম্ম)। পঢ়িলে কুশল হব, বিদ্বান হব। নপঢ়িলে অকুশল হব, অবিদ্বান হব। এই দুই কুশল বা অকুশল 'গুৰু-কৰ্ম্ম'ৰ (প্ৰধান কৰ্ম্ম বা গধুৰ কৰ্ম্মৰ) মাজত ফাঁক নাই, এটা নহয় আনটো হবই। পৰীক্ষাৰ ওচৰত যিটো পঢ়া হয়, সেয়া 'আসন্ন' (নিচেই ওচৰ) কৰ্ম্ম অৰ্থাৎ আগতে পঢ়া পাঠ বিলাক সোঁৰবাই দিয়া হয়। পঢ়া পাঠটো পুনঃ পুনঃ আওৱোৱা কাম 'অভ্যস্ত' কৰ্ম্ম (অভ্যাসৰ কৰ্ম্ম)। ভালেই হওঁক বা বেয়াই হওঁক , যি ধৰণে জানে সেই দৰেই পৰীক্ষা দিব, তেনে কৰ্ম্ম হব 'কৃতত্ব' কৰ্ম্ম বা 'উপচিত' কৰ্ম্ম অৰ্থাৎ সামান্য কৰ্ম্ম; যিধৰণে উচিত, সেই ধৰণে কৰা হোৱা নাই।

তৃতীয়তে প্ৰৱৰ্ত্তন কালত ফলপ্ৰদান কৰাৰ কাল অনুসাৰে - পৰীক্ষা দিয়েই ভাল ফল হোৱাৰ কাৰণে, আৰু আনৰ 'দৃষ্ট' হোৱাৰ কাৰণে লৰাটোৱে লগে লগেই চাকৰী পালে। এই চাকৰী পোৱা নিজৰো 'দৃষ্ট' হ'ল। ই কুশলৰ পক্ষে 'দৃষ্টধৰ্ম্ম বেদনীয়' কৰ্ম্ম। পৰীক্ষা দিয়া ল'ৰাজনে পৰীক্ষাৰ সময়ত নকল কৰা কাৰণে খেদা খালে বা পৰীক্ষাত অকৃতকাৰ্য্য হ'ল। ইও হ'ল অকুশলৰ পক্ষে 'দৃষ্ট ধৰ্ম্ম বেদনীয়' কৰ্ম্ম।

পৰীক্ষা পাঁচ কৰি চাকৰী বিচাৰিলে। নিৰ্দ্দিষ্ট বয়স থকালেকে চাকৰি লাভ হলে ফলবান হব। এয়া হব ই 'উপপদ্য বেদনীয়' কৰ্ম্ম। বয়স পাৰ হলে 'অহোসি' (নিষ্ফল) কৰ্ম্ম হব অৰ্থাৎ কেতিয়াও চৰকাৰী চাকৰি লাভ কৰিব নোৱাৰিব।

'অপৰপৰ্য্যায় বেদনীয়' কৰ্ম্ম হ'ল - চাকৰী পোৱাৰ তিনি বছৰৰ পাছত, স্থায়ী হোৱাৰ পাছত, চাকৰি নেৰা পৰ্য্যন্ত বা অৱসৰ নোলোৱা পৰ্যন্ত কৃত কুশল বা অকুশল কৰ্ম্মৰ ফল যিকোনো সময়তে ফলিয়াব পাৰে। কুশলৰ ভিতৰত পদোন্নতি, বেতন বৃদ্ধি আদি, আৰু অকুশলৰ পক্ষে পদৰ পৰা অধোগতি, নিলম্বিত বা বৰ্খাস্ত হোৱা। চাকৰি জীৱনত যদিহে বিনাবেতনৰ ছুটী থাকে, তেন্তে অৱসৰ গ্ৰহণ (চ্যুতি)ৰ সময়ত আৰু অৱসৰ জীৱন (প্ৰতিসন্ধি) আৰম্ভ কৰা সময়ত তাৰ ফল ফলিয়াব অৰ্থাৎ পাব লগীয়া পেঞ্চনৰ কিছু টকা কটা যাব।

'অহোসি' কৰ্ম্মহ'ল - চাকৰীৰ কাৰণে সাক্ষাৎ কাৰৰ সময়ত নিজৰ দুৰ্বলতাৰ হেতু উত্তীৰ্ণ হ'ব নোৱৰাত সাক্ষাৎকাৰ বিফল হ'ল; অথবা সাক্ষাৎকাৰ উত্তীৰ্ণ হৈও 'বিৰুদ্ধ কৰ্ম্ম' (উপপীড়ক কৰ্ম্ম)ৰ দ্বাৰা বাধা প্ৰাপ্ত হোৱাত - যেনে চাকৰিৰ সংখ্যা কম হোৱা বা শাৰীৰিক ভাৱে অনুপযুক্ত হোৱা অথবা কোনো নিয়মৰ বিৰুদ্ধ হোৱাৰ কাৰণে চাকৰি পোৱা বিফল হ'ল। সেই বিফল সাক্ষাৎকাৰ হব 'অহোসি' কৰ্ম্ম বা ফলপ্ৰদান কৰিব নোৱৰা কৰ্ম্ম।

এই ধৰণেই কৰ্ম্ম আৰু কৰ্ম্মফলৰ নীতি ধৰ্ম্ম সংঘটিত হয়। হিন্দু, বৌদ্ধ, জৈন, ইছলাম, খৃষ্টান, শিখ বা যি কোনো ধৰ্ম্মৰ দোহাই দি কোনোৱেই এই নীতিৰ বহিৰ্ভূত হব নোৱাৰে। সকলো ধৰ্ম্মৰে কুশল ধৰ্ম্মনীতি একে। বেয়া বা অকুশল কৰ্ম্ম কৰি কুশল ফল লাভ কৰাৰ

আশা বৃথা। এয়েই 'যথাভূত সত্য'।

এই একে নিয়মেৰেই লৌকিক আৰু লোকোত্তৰো কৰ্ম্মৰ কৰ্ম্মফল আছে। কুশল কৰ্ম্ম সম্পাদন কৰি মনুষ্যলোক, দেৱলোক, ব্ৰহ্মলোক পাব পাৰি আৰু লোকোত্তৰৰ নিৰ্বাণ ধাতুও প্ৰত্যক্ষ কৰিব পাৰি। অকুশল কৰ্ম্মৰ কৰ্ম্মফলৰ দ্বাৰা দুঃখ উৎপন্ন হয়, তিৰচ্ছান,প্ৰেত, অসুৰ, নিৰয় ভূমিলৈ নমায়। বিশ্বাস কৰক বা নকৰক উপৰুক্ত ৰিজনিৰ দৰে ঘটিবই। এয়া কৰ্ম্ম আৰু কৰ্ম্মফলৰ নীতি ধৰ্ম্ম সত্য।

৩। ৰূপ

চাৰি 'পৰমাৰ্থ' বা 'যথাভূত'ৰ ভিতৰত 'ৰূপ'ৰ স্থান তৃতীয়। ইয়াৰ আগতে 'চাৰি আৰ্য্য সত্য' আৰু 'প্ৰতীত্য-সমুৎপাদ' বৰ্ণনাৰ সময়ত 'ৰূপ'ৰ বৰ্ণনৰা সংক্ষেপে দিয়া হৈছিল। 'ৰূপ' সাধাৰণ অৰ্থত 'জড়-পদাৰ্থ', যি শীতত সঙ্কুচিত হয়, আৰু তাপত প্ৰসাৰিত হয়, যি পৰিৱৰ্ত্তন হয় আৰু ধ্বংসপ্ৰাপ্ত হয়, সেয়ে 'ৰূপ'। লৌকিক অৰ্থত বৰ্ণ আৰু আকাৰ বা গঢ়। বিশেষ অৰ্থত ই জড়পদাৰ্থৰ গুণাৱলীকো বুজায়।

'অভিধৰ্ম্মাৰ্থ সংগ্ৰহ'ত ৰূপৰ শ্ৰেণী বিভাগ কৰোতে বস্তু এটাৰ বৰ্ণ আৰু গঢ়কেই নহয়, বস্তুটোৰ গুণকো সাঙুৰি লৈছে। 'ৰূপ' বা বস্তুৰ গুণ দুই প্ৰকাৰৰ। যেনে ঃ- (ক) মহাভূত ৰূপ আৰু (খ) উপদয় (মহাভুতৰ পৰা উৎপন্ন দ্ৰব্য গুণ) ৰূপ। ৰূপৰ অত্যন্ত প্ৰয়োজনীয় গুণ বিলাক হ'ল ঃ-

(ক) মহাভূত ৰূপ ঃ প্ৰকাৰ ভেদে ই চাৰিবিধ। যেনে ঃ-

(১) পৃথ্বী ধাতু, (২) আপধাতু, (৩) তেজধাতু আৰু (৪) বায়ু ধাতু।

(১) জড়পদাৰ্থ মাত্ৰেই সৃষ্টিত বা জগতত সৰ্বক্ষণে এডোখৰ ঠাই লৈ থাকে। এই 'স্থানঅৱবোধকতা' বা 'বিস্তৃতি' এটা মৌলিক গুণ আৰু ইয়াৰ অন্তৰ্গত গুণ হ'ল কঠিনতা আৰু কোমলতা। এই কোমলতা বা কঠিনতা তুলনামূলক। মাটি লোহাৰ তুলনাত কোমল, কিন্তু কপাহৰ তুলনাত টান বা কঠিন। জড় পদাৰ্থৰ এই 'বিস্তৃতি' গুণ আৰু কঠিনতা - কোমলতা গুণৰ সংজ্ঞা বা পৰিভাষা হ'ল 'পথ্বৰ ধাতু'। জড়ৰ 'বিস্তৃতি' গুণক 'ধাতু' বোলা হৈছে। এই পৃথ্বী শব্দৰ দ্বাৰা এই বাসকৰা পৃথিৱীখনকে বুজি লব নালাগে, যদিও এই পৃথিৱীখনতো 'পৃথ্বী ধাতু' গুণ বিদ্যমান আছে।

(২) জড় পদাৰ্থৰ আন এটা মৌলিক গুণ হ'ল 'সংসক্তি'। এই গুণৰ বলত জড় পদাৰ্থ পিণ্ডীভূত বা জড়ীভূত অৰ্থাৎ এগোত হব পাৰে। পানীয়েই এই সংসক্তি গুণৰ বেছি প্ৰকটভাৱে প্ৰকাশ কৰে। এই 'সংসক্তি' গুণৰ পৰিভাষা হ'ল 'আপ-ধাতু'। 'আপ' মানে বন্ধন। এই আপ্‌ধাতু যেনেকৈ পানীত আছে, তেনেকৈ মাটি, লৌহ, সোন, আদিতো আছে। মানুহৰ গাৰ কটা-ঘা জোৰা লাগি যোৱাটোও এই 'আপ ধাতু'ৰ গুণ।

(৩) জড়পদাৰ্থৰ তৃতীয় মৌলিক গুণ হ'ল "তাপ"। গৰমেই বা ঠাণ্ডাই দুয়ো মাত্ৰ তাপৰ তুলনামূলক অৱস্থাহে আৰু তাপ নোহোৱা কোনো পদাৰ্থ নাই। ইয়াৰ পৰিভাষা হ'ল "তেজ ধাতু"। আমাৰ গাৰ তাপ আৰু পৰিপাক শক্তিও এই "তেজধাতু"।

(৪) জড়পদাৰ্থৰ চতুৰ্থ মৌলিক গুণ হ'ল "গতিশীল"। ইয়াৰ পৰিভাষা "বায়ু ধাতু"। যি প্ৰবাহিত হয় বা গতিশীল, সিয়েই বায়ু। চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, নক্ষত্ৰ আদিও এই বায়ু ধাতুৰ



গুণেই নিজ নিজ কক্ষত ঘূৰে। জীৱ-জন্তুৰ দেহ, অঙ্গ-প্ৰত্যঙ্গ, হাত-ভৰি আদিৰ লৰা-চৰা (গতিশীলতা) কৰাও এই বায়ু-ধাতুৰ গুণ।

এই বায়ু ধাতু তেজধাতুৰ সৈতে অবিচ্ছেদ্যভাৱে জড়িত আৰু উত্তাপৰ উৎপাদক। যেনেকৈ জড়-জগত বায়ুধাতু আৰু তেজধাতুৰ সম্বন্ধ, তেনেকৈয়ে মনোজগতত চিত্ত আৰু কৰ্ম্মৰ সম্বন্ধ হৈ ৰয়। জড় পদাৰ্থৰ চাৰিটা গুণ পৰস্পৰ আশ্ৰিত, সহজাত আৰু সম্বন্ধীভূত; আৰু ইহঁত বৰ্ণ, গোন্ধ, ৰস, ওজ (আহাৰ)ৰ লগত সংযুক্ত। এই সংযোগৰ মাত্ৰাৰ অনুপাতে জড়ৰ বিভিন্ন অৱস্থা, বিভিন্ন আকাৰ হয়। পৃথ্বী ধাতুত "কঠিনতা", আপ-ধাতুত "সংসক্তি", তেজধাতুত "তাপ" আৰু বায়ুধাতুত "বেগ"ৰ আধিক্য দেখা যায়। জড় পদাৰ্থৰ এই শক্তি (গুণ)ৰ সাধাৰণ নাম হ'ল "মহাভূত", "মহাভূত" মানে মহৎ আকাৰত বা প্ৰকট (ইন্দ্ৰিয়ৰ দ্বাৰা বুজিব পৰা) আকাৰত গঠিত। জড়ত যি যি গুণ মহৎ আকাৰত গঠিত হৈছে আৰু উৎপন্ন হৈছে, সেই গুণেই "মহাভূত ৰূপ"।

(খ) উপদা বা উপদয় ৰূপ ঃ—

এই চাৰি মহাভূতৰ সৈতে আৰু চৌবিশটা ৰূপ উৎপন্ন হয়। এই চৌবিশটা উৎপন্ন ৰূপৰ সাধাৰণ নাম 'উপদয়' বা 'উপদাৰূপ'। এই উপদাৰূপ দহোটা বিভাগত ভাগ কৰা হৈছে। যেনে ঃ

১। প্ৰসাদ ৰূপ ঃ স্বচ্ছতা গুণ বিশিষ্ট জড় পদাৰ্থহি 'প্ৰসাদ ৰূপ'। যেনে (৫) চকু, (৬) কাণ, (৭) নাক, (৮) জিভা আৰু (৯) কায়।

২। গোচৰ ৰূপ ঃ চকু, কাণ আদি ইন্দ্ৰিয়ই ৰূপ, শব্দ, গন্ধ, ৰস আৰু স্পৃষ্টব্য (ছুব পৰা বা স্পৰ্শ কৰিব পৰা, আদি আলম্বনলৈ গতি কৰে। এনে বিচৰণৰ বাবেই ৰূপ, ৰস গন্ধ, ৰস আৰু স্পষ্টব্যক 'গোচৰ ৰূপ' বোলে। যথা— (১০) দৃষ্টি, (১১) শব্দ, (১২) ঘ্ৰাণ, (১৩) ৰস আৰু (১৪) স্পৰ্শ (স্পষ্টব্য)। মন কৰিবলগীয়া এয়ে যে 'আপ-ধাতু'ৰ কোমলতা পৃথ্বী ধাতু; শীতলতা তেজ-ধাতু আৰু বেগ বায়ু ধাতু; এই তিনিধাতু কায় গ্ৰাহ্য। কিন্তু সংসক্তি কায়-গ্ৰাহ্য নহয়, কায়ৰ আলম্বনও নহয়। এই অৰ্থত কায়ৰ আলম্বন "স্পষ্টব্য" (আপধাতু বাদে)।

৩। ভাৱ-ৰূপ ঃ জড়ৰ উৎপন্ন গুণ (১৫) স্ত্ৰীভাৱ (স্ত্ৰীজাতি সুলভ আকাৰ, ব্যৱহাৰ, চলন, ভাষণ, অঙ্গ-প্ৰত্যঙ্গ, ভাব-ভঙ্গী ইত্যাদি উৎপন্ন গুণ);

(১৬) পুংভাৱ (পুৰুযোচিত আকাৰ, ব্যৱহাৰ, চাল-চলন, ভাষণ, অঙ্গ-প্ৰত্যঙ্গ, ভাব-ভঙ্গী আদি উৎপন্ন গুণ)।

৪। হৃদয় ৰূপঃ (১৭) হৃদয় বস্তু, চিত্ত-চেতসিকৰ আধাৰ আৰু আশ্ৰয়স্থান। বুদ্ধদেৱৰ পূৰ্বে ভাৰতীয় দাৰ্শনিকসকলৰ মতে 'আত্মা'ৰ বাসস্থান হৃদয় গুহা বুলি ধাৰণা।

৫। জীৱিত ৰূপ ঃ (১৮) জীৱিত ইন্দ্ৰিয়। 'ৰূপ' স্কন্ধৰ জীৱনী শক্তি।

৬। আহাৰ ৰূপ ঃ (১৯) খাদ্য বা কৱলিত আহাৰ। 'ৰূপ'ৰ পোষণ আৰু পুষ্টিৰ কাৰণে আহাৰ প্ৰয়োজন। আহাৰ নহ'লে জীৱিত ইন্দ্ৰিয় জীয়াই থাকিব নোৱাৰে।

৭। পৰিচ্ছেদ ৰূপ ঃ (২০) আকাশ; ৰূপৰ সীমা-ব্যঞ্জক গুণ।

৮। বিজ্ঞপ্তি ৰূপ ঃ (২১) কায় বিজ্ঞপ্তি (শৰীৰ লৰচৰ কৰি মনোভাব ব্যক্ত কৰা) (২২)

বাক বিজ্ঞপ্তি (কথাৰে কৈ মনোভাৱ ব্যক্ত কৰা) গুণ।

৯। বিকাৰ ৰূপ ঃ জাত (জন্ম পোৱা) ৰূপৰ বিশেষ অৱস্থাৰ নাম বিকাৰ যেনেঃ (২৩) লঘুতা (২৪) মৃদুতা আৰু (২৫) কৰ্মণ্যতা ।

১০। লক্ষণ ৰূপ ঃ প্ৰধান লক্ষণ বা চিহ্নৰ দ্বাৰা নিশ্চিতভাৱে জনা যায়। যেনে (২৬) উপচয়-সন্ততি (প্ৰতিসন্ধিৰ পিচৰ মুহূৰ্তৰ পৰা পূৰ্ণ গঠিত অৱস্থাৰ প্ৰবাহ), সেয়ে 'জাতি' ৰূপ; (২৭) জৰতা (পতন অৱস্থা) আৰু (২৮) অনিত্যতা (মৃতাৱস্থা)।

'মহাভূত ৰূপ'ক সাঙুৰি "উদ্দেশ্য" বা প্ৰকাৰভেদে এই এঘাৰবিধ 'ৰূপ'ক আঠাইশ প্ৰকাৰলৈ গণনা কৰা হৈছে। ওপৰুক্ত বৰ্ণনা 'ৰূপ-সমুদ্দেশ' বা 'ৰূপ'ৰ প্ৰকাৰ ভেদেৰ অন্তৰ্গত।

'ৰূপ'ক আকৌ আন আন বিশ্লেষণ কৰি যেনে-- ৰূপবিভাগ, ৰূপ-সমুথান, ৰূৱ-কলাপ যোজনা, ৰূপৰ উৎপত্তি ক্ৰম আদি ধৰণে ভাগ কৰা হয়।

ৰূপ বিভাগত কোৱা হৈছে যে লোভ, দ্বেষ আদি ছয় 'হেতু' চেতসিক, ৰূপৰ গুণ নহয়। এই অৰ্থত ই 'অহেতুক'। কিন্তু ৰূপ-আলম্বন, গন্ধ-আলম্বন আদি আকাৰত জড়, লোভ আদি হেতু উৎপত্তিৰ আলম্বন 'প্ৰত্যয়' হয়। এই কাৰণে ইয়াক 'সপ্ৰত্যয়' কোৱা হয়। 'ৰূপ'ৰ প্ৰভাৱত যি তৃষ্ণা বা দ্বেষ জন্মে, তাৰ হেতু সেই ব্যক্তি বা সেই বস্তু নহয়; তাৰ হেতু নিজ চিত্ততহে। সেই ব্যক্তি বা বস্তু তৃষ্ণা বা দ্বেষৰ উপলক্ষ মাত্ৰ। এই 'ৰূপ' প্ৰত্যয় সমবায়ত উৎপন্ন হোৱাৰ কাৰণে ই 'সংস্কৃত'; পঞ্চ-উপাদান (ৰূপ, বেদনা, সংজ্ঞা, সংস্কাৰ, বিজ্ঞান) স্কন্ধৰ 'লোক' (অনিত্য) বিষয়ৰ অন্তৰ্গত বুলিয়েই ৰূপ 'লোকীয়'; আৰু কাম-তৃষ্ণাৰ (ৰূপ, শব্দ, গন্ধ, ৰস, স্পষ্টব্যৰ কাৰণে তৃষ্ণাৰ) বিচৰণ ভূমি স্বৰূপ বুলিয়েই 'কামাবচৰ' আদি বিভাগ কৰা হয়। দেহস্থ 'পঞ্চপ্ৰসাদ ৰূপ' আধ্যাত্মিক, বাকীবিলাক বাহ্যিক।

**ৰূপ সমুথান** ঃ কৰ্ম, চিত্ত, ঋতু আৰু আহাৰ-- এই চাৰি বিষয়ৰ দ্বাৰা ৰূপৰ সমুথান (অৱস্থান্তৰ) হয়। এক অৱস্থাৰ পৰা আন অৱস্থাৰ উৎপত্তিয়েই 'ৰূপ সমুথান'; যেনে-- গাখীৰৰ পৰা দৈৰ উৎপত্তি হয়। দৈৰ পৰা মাখন। মাখনৰ পৰা ঘিউ আদি হয়। এনেকৈ অৱস্থাৰ প্ৰভেদ বা পৃথক হয়। এইদৰে কৰ্ম সমুথানত প্ৰতিসন্ধিক্ষণৰ পৰা ক্ষণে ক্ষণে কামলোকৰ আৰু ৰূপ লোকৰ ২৫ প্ৰকাৰ কুশল-অকুশল কৰ্ম (আগতে উনুকিওৱা ১২ অকুশল, ৮ কুশল আৰু ৫ ৰূপাবচৰ কুশল কৰ্ম) ই প্ৰত্যেক চিত্ত ক্ষণৰ উৎপত্তি, স্থিতি আৰু ভঙ্গ ক্ষণত নিৰন্তৰ 'কৰ্মজ' (কৰ্মৰ পৰা উৎপন্ন) ৰূপৰ অৱস্থাৰ প্ৰভেদ সৃষ্টি কৰে। এই 'কৰ্মজ ' ৰূপ অতীত কৰ্মৰ দ্বাৰা উৎপন্ন ৰূপ। কিন্তু 'চিত্তজ' ৰূপ (চিত্ত চেতসিকৰ পৰা উৎপন্ন ৰূপ) বৰ্তমান জীৱনৰ 'চিত্ত সমুৎথান' ৰূপ। তাপ- বৈষম্যৰ (গ্ৰীষ্ম শীত আদিৰ বৈষম্য) দ্বাৰা বিভিন্ন অৱস্থাৰ উদ্ভৱেই 'ঋতু সমুখান' ৰূপ। ই জীৱ দেহৰ উপৰিও জড় জগতৰ ৰূপতো (যেনে- আকাশৰ নীলিমা, ইন্দ্ৰধনুৰ বৰ্ণ-বৈচিত্ৰ্য, সমুদ্ৰৰ উচ্ছাস, বননিৰ সেউজ বৰণ আদিতো) অৱস্থান্তৰ ঘটায়। দেহৰক্ষা আৰু পুষ্টি সাধনৰ কাৰণে খোৱা আহাৰ পৰিপাক হৈ ইয়াৰ ৰহ দেহে গ্ৰহণ কৰি লয়। তেতিয়া লঘুতা, মৃদুতা, কৰ্মণ্যতা আদি আহাৰৰ পৰা উৎপন্ন ৰূপ 'আহাৰ সমুখান' হয়।

ৰূপৰ উৎপত্তি ক্ৰম ঃ কামলোক, ৰূপলোক আৰু অসংজ্ঞসত্ত্ব লোকত যিসকল সত্ত্ব



উৎপন্ন হয়, সিহঁতৰ প্ৰতিসন্ধি আৰু প্ৰৱৰ্তন কালৰ ৰূপৰ উৎপত্তিয়েই 'ৰূপৰ উৎপত্তি ক্ৰম'। এইবিলাক আগতে বৰ্ণোৱা মতে, যেনে-- চৰাই, মাছ, সৰীসৃপ আদি অণ্ডজ'; মানুহ, পশু আদি মাতৃৰ জঠৰৰ গৰ্ভ পৰিস্ৰৱৰ মাধ্যমেৰে জন্মগ্ৰহণ কৰাবিলাকক 'জলবুজ'; পচা শৱদেহত, গেলা পানী আদি দুৰ্গন্ধ জলীয়া পদাৰ্থৰ পৰা উৎপন্ন কীটবিলাকক 'স্বেদজ', আৰু উৎপত্তি ক্ষণত পূৰ্ণ কৰ্মণ্যৰ অৱয়ৱ লৈ উৎপন্ন হোৱা দেৱতাবিলাকক 'ওপপাতিক' বোলে। দুৰ্গতিগামী প্ৰেত আৰু নৰকগামী পাপীবিলাকো এই 'ওপপাতিক'ৰ অন্তৰ্গত, কিন্তু কিছুমানৰ চকু, শ্ৰোত্ৰ বা ভাৱৰ বৈকল্য ঘটে বুলি অৰ্থকাৰসকলে কয়।

এই চাৰি মহাভূত সদায় উপদয় ৰূপৰ বৰ্ণ, ঘ্ৰাণ, ৰস আৰু আহাৰৰ সৈতে এৰাব নোৱাৰাভাৱে জড়িত। সেইকাৰণে বৌদ্ধ ধৰ্মমতে 'ৰূপ' বুলিলে বস্তুটোৰ ৰূপ আৰু গুণ দুয়োৰে সংযুক্ত আৰু সংগঠিত অৱস্থাক বুজায় আৰু এই ৰূপ অনৱৰত কোনো এক মুহূৰ্ত নোৰোৱাকৈ প্ৰবাহিত হৈ থকা বুজায়।

## ৪। নিৰ্বাণ

অভিধৰ্ম্মৰ চতুৰ্থ যথাভূত হৈছে 'নিৰ্বান'। ই বৌদ্ধসকলৰ অন্তিম প্ৰয়াস। ই যি কোনো ব্ৰহ্ম বা ঈশ্বৰৰ সৈতে লীন যোৱা নহয় বা নুবুজায়। আগতে 'চিত্ত' সম্বন্ধে আলোচনা কৰোঁতে 'ৰূপাবচৰ ধ্যানচিত্ত' আৰু 'অৰূপাবচৰ ধ্যান চিত্ত'ৰ ধ্যানীয়ে ক্ৰমে 'ৰূপ ব্ৰহ্মলোক' আৰু 'অৰূপ ব্ৰহ্মলোক' প্ৰাপ্ত হয় বুলি কোৱা হৈছে। কিন্তু এই 'ৰূপ-লোক' আৰু 'অৰূপ-লোক'ও লোকীয় অৰ্থাৎ ইয়াৰ উৎপত্তি আৰু বিনাশ আছে। 'নিৰ্বাণ' হৈছে উক্ত লোক খিনি পাৰ হৈ পোৱা অৱস্থা। ইয়াক লোকোত্তৰ বোলে। লোকোত্তৰৰ বিষয়ে ভগৱান বুদ্ধদেৱে কৈছে যে - 'কতমে ধম্মা লোকুত্তৰা? চত্তাৰো চ অৰিয়-মগ্গা, চত্তাৰি চ সামঞ্ঞফলানি, অসঙ্খতা চ ধাতু, ইমে ধম্মা লোকুত্তৰা'তি'। অৰ্থাৎ 'লোকোত্তৰ ধৰ্ম্ম কি কি? চাৰি আৰ্য্য মাৰ্গ, চাৰি শ্ৰামন্য ফল আৰু অসংস্কৃত (নিৰ্বাণ) ধাতু; এয়েই লোকোত্তৰ ধৰ্ম্ম'। এই চাৰি আৰ্য্য মাৰ্গ হ'ল - ১। শ্ৰোতাপত্তি মাৰ্গ, ২। সকৃদাগামী মাৰ্গ, ৩। অনাগামী মাৰ্গ, ৪। অহত্ব মাৰ্গ; আৰু চাৰি শ্ৰামন্য ফল হ'ল, ৫। স্ৰোতাপত্তি ফল, ৬। সকৃদাগামী ফল, ৭। অনাগামী ফল, ৮। অৰ্হত্ব ফল আৰু ৯। অসংস্কৃত ধাতু (নিৰ্বাণ)। কোৱা হয় যে সাধাৰণ চকুৰ সহায়ত যেনেকৈ চন্দ্ৰ- সূৰ্য্য প্ৰত্যক্ষীভূত হয় (দেখে), তেনেকৈ আৰ্য্য পুৰুষৰ ওচৰত আৰ্য্য অষ্টাঙ্গিক মাৰ্গ জ্ঞানৰ সহায়ত 'নিৰ্বাণ' প্ৰত্যক্ষীভূত হয়। নিৰ্বাণ পৰমাৰ্থিক ভাৱে আছে বুলিয়েই এই লোকোত্তৰ মাৰ্গ চিত্তৰ আৰু ফল চিত্তৰ আলম্বন হৈছে 'নিৰ্বান'।

'নিৰ্বাণ' মানে তৃষ্ণাৰ বান্ধন বা বানৰ পৰা মুক্তি। আগতে চাৰি আৰ্য্যসত্যৰ দ্বিতীয় আৰ্য্য সত্যক কৈছে যে 'তৃষ্ণা' ই হে দুঃখ উৎপত্তিৰ মূল কাৰণ। কাম-তৃষ্ণা, ভৱ-তৃষ্ণা আৰু বিভৱ (উচ্ছেদ) তৃষ্ণাই ভৱ-চক্ৰ বোৰৰ সংযোজক। এক ভৱৰ পৰা পাছৰ ভৱলৈ, কৰ্ম্মৰ সৈতে কৰ্ম্মফলৰ বয়ন, সংচিবন বা চিলাই কৰি যেয়ে ৰাখে সেয়েই হৈছে এই বাণ বা বন্ধন। এই বন্ধনৰ পৰা দুঃখৰ উৎপত্তি হয়। তৃষ্ণাই সত্ত্ব বা প্ৰাণী বিলাকক নিজ নিজ কুশল-অকুশল কৰ্ম্মফলৰ বিপাকত অপায়ভূমি, কাম সুগতি ভূমি আৰু ৰূপ ভূমিলৈ তল-

ওপৰকৈ অহা-যোৱা কৰাই জন্ম-মৃত্যুৰ মাজেদি থেলি-হেঁচুকি গতিয়াই ঘুৰাই লৈ ফুৰাইছে। এই বান্ধোনৰ পৰা অতিক্রম কৰা বা বান্ধৰ পৰা মুক্তি হোৱা অৱস্থাকে 'নির্বাণ' বোলে।

'নির্বাণ'ৰ স্বভাৱ শান্তি। ক্লেশ, কৰ্ম্ম আৰু বিপাক এই তিনি চক্ৰৰ পৰা যি দুঃখৰ উৎপত্তি হয়, সেই দুঃখৰ নিৰোধেই 'শান্তি'। এই 'শান্তি' পৰম সুখ; বেদনাৰ পৰা উৎপন্ন সুখ নহয়; ই তৃষ্ণাক্ষয়ৰ পৰা উৎপন্ন সুখ, তৃষ্ণাৰ চৰিতাৰ্থৰ পৰা ওপজা সুখ নহয়। অতীত, বৰ্ত্তমান আৰু ভৱিষ্যৎ সকলো সম্যক সম্বুদ্ধ, প্ৰত্যেক বুদ্ধ (৪৯) আৰু অৰ্হত সকলৰ অধিগত নিৰ্বান এই একবিধ শান্তি স্বভাৱ সম্পন্ন। এই শান্ত স্বভাৱ নিৰ্বাণৰ প্ৰজ্ঞাপনৰ (প্ৰজ্ঞাৰ দ্বাৰা যথাসাধ্য চেষ্টা বা প্ৰতিজ্ঞাৰ) উপায় স্বৰূপ। ইয়াক 'সউপাদিশেষ নিৰ্বাণ ধাতু' আৰু 'অনুপাদি শেষ নিৰ্বাণ ধাতু' এই দুই প্ৰকাৰ বুলি কোৱা হয়।

কাম উপাদান আদিৰ দ্বাৰা গ্ৰহন হয় বুলি পঞ্চ-স্কন্ধৰ আন নাম 'উপাদি'। এই 'উপাদি' (নাম-ৰূপ) মাত্ৰ বাকী আছে, কিন্তু এই জীৱিত কালত সকলো ক্লেশ শেষ বা ধ্বংস হৈ গৈছে, এই অৰ্থত 'সউপাদি শেষ 'নিৰৰ্বাণ'। উপাদিৰ অভাৱ অৰ্থাৎ মৃত্যুৰ পাছত 'নাম ৰূপ' নাথাকিব, এই অৰ্থত 'অনুপাদি শেষ' নিৰ্বাণ ধাতু। বুদ্ধদেৱ আৰু অৰ্হত সকলৰ চ্যুতিৰ পূৰ্ব্বৰ অৱস্থা অৰ্থাৎ জীৱিত অৱস্থাকে 'সউপাদিশেষ নিৰ্বান ধাতু' বোলা হয়। চ্যুতিৰ পাছৰ অৱস্থা অৰ্থাৎ মৃত্যুৰ পাছৰ অৱস্থাকে 'অনুপাদিশেষ নিৰ্বাণ ধাতু'বোলে। প্ৰথম অৱস্থা ক্লেশৰ নিৰ্বাণ হয়; মাত্ৰ স্কন্ধহে বাকি থাকে। শেষৰ অৱস্থা হ'ল ক্লেশৰ লগতে নিৰৰ্বাণ।

নিৰ্বানক 'শূন্য' বোলা হয়, কাৰণ ই ৰাগ (লোভ), দ্বেষ আৰু মোহ শূন্য; সকলো সংস্কাৰ শূন্য। ইয়াক 'অনিমিত্ত' বোলা হয়; কাৰণ ই ৰাগ (লোভ), দ্বেষ, মোহ আদি নিমিত্ত বৰ্জিত বা ৰহিত। প্ৰনিধি বা তৃষ্ণা বিৰহিত (বিহীন) হোৱা বুলিয়েই নিৰ্বাণক 'অপ্ৰনিহিত' বোলে। চ্যবন (মৰণ, পতন) ৰহিত বুলিয়েই নিৰ্বানক 'অচ্যুত' ও বোলে। সেই দৰে অন্ত বা পৰ্যবসান ৰহিত বুলিয়েই ইয়াক 'অনন্ত'; আৰু প্ৰত্যয় আদিৰ দ্বাৰা কৃত নহয় বুলিয়েই 'অসংস্কৃত' বোলা হয়। ইয়াতকৈ উচ্চতৰ বা উৎকৃষ্টতৰ আৰু একো নাই বুলিয়েই নিৰ্বাণ 'অনুত্তৰ'। তৃষ্ণাক দীপ-শিখাৰে সৈতে তুলনা কৰি তৃষ্ণাৰ নিবৃত্তিকে 'নিৰ্বাণ' বোলা হয়।

এই নিৰ্বান অৱস্থা পাবৰ কাৰণে 'বিশুদ্ধি'ৰ সাতটা স্তৰ আছে। যেনে ঃ- ১। শীল বিশুদ্ধি, ২। চিত্ত বিশুদ্ধি, ৩। দৃষ্টি বিশুদ্ধি, ৪। কঙ্ক্ষা উত্তৰণ বিশুদ্ধি, ৫। মাৰ্গামাৰ্গ বিশুদ্ধি, ৬। প্ৰতিপদ জ্ঞান দৰ্শনবিশুদ্ধি আৰু ৭। জ্ঞান দৰ্শন বিশুদ্ধি। প্ৰজ্ঞা উৎপাদনৰ পূৰ্বে আচৰণীয় কাৰ্য্য হ'ল প্ৰথমে শীল-বিশুদ্ধি আৰু চিত্ত-বিশুদ্ধি সম্পাদন কৰা। তাৰ পাছতহে প্ৰজ্ঞা উৎপাদনৰ প্ৰধান অঙ্গ বাকী পাঁচোটা বিশুদ্ধি অনুশীলনৰ লগে লগে যোগীয়ে প্ৰত্যক্ষ ভাৱে নিৰ্বাণ অনুভৱ কৰিবলৈ সমৰ্থ হয়।

### সাত বিশুদ্ধি

১। শীল- বিশুদ্ধি - ই হৈছে আৰ্য্য আষ্টাঙ্গিক মাৰ্গৰ - সম্যক বাক্য, সম্যক কৰ্ম্মান্ত আৰু

(৪৯) ১৮ নং পাদ টীকা চাওক।



সম্যক আজীৱ এই তিনি আৰ্য্য মাৰ্গক চিত্তত বিশুদ্ধি কৰা কাৰ্য্য। এই তিনি আৰ্য্য মাৰ্গাঙ্গক 'শীল' বোলে। এই শীল বিশুদ্ধ নহলে 'শমথ' আৰু 'বিদৰ্শন' ভাবনাৰ পথ শুদ্ধ নহয়। 'কিলেসং সমেতি উপসমোতী'তি সমথো' অৰ্থাৎ যি ভাবনাই ক্লেশ, তৃষ্ণা দুঃখক সাম্য উপশম কৰে, সেই ভাৱনাকে 'শমথ' বোলে। আকৌ, 'বিসেসেন ৰূপেন পস্সতী'তি বিপস্সনা', অৰ্থাৎ দৰ্শনৰ বিশেষত্ব সূচক অৱস্থাকে নিৰ্দ্ধাৰণ কৰে বা দেখে কাৰণেই 'বিপশ্যনা' বোলে। এই 'বিদৰ্শন' ভাবনা লাভ কৰিবলৈ 'সমাধি'ৰ দৰকাৰ। সেই কাৰণে কোৱা হৈছে যে, - 'ন হি পঞ্ঞা ৰহিতা সমাপত্তি, সমাধি ৰহিতা চ বিপস্সনা অত্থি' অৰ্থাৎ প্ৰজ্ঞা নাথাকিলে 'সমাপত্তি' লাভ নহয় আৰু সমাধিৰ (একাগ্ৰতা)ৰ অভাৱত 'বিদৰ্শন' জ্ঞান লাভ কৰাও সম্ভৱ নহয়'। 'সমাপত্তি' মানে চাৰি মাৰ্গক আৰু চাৰি ফলক সম্যক ৰূপে লাভ কৰা। গতিকে দেখা যায় যে শীল বিশুদ্ধি নহলে চিত্তৰ উচ-পিচনি হয়, একাগ্ৰতা নহয়, ধ্যান- প্ৰাপ্তি হব নোৱাৰে। এই শীল-বিশুদ্ধি চাৰি তৰপৰ। যেনে -

(ক) প্ৰতিমোক্ষ সংবৰ শীল ঃ- সদ্ধৰ্মৰ লক্ষ নিৰ্বাণ লাভ কৰিবলৈ গোন প্ৰথমে বাক্য আৰু কায় সংযম কৰিব লাগে। অতি কমেও পঞ্চ শীল গ্ৰহণ কৰিব লাগে আৰু এয়ে পবিত্ৰ জীৱনৰ ভিত্তি। এই পঞ্চ-শীল হ'ল হ'ল,- ১। প্ৰাণী হত্যাৰ পৰা বিৰত থকা, ২। অদত্ত বস্তু গ্ৰহণ নকৰা,৩। ব্যভিচাৰ নকৰা, ৪। মিছা কথা, টুটকীয় কথা, কৰ্কশ বাক্য, প্ৰলাপ বাক্য আদি নোকোৱা আৰু ৫। মদ-ভাং আদি নিচা বস্তু বৰ্জ্জন। মুঠতে বাক্য আৰু কায় দুশ্চৰিত্ৰ আদি সংবৰন আৰু শিষ্টাচাৰ পালন কৰা। এয়েই প্ৰতিমোক্ষ সংবৰ শীল।

(খ) ইন্দ্ৰিয় সংবৰ শীল ঃ- চকু, কান, নাক, জিভা আৰু সংস্পৰ্শ আদি পথেদি ৰূপ, শব্দ, গন্ধ,ৰস আৰু কায় আদিৰ সংযোগত যি বিলাক তৃষ্ণা উৎপন্ন হয়, সেই বিলাকক উৎপন্ন হবলৈ আৱকাশ নিদি ইন্দ্ৰিয়ক সংযত কৰা, সংবৰণ কৰা বা শাসনাধীনত ৰখা শীল।

(গ) আজীৱ পৰিশুদ্ধি শীল ঃ- নিজৰ আজীৱ বা জীৱৰ ধাৰণ কৰা পথৰ নৈতিক শুদ্ধতা। জীৱিকা আহৰনত কোনো ধৰণৰ কপটতা বা ছলনাৰ সহায় লৈ তেনে কাৰ্য্য কৰাৰ পৰা বিৰত থকা আথবা সুবিধা পালেও তেনে অপৰিশুদ্ধ ব্যবসায়, - যেনে ঃ মদ আদি নিচা দ্ৰব্যৰ ব্যৱসায়, জীৱ জন্তুৰ ব্যৱসায়, জীৱ ঘাটক অস্ত্ৰ-শস্ত্ৰৰ ব্যৱসায়, চুৰি নকৰা, ঘোচ গ্ৰহণ আদি নকৰা। বৰঞ্চ অলপতেই সন্তুষ্টি, মৈত্ৰী আৰু কৰুণাৰ অনুকূল হবলৈ যত্ন কৰা।

(ঘ) প্ৰত্যয় নিশ্ৰিত শীল ঃ- জীৱন ধাৱনৰ প্ৰয়োজনীয় ব্যৱহাৰিক বস্তু সমূহক বুজায়। ভিক্ষু সকলৰ পক্ষে ভিক্ষুৰ পৰিধেয় চীৱৰ (হালধীয়া কাপোৰ), আহাৰ, বাসস্থান আৰু ঔষধ এই চাৰি বিধ দ্ৰব্য ন্যূনতম ভাবে গ্ৰহণকে প্ৰত্যয় নিশ্ৰিত শীল' বোলে।

এই শীলক সংক্ষেপে ১। বাৰিত শীল আৰু ২। চাৰিত্ৰ শীল বুলি দুই শ্ৰেণীত ভাগ কৰা হয়। আগত শোভন বা কুশল চেতসিক আলোচনা কৰোতে তিনি প্ৰকাৰ বিৰতি চেতসিক' বোলাও এই 'শীল'কেই বুজাইছে। ওপৰুক্ত পঞ্চশীল, অষ্টশীল আদিৰ মতে চলি কায়, বাক্য আৰু আজীৱ দুশ্চৰিত্ৰ জড়িত কাৰ্য্যৰ পৰা বিৰতি থকা অৰ্থাৎ তেনে কাৰ্য্য নকৰাকে 'বাৰিত শীল' বা 'বাৰণ কৰা' শীল। ই কৰুণা আৰু অহিংসা (মৈত্ৰী)ৰ ওপৰত প্ৰতিষ্ঠিত। যাক আমি শিষ্টাচাৰ বোলোঁ, সেয়া হ'ল চাৰিত্ৰশীল । ই প্ৰধানকৈ চিত্তৰ মৃদুতা (কুমলতা),

সেৱা আৰু কৃষ্টিৰ ওপৰত নির্ভৰ কৰে। এই শীলেই সভ্যতা, আভিজাত্য আৰু ধৰ্ম্ম জীৱনৰ ভেটি। পিতৃ-মাতৃ গুৰু জনাক পুজা কৰা, জ্যেষ্ঠ - শ্ৰেষ্ঠ জনক সন্মান কৰা, সেৱা, পৰিচৰ্য্যা, সৎ ব্যৱহাৰ, সৎ আচৰণ আদি 'চাৰিত্ৰশীল'ৰ অন্তৰ্গত। কিন্তু এই দুই শীল ওতপ্রোতভাৱে জড়িত।

দুঃশীল লোকে ধ্যান লাভ কৰিব নোৱাৰে। প্রতিমোক্ষ সংবৰ শীল শ্ৰদ্ধাৰ দ্বাৰা পালনীয়। ইন্দ্ৰিয় সংবৰ শীল স্মৃতিৰ দ্বাৰা ৰক্ষণীয়। আজীৱ পৰিশুদ্ধি শীল বীৰ্য্যৰ দ্বাৰা পালনীয় আৰু প্ৰত্যয় নিশ্ৰিত শীল প্ৰজ্ঞাৰ দ্বাৰা সুৰক্ষণীয়। যোগীয়ে বুজিব লাগিব যে যাৱতীয় সংস্কাৰ ধৰ্ম্ম মাত্ৰেই অনিত্য, দুঃখ আৰু অনাত্ম - স্বভাৱ। যি জনে ইয়াক উপলব্ধি কৰিব নোৱাৰে, তেওঁৰ বাবে বিদৰ্শন ভাৱনা সম্পাদন কৰা সমর্থ নহয়।

২। চিত্ত বিশুদ্ধি ঃ- ই হ'ল বিশুদ্ধিৰ দ্বিতীয় স্তৰ। শীলত প্রতিষ্ঠিত হৈ শীল ধাৰীয়ে সমাধি ভাৱনাত উচ্চতৰ অনুশীলনত আত্মনিয়োগ কৰে। শীল বিশুদ্ধিৰ অভাৱত চিত্ত বিশুদ্ধি নহয়। চিত্ত বিশুদ্ধি বাবে শীলধাৰী যোগীয়ে নিজৰ মন বা চিত্তক খাপ খোৱাকৈ চল্লিশটা বিষয়ৰ পৰা এটা বিষয় বাচি লৈ ধ্যান কৰে আৰু গুৰুজনে এই বিষয়ত সহায় কৰে। ধ্যানীয়ে তাতে একাগ্ৰতা (সমাধি) লাভ কৰিবৰ কাৰণে যত্ন কৰে। এই চল্লিশটা বিষয় হ'ল -

(ক) ১০ 'কসিন' (কৃৎস্ন) ধ্যান। এই ধ্যানৰ অৱলম্বন হ'ল (১) পৃথিবী, (২) আপ্, (৩) তেজ, (৪) বায়ু, (৫) নীল, (৬) পীত, (৭) লোহিত, (৮) শ্বেত (বগা), (৯) আলোক আৰু (১০) আকাশ।

(খ) ১০ অশুভ ধ্যানৰ অৱলম্বন বিলাক হ'ল - (১) উৰ্দ্ধ স্ফীত মৃতদেহ; (২) বিনীলক (নীল বৰণলৈ সলনি কৰা) মৃত দেহ; (৩) পূজ পূর্ণ মৃতদেহ, (৪) ছিদ্রীকৃত (কটা টুকুৰা হোৱা) মৃতদেহ, (৫) বিখাদিত (জন্তুৱে মাৰি খোৱা) মৃতদেহ, (৬) বিক্ষিপ্ত ( ছেদেলি-ভেদেলি সিচৰিত হোৱা) মৃতদেহ; (৮) ৰক্তাক্ত মৃতদেহ, (৯) কীট-পূর্ণ মৃতদেহ আৰু (১০) অস্থি পঞ্জৰ (মাত্ৰ জকা হৈ থকা) মৃতদেহ।

এই ধ্যান ৰাগ চৰিত্ৰ লোকৰ কাৰণে কৰিবলৈ দিয়ে। কিয়নো কাম তৃষ্ণাত ভোগা লোকজনে ভাবিব যে তেওঁৰ আলম্বন ধুনীয়া ৰূপৰ চেহেৰাও এদিন এনে অশুভ অৱস্থালৈ পৰিণত হব আৰু তেতিয়াহে তেওঁৰ চিত্তই অনিত্য,দঃখ আৰু অনাত্ম স্বভাৱ উপলব্ধি কৰিব আৰু তেওঁৰ ধ্যানত উধাৰ পাৰিব।

(গ) ১০ অনুস্মৃতি ধ্যানঃ এই ধ্যানৰ আলম্বন হ'ল (১) বুদ্ধানুস্মৃতি, (২) ধৰ্ম্মানুস্মৃতি, (৩) সংঘানুস্মৃতি, (৪) শীল অনুস্মৃতি, (৫) ত্যাগ অনুস্মৃতি, (৬) দেৱতা অনুস্মৃতি, (৭) উপশম (শান্তি) অনুস্মৃতি, (৮) মৰণ অনুস্মৃতি, (৯) কায় গতানুস্মৃতি আৰু (১০) আনাপান (প্রশ্বাস-নিশ্বাস) অনুস্মৃতি।

(ঘ) ৪ ব্ৰহ্ম-বিহাৰ ধ্যানত আলম্বন হ'ল - (১) মৈত্রী, (২) কৰুণা, (৩) মুদিতা আৰু (৪) উপেক্ষা।

(ঙ) ১ আহাৰত প্ৰতিকুল সংজ্ঞা ভাৱনা। (অর্থাৎ কবলিত আহাৰ খাদ্য - ভোজ্য আৰু পানীয় আহাৰ খোৱাৰ পাছত সেই আহাৰ ঘৃণকৰ পৰিণতিৰ সম্বন্ধে ভাব নাই 'প্রতিকুল



সংজ্ঞা' ভাৱনা। এই খোৱা আহাৰৰ পৰিণতি হয়গৈ মল - মূত্ৰলৈ, যিটো ঘৃণনীয়। আকৌ সুখাদ্য নোখোৱাকৈ ৰাখিলেও সেই বাহী খাদ্য খাব নোৱাৰি; অথবা কোনোৱে গৰু মাংস, কোনোৱে গাহৰি মাংস, কোনোৱে শ'ল শাল মাছ আদি খোৱাও প্ৰতিকুল সংজ্ঞা বুলি ভাবে)।

(চ) ১ ধাতু ব্যৱস্থান ভাৱনা। ( যোগীয়ে নিজৰ দেহক কল্পনাৰে চাৰি মহাভুতৰ ধাতু অনুসাৰে ভাগ কৰি চালে 'মই' বা 'মোৰ' এই ধাৰণা বিলোপ পায়। গতিকে ৰূপৰ অনাত্ম জ্ঞান আৰু 'নাম' স্কন্ধৰ 'অনাত্মজ্ঞান'ত পৰিণত হয়।

(ছ) ৪ অৰূপ ধ্যান ঃ (১) আকাশ - অনন্ত - আয়তন ভাৱনাৰ আলম্বন হ'ল অনন্ত আকাশ; (২) বিজ্ঞান - অনন্ত - আয়তনৰ আলম্বন হ'ল বিজ্ঞান (চিত্তৰ উৎপত্তি বিলয়)। বিজ্ঞান সসীম (সান্ত) হলেও 'একোৱেই নাই, শূন্য, শূন্য' এই অভাৱ দৰ্শনেই 'আকিঞ্চনায়তন' ভাৱনা। (৪) নৈব সংজ্ঞা-না- সংজ্ঞায়তন: আকিঞ্চনায়তন ধ্যানৰ পাচত 'সংজ্ঞা'লৈ ভাৱে; কিন্তু তাতো দেখে যে এয়াও সংজ্ঞাও নহয়, অসংজ্ঞাও নহয়।

এই ধ্যান কৰিবৰ কাৰণে ধ্যানীয়ে নিজ নিজ চৰিত্ৰ ভেদে ধ্যান বা ভাৱনা কৰিব লাগে। এই বাবে ধ্যানী সকলক ছয় ভাগত ভাগ কৰা হয়। যেনে ঃ-

(১) ৰাগপূর্ণ চৰিত্ৰ কাৰণে - ১০ অশুভ ধ্যান আৰু ১ কায়গত অনুস্মৃতি ধ্যান।

(২) দ্বেষপূর্ণ চৰিত্ৰৰ কাৰণে - ৪ ব্ৰহ্মবিহাৰ আৰু ৪ ৰং-কৃৎস্নৰ ধ্যান।

(৩) মোহপূৰ্ণ চৰিত্ৰৰ কাৰণে আৰু বিতৰ্ক চৰিত্ৰৰ কাৰণে - আনাপান অনুস্মৃতি ধ্যান।

(৪) শ্ৰদ্ধাপূৰ্ণ চৰিত্ৰৰ কাৰণে - বুদ্ধানুস্মৃতি, ধৰ্ম্মানুস্মৃতি, সংঘানুস্মৃতি, শীলানুস্মৃতি, ত্যাগানুস্মৃতি আৰু দেৱানুস্মৃতি ধ্যান।

(৫) বুদ্ধিমগ্ন চৰিত্ৰৰ কাৰণে - মৰণানুস্মৃতি, উপশমানুস্মৃতি, আহাৰত প্ৰতিকুল সংজ্ঞা আৰু ধাতু ব্যৱস্থান ধ্যান।

(৬) বাকী সৰ্বৰ্ব সাধাৰণ চৰিত্ৰৰ কাৰণে - বুদ্ধানুস্মৃতি, মৈত্রী, কায়াগতানুস্মৃতি মৰুনানুস্মৃতি ধ্যান আৰু আন বাকী ধ্যানীয়ে ওপৰুক্ত বিষয় সমুহৰ পৰা এটা বাচি লৈ ধ্যান কৰে। যেতিয়ালৈকে আগতে কৈ অহা পঞ্চ বাধা (কামচ্ছন্দ, ব্যাপাদ, থীন-মিদ্ধ, ঔদ্ধত্য - কৌকৃত্য আৰু বিচিকিৎসা) পাৰ হৈ ধ্যান উপলব্ধি নকৰে, তেতিয়ালৈকে একাগ্ৰতাৰে ভাৱনা অভ্যাস কৰে। এই পঞ্চ বাধা যেতিয়া অতিক্ৰম কৰে আৰু ধ্যান উপলব্ধি হয়, তেতিয়া ধ্যানীৰ চিত্ত মচি চফা কৰা আৰ্চীৰ দৰে হয়, য'ত প্ৰত্যেক বস্তুৱে 'যথাভূত' ভাৱে প্রতিবিম্বিত হয়।

৩। তৃতীয় স্তৰ ঃ দৃষ্টি বিশুদ্ধি। সাধাৰণতে যি 'দৃষ্টি'য়ে যথাযথক নেদেখুৱাই মাত্ৰ ভুল বা মিছা বা আভূৰা ৰূপহে দেখুৱাই সেয়েই সাধাৰণ দৃষ্টি। বৌদ্ধদৰ্শনত 'দৃষ্টি' বুলিলে এই সাধাৰণ দৃষ্টিকে বুজায়। ধ্যানীয়ে সমাধিত বহি একাগ্ৰতাৰে বিতৰ্ক বিচাৰ কৰি চায় উপলব্ধি কৰে যে 'অহং' বা 'মই' বা আত্মা বোলাটো 'নাম-ৰূপ'ৰ বাহিৰে আন একো নহয়। এই 'নাম' (বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান) যেতিয়া ইন্দ্ৰিয়ৰ যোগেদি বাহ্যিক কোনো জড়-বস্তুৰে সৈতে সংযোগ - স্পৰ্শ হয়, তেতিয়া 'কৰ্ম্ম' গঠনহয়, আৰু 'ৰূপে' তেতিয়া 'মহাভূত' বা 'উপদয়' ৰূপ ধাৰণ কৰি নানা প্ৰকাৰ ভাৱে প্ৰকাশ লাভ কৰে। এইদৰে

'দৃষ্টি'ক শুদ্ধভাৱে, সম্যক ভাৱে লাভ কৰে। নানা ধৰণৰ অনুৰূপ 'নাম - ৰূপ'ৰ 'মিথ্যা - দৃষ্টি'বা আভুৱা দৃষ্টিৰ পৰা তেতিয়া মুক্তি পায় আৰু লগে লগেই এই 'অহঙ'ৰ কাৰণ বিচাৰিবলৈ যত্ন কৰে। তেতিয়া তেওঁৰ জ্ঞানৰ উদয় হয় আৰু বুজে যে 'প্ৰতীত্য সমুৎপাদ'ৰ কাৰ্য্য কাৰণ প্ৰত্যয়ৰ ওপৰতেই এই 'নাম-ৰূপ' প্ৰতিষ্ঠিত। অতীতৰ কাৰ্য্য কাৰণ প্ৰত্যয় 'অবিদ্যা'ৰ ('মোহ'ৰ) পৰাই 'সংস্কাৰ' উৎপন্ন হৈছে। এই সংস্কাৰ প্ৰত্যয়ৰ পৰাই 'বিজ্ঞান' মহাভূত আৰু উপদয় ৰূপৰ 'নাম-ৰূপ' হৈ উৎপন্ন হৈছে। নাম-ৰূপৰ ওপৰত বৰ্ত্তি 'ষড়ায়তন' (ছয় ইন্দ্ৰিয়) উৎপন্ন হয়। এই দৰেই এটা প্ৰত্যয়ৰ পৰা আন এটা প্ৰত্যয় স্পৰ্শ, বেদনা, তৃষ্ণা, উপাদান প্ৰত্যয়ৰ উৎপন্ন হৈছে। তাৰ পাচত ভৱিষ্যত জীৱনৰ আধাৰ হিচাপে বৰ্ত্তমান জীৱনৰ 'ভৱ' 'জাতি' আৰু 'জৰা-মৃত্যু'ৰ প্ৰত্যয়ৰ পৰাই ভৱিষ্যৎ জীৱনৰ 'সংস্কাৰ' 'বিজ্ঞান'ৰ উৎপন্ন হয় ফলত ভবিষ্যৎ গঠন আৰু প্ৰতিষ্ঠা হয়। এই প্ৰত্যয় বিলাক বিচাৰ কৰি এই 'নাম-ৰূপ' যে 'অনাত্ম' এই ভাৱ উপলব্ধি কৰে। এই 'অনাত্ম' উপলব্ধি কৰাই 'দৃষ্টি বিশুদ্ধি' বা 'সম্যক দৃষ্টি'।

৪। চতুৰ্থ স্তৰ হ'ল কঙক্ষাউত্তৰণ বিশুদ্ধি।

'নাম-ৰূপ' সম্বন্ধে এনে বিশুদ্ধি জ্ঞান লাভ কৰাৰ পাচত ধ্যানী বা সাধকে 'নাম-ৰূপ'ৰ প্ৰত্যয় বা কাৰণ নিৰ্ণয়ত মনোযোগী হয়। ইয়াৰ ওপৰত ভাৱনা কৰি ধ্যানীয়ে অতীত, বৰ্ত্তমান আৰু ভৱিষ্যৎ সকলো ধৰণৰ 'সংশয়'ৰ পৰা উত্তৰণ বা পাৰ হয়। তেওঁ বুজে যে এই 'নাম-ৰূপ' ঈশ্বৰ হেতুমূলক নহয় আৰু কোনো অবোধ্য নৈসৰ্গিক পুৰুষ বা ঈশ্বৰৰ হেতুহীন ইচ্ছা বা প্ৰত্যাদেশ (আজ্ঞা) মূলক নহয়। আমাৰ নিজৰ 'অবিদ্যা - তৃষ্ণা - উপাদান' ঠিক মাতৃৰ নিচিনা আৰু 'কৰ্ম্ম' জন্ম-দাতাৰ বৰ্ত্তমান 'নাম-ৰূপ'হৈছে। বৰ্ত্তমানৰ এই পাঁচ - প্ৰত্যয়, যেনে - বিজ্ঞান, নাম-ৰূপ, ষড়ায়তন, স্পৰ্শ আৰু বেদনা ভৱিষ্যতৰ ভাবী 'নাম-ৰূপ' হ্ব।

এই অতীত, বৰ্ত্তমান আৰু ভৱিষ্যৎজন্মৰ প্ৰতি সন্দেহাকুল হৈ ধ্যানীয়ে ভাৱনা কৰে যে - (১) মই অতীতত আছিলোঁনে কি? (২) নে নাছিলোঁ নেকি? (৩) কি হৈ আছিলোঁ? (৪) কি ৰূপত আছিলোঁ? (৫) কি ৰূপৰ অৱস্থাৰ পৰা কি ৰূপৰ অৱস্থালৈ পৰিবৰ্ত্তন হৈছিলোঁ? (৬) মই ভৱিষ্যতত থাকিম নেকি? (৭) নে নাথাকিম? (৮) কি হমগৈ। (৯) কি ৰূপ হ্ব? (১০) কি ৰূপৰ অৱস্থাৰ পৰা কি ৰূপৰ অৱস্থালৈ পৰিবৰ্ত্তিত হ্ব। (১১) মই বৰ্ত্তমানত আছোঁ নে কি? (১২) নে নাই? (১৩) কি হৈ আছোঁ? (১৪) কি ৰূপত আছোঁ? (১৫) ক'ৰ পৰা আহিছোঁ? (১৬) কলৈ যামগৈ? - এই দৰে এই ষোল প্ৰকাৰৰ সংশয় কৰ্ম্ম-বিবৰ্ত্ত আৰু বিপাক-বিবৰ্ত্তনৰ যোগেদি 'নাম-ৰূপ' পৰ্য্যবেক্ষণ কৰি তেওঁ ভাৱনাৰ দ্বাৰা পৰিশুদ্ধি লাভ কৰে। এই দৰে 'প্ৰত্যয়' জ্ঞানত তিনি কালৰ সংশয়ৰ পৰা উত্তীৰ্ণ হোৱাৰ নাম 'কঙক্ষা-উত্তৰণ' বিশুদ্ধি।

৫। পঞ্চম স্তৰ - মাৰ্গামাৰ্গ জ্ঞান-দৰ্শন বিশুদ্ধি।

'নাম-ৰূপ'ৰ তিনিকালৰ সংশয় বিমুক্তিৰ বিশুদ্ধ জ্ঞান লাভ কৰাৰ পাচত ধ্যানীয়ে পৰ্য্যায় অনুসাৰে নাম ৰূপৰ অনিত্যতা, দুঃখময়তা আৰু অনাত্মতা - এই তিনি লক্ষণৰ



ওপৰত ভাৱনা কৰে। তেওঁ বুজিব পাৰে যে 'নাম-ৰূপ' ক্ষয় স্বভাৱ আৰু 'বিপৰি নাম' ধৰ্মী অৰ্থাৎ বেলেগ অৱস্থা প্ৰাপ্ত হয়, গতিকে অনিত্য। অনিত্য ধৰ্ম্মীয়ে বৰ্ত্তমানৰ 'নাম-ৰূপ' হেৰাব বুলি ভয় কৰে; এই কাৰণে দুঃখ হয়। আকৌ এই 'নাম-ৰূপ' প্ৰত্যয় উৎপন্ন, স্বাৱলম্বনহীন আৰু আহাৰ সাপেক্ষে অৰ্থাৎ আহাৰৰ ওপৰতহে বৰ্ত্তি থাকে, গতিকে অনাত্ম। তেওঁ এনে ভাৱে 'সংমৰ্শন জ্ঞান' যে ক্ষয়ুস্নু, অনিত্য এই যুক্তি পূৰ্ণ চিন্তা-জাত জ্ঞান লাভ কৰে। তাৰ পাছত তেওঁৰ ভাৱনাত 'নাম-ৰূপ'ৰ উৎপত্তিশীল আৰু বিলয়শীল প্ৰবাহ দেখা যায়। হেতুৰ উৎপত্তিতে ইয়াৰ উৎপত্তি আৰু হেতুৰ নিৰোধত ইয়াৰো নিৰোধ হয়। ইয়াক 'উদয়-ব্যয়' জ্ঞান বোলা হয়। এই 'উদয়-ব্যয়' জ্ঞান ভাবনা কৰোঁতে এদিন তেওঁ দেখা পায় যে তেওঁৰ গাৰ পৰা 'অবভাস' জ্যোতি বিস্তাৰিত হৈছে। তেতিয়া তেওঁ এক অভূত পূৰ্ব অৰ্থাৎ আগতে আস্বাদ নোপোৱা অভিনৱ 'প্ৰীতি' 'সুখ' আৰু দেহ-মনৰ প্ৰশান্ত ভাবৰ 'শান্তি' অনুভৱ কৰে। স্মৃতি আৰু অন্তৰ্দৃষ্টিও অসাধাৰণ ভাৱে তীব্ৰ হয়। এই 'অৱভাস' আদি দৰ্শনত তেওঁ আচল ধৰ্ম্ম মাৰ্গ লাভ কৰা বুলি আৰু 'অৰ্হত্ব' প্ৰাপ্ত হৈছে বুলি ভাৱে। পাচত গুৰুৰ উপদেশ শুনি তেওঁ বুজে যে এই সূক্ষ্ম তৃষ্ণা তেওঁৰ মহাজ্ঞানৰ প্ৰতিবন্ধক আৰু সাময়িক ভুলহে মাথোন আৰু তেওঁ এতিয়াও অৰ্হত্ব লাভ কৰা নাই। তেতিয়া পুনৰ প্ৰচেষ্টা চলায়। এনেদৰে তেওঁ শুদ্ধ আৰু অশুদ্ধ মাৰ্গৰ প্ৰভেদ উলিয়াবৰ চেষ্টা কৰে। তেতিয়া তেওঁ দৃষ্টি বিশুদ্ধি হ'লে 'দুঃখ-সত্য', কঙক্ষাবিতৰণ বিশুদ্ধিত 'সমুদয় সত্য' আৰু মাৰ্গামাৰ্গ জ্ঞান-দৰ্শন বিশুদ্ধিত 'মাৰ্গ সত্য' জ্ঞান লাভ কৰে।

৬। ষষ্ঠ স্তৰ হ'ল - প্ৰতিপদ জ্ঞান- দৰ্শন বিশুদ্ধি।

ধ্যানীয়ে শুদ্ধ মাৰ্গ প্ৰত্যক্ষ কৰাৰ পাচত তেওঁ 'নাম-ৰূপ'ৰ (১) 'উদয়ব্যয়' জ্ঞানৰ ওপৰত অধিক ভাৱনা কৰি দেখে যে এই দুই স্বভাৱ - উদয় আৰু ব্যয় - লক্ষণৰ ভিতৰত 'ভৱ' বা 'উদয়'তকৈ 'ব্যয়' বা 'পৰিবৰ্ত্তন' বেচি দৃষ্টি হয়। এই কাৰণে তেওঁ (২) 'ব্যয়' জ্ঞানৰ ওপৰত ভাৱনা কৰে। এই 'ব্যয়' বা ভঙ্গ' হোৱা বস্তুবিলাক কিমানযে ভয় লগা, এনে ধৰণৰ 'ভঙ্গ' জ্ঞানৰ উদয় হয়। তেওঁৰ অন্তৰত ইয়াৰ ভয়ঙ্কৰতা সম্বন্ধে জ্ঞানৰ সঞ্চাৰ হয়। তেওঁ দেখে যে গোটেই বিশ্বখন যেন এটা জ্বলি থকা অগ্নি কুণ্ড। কামলোক, ৰূপ-লোক আৰু আৰূপ-লোক যেন এটি এটি মহাবিপদৰ উৎস। এই (৪) 'ভয়জ্ঞান'ৰ উদয় হোৱাৰ পাছত তেওঁ ভাৱনা কৰি (৪) 'আদীনৱ' জ্ঞান অৰ্থাৎ এই ভয়াবহ আৰু হিংস্ৰ পৃথিৱীৰ অসাৰতা দেখি আগতে উৎপন্ন নোহোৱা বিপৰীত ভাব গ্ৰহণ কৰে। অৰ্থাৎ লোকীয় ভাব এৰি বিপৰীত ভাৱ 'লোকোত্তৰ' (নিৰ্বান) লাভৰ উপায় পৰিজ্ঞাত কৰে; আৰু জ্ঞানৰ উদয় হয়। তেতিয়া তেওৰঁ মন বিৰাগেৰে পৰিপূৰ্ণ হয় আৰু (৬) 'নিৰ্বেদ' জ্ঞানৰ উদয় হয়। বিৰাগ বা নিৰানন্দ স্বভাৱেই হৈছে নিৰ্বেদ বা উৎকণ্ঠাৰ নামান্তৰ। (চাৰি আৰ্য্যসত্যৰ তৃতীয়টোত দুঃখ নিৰোধ আৰ্য্য সত্য'ত 'বিৰাগ' শব্দ বিশেষ মন কৰিব লগীয়া)। এই জ্ঞান লাভ কৰি অনাসক্ত ধ্যানীয়ে বহিৰ্জগতৰ কাম্য বস্তুত মুগ্ধ নহৈ যাৱতীয় সংস্কাৰৰ পৰা মুক্ত হবৰ কাৰণে ব্যাকুল হয়। তেতিয়া তেওঁ (৭) মুক্তি কাম্যতা জ্ঞান লাভ কৰে। এই জ্ঞানেৰে যোগীয়ে 'ত্ৰিলক্ষন' (অনিত্য, দুঃখ আৰু অনাত্ম)ৰ ওপৰত ধ্যান কৰে আৰু সংস্কাৰ সমুহৰ পৰা মুক্তিৰ উপায় নিৰ্দ্ধাৰণ কৰে। তেতিয়াই তেওঁৰ (৮) 'প্ৰতিসংখ্যা'

জ্ঞানৰ ভিতৰত ত্ৰিলক্ষন জ্ঞানৰ বিকশিত হয়। লগে লগেই তেওঁৰ সংস্কাৰ নিমিত্ত আৰু সংস্কাৰ প্ৰবৰ্ত্ত (পুনৰ্জন্ম) বিৰহিত জ্ঞানৰ উদয় হয়। এই সময়ৰ পৰা তেওঁৰ চিত্ত সকলো সংস্কাৰৰ পৰা উদাসীন হৈ(৯) 'সংস্কাৰ উপেক্ষা' জ্ঞানৰ উদয় হয়। এই জ্ঞানকে 'স্ৰোতাপত্তি' গামিনী প্ৰজ্ঞাও বোলে। এই জ্ঞানত সুপ্ৰতিষ্ঠা কৰি ধ্যানীয়ে নিজৰ 'লোকোত্তৰ' জ্ঞানৰ উপযোগী কৰি তোলে। চিত্তৰ এই মাৰ্গ- উপযোগী আৰু মাৰ্গ-অনুকূল হৈ পৰা অৱস্থাই 'অনুলোম' জ্ঞান। এই জ্ঞান 'লোকীয় বিদৰ্শনৰ' চৰম অৱস্থা। উদয়-ব্যয় জ্ঞানৰ পৰা সংস্কাৰ উপেক্ষা জ্ঞান পৰ্য্যন্ত নিজ নিজ কাৰ্য্য সাধনত সাতত্ৰিশ বোধিপক্ষীয় ধৰ্ম্ম (৪৯) হৃদয়ঙ্গম কৰা অনুকূল। সেয়েহে ইয়াক 'অনুলোম' জ্ঞান বোলা হয়।

৭। সপ্তম স্তৰ হ'ল জ্ঞান-দৰ্শন বিশুদ্ধি।

অনুলোম জ্ঞান পোৱাৰ পাচত ধ্যানীয়ে ত্ৰিলক্ষণ (অনিত্য, দুঃখ আৰু অনিত্য)ৰ যি কোনো এটা লক্ষণ লৈ তাক আৰু দকৈ ভাবনা কৰি অন্তৰ্দৃষ্টিৰ উৎকৰ্ষ সাধন কৰিবলৈ লয়। তাতেই ধ্যানীয়ে জীৱনত প্ৰথম 'নিৰ্বাণ' উপলব্ধি কৰে। তেওঁ 'স্ৰোতাপন্ন' ফল প্ৰাপ্ত হয়। তেওঁ অনুভৱ কৰা চিন্তা ধাৰা এনে ধৰণৰ হয় -

(১) *পৰিকৰ্ম্ম ধ্যান* - ( উৎপত্তিৰ পূৰ্ববাৱস্থা বা তাৰ বাবে প্ৰস্তুত হোৱা);

(২) উপচাৰ ধ্যান - (সমীপবৰ্ত্তী চিত্তৰ ধ্যান);

(৩) অনুলোম ধ্যান - (পৰিস্ফুত চিত্তৰ মাৰ্গ উপযোগী আৰু মাৰ্গৰ অনুকূল অৱস্থা);

(৪) গোত্ৰভূ ধ্যান - ('পৃথকজন' গোত্ৰ অৰ্থাৎ সাংসাৰিক 'লোকীয়' গোত্ৰ পৰিত্যাগ কৰি 'লোকোত্তৰ' গোত্ৰত আবৰ্ত্তিত নিৰ্বাণ আলম্বন গ্ৰহন কৰা চিত্ত অৱস্থা)।

এই চিত্ত লোকোত্তৰ চিত্ত; নিৰ্বাণ মুখী স্ৰোতত পতিত চিত্ত। এয়েই 'স্ৰোতাপত্তি' মাৰ্গ চিত্ত। এই চিত্তৰ, অপায় গতি নিৰুদ্ধ হৈ 'সুগতি' সুনিশ্চিত হয়। এই কাৰনে 'স্ৰোতাপত্তি চিত্ত' সম্বোধি পৰায়ন।

এই মাৰ্গ অনুভৱেদি পোৱা চিত্তজ্ঞানে যেতিয়া বিভিন্ন স্তৰৰ মাজেদি গৈ সম্যক জ্ঞান উপলব্ধি কৰে, তাকেই 'জ্ঞান-দৰ্শন বিশুদ্ধি' বোলে। এই লোকোত্তৰ চিত্তৰ ক্ৰমোন্নতিৰ চাৰিটি অৱস্থা বা স্তৰ হ'ল - (১) স্ৰোতাপত্তি, (২) সকৃদাগামী (৩) অনাগামী আৰু (৪) অৰ্হত। চিত্তৰ ক্লেশ সমুহক ক্ষয় কৰি কৰি ক্ৰমোন্নতিৰ পথত অগ্ৰসৰ হোৱা উপায়েই 'মাৰ্গ'। এই 'মাৰ্গ' মানে 'উপায় অনুশীলনত ৰত' অৱস্থা। 'স্ৰোতাপত্তি মাৰ্গৰ অৰ্থ হ'ল 'লোকোত্তৰ চিত্ত'ৰ উপায় অনুশীলনৰ দ্বাৰা মাৰ্গ-সোঁতত পৰাৰ অৱস্থা। এই মাৰ্গৰ ধ্যানৰ ফল লাভ হলেই 'স্ৰোতাপত্তি ফল ' প্ৰাপ্ত অৱস্থাৰ ধ্যানী হয়। এই 'স্ৰোতাপত্তি ফল প্ৰাপ্ত ধ্যানীজনে 'সুগতি ভূমি'ত সাত বাৰ জনম লৈ তেওঁৰ অন্তৰ্দৃষ্টিৰ উৎকৰ্ষ সাধন কৰি নিৰ্বাণ প্ৰাপ্ত হয়। যদিহে এই স্ৰোতাপত্তি ধ্যানীয়ে ধ্যান অনুশীলনৰ দ্বাৰা উৎকৰ্ষ সাধন কৰিব পাৰে, তেতিয়া তেওঁ সেই একে জীৱনতেই 'অৰ্হত' ফল পাব পাৰে।

---

(৪৯)



লোকোত্তৰ চিত্তৰ পাচৰ শ্ৰেণী হ'ল (২) 'সকৃদাগামী মাৰ্গ' আৰু সকৃদাগামী ফল প্ৰাপ্ত ধ্যানী। 'সকৃৎ' মানে সংসাৰলৈ মাথোন এবাৰহে আগমন কৰোতা আৰু সেই জনমতেই নিৰ্বাণ প্ৰাপ্ত হোৱা ধ্যানী।

যি লোকোত্তৰ চিত্তৰ কাম-ৰাগ আৰু ব্যাপাদ (দ্বেষ) সম্পূৰ্ণ ভাৱে ধ্বংস হৈ গৈছে, সেই ধ্যানী চিত্তৰ ব্যক্তিয়ে এই কাম লোকত পুনৰ জন্ম গ্ৰহণ নকৰে। তেনে ধ্যানী (৩) অনাগামী মাৰ্গ আৰু অনাগামী ফল প্ৰাপ্ত হয়। তেওঁ 'ৰূপ-লোক' (ব্ৰহ্ম লোক)ৰ পৰাই নিৰ্বাণ প্ৰাপ্ত হয়।

তাৰ পাছ ত 'অৰ্হত' মাৰ্গ অনুশীলনত যদি ধ্যানীয়ে শ্ৰদ্ধা আদি বোধিপক্ষীয় ধৰ্ম্মত পটুতম হয়, তেতিয়া তেওঁৰ সকলো পাপ ধৰ্ম্ম, সকলো ক্লেশৰ মূল চিন্ন হয়, হত বা নাশ হয়, তেনে ধ্যানীক (৪) অৰ্হত্ব ফল প্ৰাপ্ত বুলি কোৱা হয়। তেনে ধ্যানীৰ পুনৰ্জন্ম ৰহিতহৈ যায়। তেঁৱেই ব্ৰহ্মচৰ্য্য জীৱন যাপন কৰি ধ্যানৰ সকলো কৰণীয় কাৰ্য্য সম্পন্ন কৰোতা। ইয়াৰ ওপৰত কৰণীয় একো নাই। এয়েই 'অনুত্তৰ', এয়েই 'লোকোত্তৰ', এয়েই শান্তি, মুক্তি, 'নিৰ্বাণ'।

# পঞ্চম অধ্যয়

## সংক্ষেপ পৰ্য্যালোচনা

## ভগবান বুদ্ধ

খৃঃপূঃ ৬২৩ চনত সিদ্ধাৰ্থ গৌতম শাক্য বংশৰ ৰাজকুমাৰ হিচাপে জন্মগ্ৰহণ কৰিছিল। তেওঁ অতি বিলাসৰ মাজত ডাঙৰ দীঘল হৈছিল। তেওঁ ৰাজকুমাৰৰ উপযুক্ত শিক্ষা পাইছিল। সংসাৰৰ মানৱ হিচাপে তেওঁ বিয়াও কৰিছিল আৰু এজন পুত্ৰ লাভো কৰিছিল। বিলাসৰ মাজতে তেওঁৰ চিন্তাশীল মনে সংসাৰৰ দুঃখ দৈন্যৰ স্বৰূপো অনুভৱ কৰিছিল। সেই দুখৰ পৰা সাৰিবৰ উপায় বিচাৰি সংসাৰ ত্যাগ কৰি সন্যাসী হৈছিল। তাৰ বাবে কঠোৰতম তপস্যা কৰিছিল। তপস্যাৰ শাৰীৰিক কষ্টত তেওঁৰ শৰীৰ কঙ্কাল মাত্ৰ হ'ল। কিন্তু সেই ব্যৱস্থাৰে তেওঁ সত্যৰ সন্ধান নাপালে। সংসাৰ-বিলাস আৰু কঠোৰ তপস্যাৰ অসাৰ্থকতাক বুজি তেওঁ মধ্যম পন্থা অনুসৰন কৰিলে। সেই পথেদিয়ে তেওঁ বিচাৰি ফুৰা 'বুদ্ধত্ব' জ্ঞান লাভ কৰিলে। তাৰ পাচত সুদীৰ্ঘ পঞ্চলিশ বছৰ কাল তেওঁ নিজে লাভ কৰা ধৰ্ম্মক প্ৰচাৰ কৰিলে আৰু সেই নতুন ধৰ্ম্ম বিপুল ভাবে প্ৰসাৰিত হ'ল। পূৰ্ন আশী বছৰ বয়সত তেওঁ ইহলীলা সম্বৰণ কৰি পৰিনিৰ্বাণ লাভ কৰে।

বুদ্ধদেৱ মানৱ আছিল। তেওঁ মানুহ হিচাবে জন্মগ্ৰহণ কৰিছিল, মানুহ হিচাপে জীৱিত আছিল আৰু মানুহ হিচাবে মৃত্যু বৰণ কৰিছিল। মানৱ স্বৰূপেই হলেও তেওঁৰ অসাধাৰণ জ্ঞানৰ কাৰণে তেওঁক ব্ৰাহ্মণ্য ধৰ্ম্মত বিষ্ণুৰ অৱতাৰ বুলিও মানে। কিন্তু তেওঁ কেতিয়াও নিজক 'দেৱতা' বুলি কতো প্ৰকাশ কৰা নাই বা তেনে চিনো দিয়া নাছিল অথবা 'ত্ৰাণ-কৰ্ত্তা' বুলিও কোৱা নাছিল। তথাপি তেওঁ বহু অগণন দুঃখ পীড়িত সত্ত্ব জনক নিজৰ

প্ৰভাৱত 'নিৰ্বাণ'ক প্ৰত্যক্ষ কৰাইছিল। তেওঁ নিজৰ শিষ্য সকলক কৈছিল যে তেওঁ 'দেৱ-মনুষ্যৰ শাস্তা' ('সথা দেৱা-মনুস্সা নাম্) অৰ্থাৎ 'দেৱ -মনুষ্যৰ শিক্ষক' হে। তেওঁৰ প্ৰদৰ্শিত পন্থাৰে অনুসৰণ কৰি শিষ্য সকলে নিজৰ মুক্তিৰ বাবে নিজৰ ওপৰতেই নিৰ্ভৰ কৰি চলিব লাগিব, নিজেইহে চেষ্টা কৰিব লাগিব ('আত্ম - দীপ')। কিয়নো নিজৰ কৃতকৰ্ম্মৰ কুশলতা বা অকুশলতাৰ বিপাক নিজৰ চেতনা বা কৰ্ম্মৰ ওপৰতেই নিৰ্ভৰ কৰে। বুদ্ধদেৱ আৰু তেওঁৰ শিষ্যৰ সম্বন্ধেও শিক্ষক আৰু ছাত্ৰৰ মাজৰ সম্বন্ধৰ সদৃশহে আছিল। শিক্ষকে শিক্ষাদি পৰীক্ষাত উত্তীৰ্ণ হবৰ কাৰণে পথ দেখুৱায়, পৰীক্ষাত উত্তীৰ্ণ হবৰ কাৰণে কৰা চেষ্টাখিনি ছাত্ৰৰ নিজৰহে কৰ্ত্তব্য।

নিজৰ মুক্তিৰ কাৰণে আনৰ ওপৰত নিৰ্ভৰ কৰা নেতিবাচক। 'সম্যক-দৃষ্টি'ৰে আত্ম-নিৰ্ভৰ শীল হোৱাহে ইতিবাচক কাৰ্য্য। আত্ম-উৎকৰ্ষ বা নিজৰ চেষ্টাৰ বলতেই নিজৰ মুক্তি নিৰ্ভৰ কৰে। গৌতম বুদ্ধদেৱে নিজেই নিজৰ সাধনাৰে সেই পথ দেখুৱাই গৈছে। অতীত বুদ্ধ দীপঙ্কৰৰ দিনত, সুমেধা মুনিয়ে প্ৰাৰ্থনা কৰি বৰ পাইছিল যে ভবিষ্যতত তেওঁ 'বুদ্ধ' হব। সেই জীৱনৰ পৰাই সুমেধা মুনিয়ে চাৰি অসংখ্যেয় আৰু লক্ষ জীৱন, কল্প কল্প কাল অতিবাহিত কৰিলে। এই কাল ছোৱাৰ ভিতৰত তেওঁ পুনঃ পুনঃ জনম লৈ নিজৰ 'শ্ৰদ্ধা'ৰ বলত 'দহ পাৰমীতা' পূৰ্ণ কৰি শেষ জীৱনত সিদ্ধাৰ্থ গৌতমৰূপে জন্ম গ্ৰহণ কৰিছিল। নিজৰ চেষ্টাৰ বলতেই বোধিসত্ত্ব গৌতমে 'বোধি' প্ৰাপ্ত হৈ 'সম্যক-সম্বুদ্ধ' হৈছিল।

তেওঁ অকলেহে বুদ্ধত্ব প্ৰাপ্ত হব পাৰিছে বুলি দাবী কৰাও নাই। তেওঁৰ প্ৰদৰ্শিত মাৰ্গ অনুসৰি চলিলে যি কোনোৱেই তেওঁৰ দৰে সেই শীৰ্ষ অৱস্থা পাব পাৰিব বুলিহে দেখুৱালে। তেওঁ কাকো পাপী বুলি নিন্দা কৰা নাই। বৰঞ্চ তেওঁ কয় যে সকলোৱে চিত্ত পৱিত্ৰ; কিন্তু নিজৰ অবিদ্যাৰ (মোহান্ধ)ৰ গুণতহে বাহ্যিক আলম্বনৰ বাবে কৰা তৃষ্ণাই নিজৰ চিত্তক দুষিত কৰে। বুদ্ধদেৱৰ জীৱন আদৰ্শই বোধিসত্ত্বৰ আদৰ্শ হব লাগে আৰু প্ৰত্যেকেই নিজক সম্ভাৱনীয় বোধিসত্ত্ব বুলি গঢ়ি তুলিব পাৰে। এই আত্মকেন্দ্ৰিক সংসাৰত তেওঁ জগত বাসীক নিস্বাৰ্থ আৰু ত্যাগৰ মহান আদৰ্শৰ শিক্ষা দিছিল। নিজে ৰাজপুত্ৰ হৈয়ো অতুল ৰাজ ঐশ্বৰ্য্য ত্যাগ কৰি অনাগাৰিক ভিক্ষুৰ জীৱন যাপন কৰিছিল। তেওঁ জাতিভেদৰ বিৰুদ্ধে উঠিছিল আৰু মানৱ জাতিক সাম্যতাৰ আদৰ্শ দেখুৱাইছিল। তেওঁ উচ্চ বা নীচ জাতিবৰ্ণ নিৰ্বিশেষে ভিক্ষুসংঘত সুমুৱাই তেওঁৰ গণতান্ত্ৰিক ভিক্ষুসংঘ আৰু ভিক্ষুণী-সংঘ প্ৰতিষ্ঠা কৰিছিল। তেওঁৰ শিষ্য সকলক তেওঁৰ প্ৰতি বা তেওঁৰ ধৰ্ম্মৰ প্ৰতি দাসত্ব ভাৱেৰে মানি চলাত অনুমোদন নকৰিছিল। বৰঞ্চ নিজৰ বিবেক যুক্তিৰে চিন্তা কৰি সম্যক দৃষ্টিৰে তেওঁৰ ধৰ্ম্ম গ্ৰহণ কৰিবলৈ উপদেশ দিছিল। সেই কাৰণে 'বেদিতবেবা বিঞ্ঞূহীতি'; অৰ্থাৎ বিজ্ঞজনেহে বুজিব পাৰে বুলি কৈছিল।

'কালাম সূত্ৰ'ত (অঙ্গোত্তৰ নিকায়) বুদ্ধদেৱে কৈছে যে 'তুমি যি শুনা, তাক সতকাই বিশ্বাস নকৰিবা। বহুজনে কৈছে বুলিও যি কোনো জনৰবকো বিশ্বাস নকৰিবা। বহুদিনীয়া পুৰণি কোনো ঋষি-মুনিয়ে লিখি থৈ গৈছে বুলিয়েই যি কোনো উক্তিকো বিশ্বাস নকৰিবা। অনুমানিক যি কোনো বস্তুকো বিশ্বাস নকৰিবা। তোমাৰ শিক্ষাগুৰু আৰু জ্যেষ্ঠজনে কৰ্তৃত্বৰে কৈছে বুলিয়ে তাকো বিশ্বাস নকৰিবা। মনোযোগ পুৰবৰ্ক নিৰীক্ষণ আৰু বিশ্লেষণ কৰাৰ



পাচত যদি কোনো কথা তোমাৰ বিবেচনা যুক্তিৰে সৈতে একে হয় আৰু বহু জনৰ সুখৰ কাৰনে বহুজনৰ হিতৰ কাৰনে হয়, তেন্তে তাক গ্ৰহন কৰিবা আৰু সেই নিয়ম মানি চলিবা।' তেওঁ আৰু কৈছিল যে আন হিতকাৰী ত্ৰানকৰ্ত্তাৰ নামতঅথবা কোনোবা অলিক দেৱতাৰ ওচৰত নিৰুত্তৰ প্ৰাৰ্থনা কৰি বা অৰ্থহীন জীৱ বলিৰে যাগযজ্ঞ কৰি পৰজন্মৰ কাৰণে সুখ বিচৰা অনৰ্থক। ইয়াৰ পৰাই ধাৰণা কৰা হয় যে বুদ্ধদেৱে কোনো সৰ্বৰ্শক্তিমান সক্ৰীয় দেৱতা বা ঈশ্বৰ আছে বুলি বিশ্বাস নকৰিছিল।

সাধাৰণতে বিশ্বব্ৰহ্মাণ্ডখন সৰ্বশক্তিমান 'ঈশ্বৰে' স্ৰজন কৰিছে বুলি বিশ্বাস কৰে। বুদ্ধদেৱৰ মতে ই এটা প্ৰাকৃতিক বা নৈসৰ্গিক নিয়ম; কোনো দেৱতা বা ঈশ্বৰে সৃজন কৰা নহয়। তেওঁ পাচটা প্ৰাকৃতিক নিয়মৰ কথা কয়। তাৰ মাজেৰেই বিশ্বব্ৰহ্মাণ্ডখন কাৰ্য্য-কাৰণ অনুসৰি বৰ্ত্তি থাকে। এই পাচটা নিয়ম হ'ল -

১। কৰ্ম্ম নিয়ম ঃ- এই নিয়ম মতে লোকীয় সত্ত্ববিলাকৰ কুশল আৰু অকুশল কৰ্ম্মৰ নিৰ্দ্ধাৰন হয়। কুশল কৰ্ম্মফল কুশল; অকুশল কৰ্ম্মফল অকুশল; আৰু (অব্যক্ত) কৰ্ম্মৰ ফল কুশল ও নহয় অকুশল ও নহয়, সান মিহলি।

২। বীজ নিয়ম ঃ- ই হ'ল প্ৰাকৃতিক গছ-গছনিৰ নিয়ম। আমৰ গুটিৰ পৰা আম হব; ধানৰ গুটিৰ পৰা ধান হব ইত্যাদি।

৩। ঋতু নিয়ম ঃ- প্ৰকৃতিক ঋতু গ্ৰীষ্ম, বৰ্ষা, বতাহ, পানী আদি প্ৰাকৃতিক নিয়মৰ অধীন।

৪। চিত্ত নিয়ম ঃ-ই চিত্ত আৰু চেতসিকৰ কুশল-অকুশল গুণ সম্পন্ন সমুহীয়াভাৱে কৰা চেতনা। কুশল বা অকুশল মুলৰ হেতু সংলগ্ন চিত্তই কৰ্ম্মৰ অনুপ্ৰেৰণা যোগায় আৰু কৰ্মৰ ফল বা বিপাক আনে।

৫। ধৰ্ম্ম নিয়ম ঃ- চন্দ্ৰ-সুৰ্য্য, তৰা, গ্ৰহ-নক্ষত্ৰৰ উৎপত্তি, প্ৰকৃতিৰ অদ্ভুত ঘটনা সমুহ যেনে মধ্যাকৰ্ষণ শক্তি, ভূমিকম্প, বোধিসত্ত্ব আগমনৰ সময়ত হোৱা প্ৰাবৃতিক অদ্ভুত ঘটনা আদি।

এই পাচটা নিয়মৰ ভিতৰত কিছুমান নিয়ম, যেনে- বীজ নিয়ম, ঋতু নিয়ম আৰু ধৰ্ম্মনিয়মৰ ওপৰত মানুহৰ হাত নাই। কিন্তু কৰ্ম্মনিয়ম আৰু চিত্ত নিয়মৰ ওপৰত মানুহৰ হাত আছে। নিজৰ চিত্তক দমন কৰি সুকৰ্ম্মেৰে সুফল, আনকি নিৰ্বান প্ৰাপ্ত হব পাৰি। সম্যক্ দৃষ্টিৰে, বিচাৰ যুক্তিৰে, বহুজনৰ হিতৰ কাৰণে বহুজনৰ সুখৰ কাৰনে বুদ্ধদেৱে চিত্ত নিয়ম আৰু কৰ্ম্ম নিয়মক বিশ্লেষন কৰি দেখুৱাইছে আৰু নিজেও সেই মতে চলি তাৰ আদৰ্শ দেখুৱাই থৈ গৈছে।

বুদ্ধদেৱৰ আদৰ্শ আৰু শান্তনা বানীয়ে শোকাভিভূত জনাক শান্তনা দিছিল। তেওঁ পৰিত্যক্ত বেমাৰীক শুশ্ৰষা কৰিছিল। অৱহেলিত দুঃখীয়াক সহায় কৰিছিল। মোহাচ্ছন্নক মোহমুক্ত কৰিছিল। অপৰাধীৰ দুখীত জীৱনক শুধৰাইছিল। নিৰ্বলীক উৎসাহ দিছিল। অনৈক্যক একতাৰ গাঠনিৰ মাজলৈ আনিছিল। অজ্ঞজনক মন-চকুৰ জ্ঞান বিলাইছিল। গুঢ়-তত্ত্ব অন্বেষী জনক সম্যক জ্ঞান দিছিল। নীচ জনক উন্নীত কৰিছিল। মহান জনক গৌৰবান্বিত কৰিছিল। স্বেচ্ছাচাৰী ৰজা, ন্যায় পৰায়ন ৰজা,বিখ্যাত আৰু অবিখ্যাত কোঁৱৰ,

ৰাজ বিষয়া, দানী অথবা কৃপন কোটিপতি সদাগৰ, অহঙ্কাৰী আৰু নম্ৰ পণ্ডিত, অনাথ দৰিদ্ৰ, নিপীড়িত শূদ্ৰ, গৰ্হিত হত্যাকাৰী, অৱহেলিত গনিকা ইত্যাদি সকলোৱে বুদ্ধদেৱৰ জ্ঞান-গৰ্ভ উপদেশ আৰু করুণাৰ দ্বাৰা উপকৃত হৈছিল।

বুদ্ধদেৱৰ শিক্ষাই যি অঞ্চললৈকে ভেদ কৰিছিল, সেই সেই দেশৰ মানুহৰ চৰিত্ৰত তাৰ প্ৰভাৱ পৰিছিল। তাৰ পৰিনামত চীন, জাপান, কোৰিয়া, তিব্বত, ভিয়েতনাম, লাও, কম্বোডিয়া, থাইলেণ্ড, বাৰ্ম্মা(ম্যানমাৰ), শ্ৰীলঙ্কা, নেপাল আদি দেশত ভাৰতীয় বৌদ্ধ সভ্যতা গঢ়ি উঠিছিল। বৰ্ত্তমান যুগত ইউৰোপ, আমেৰিকালৈকো বিস্তাৰিত হৈছে। বুদ্ধদেৱৰ অপ্ৰমেয় জ্ঞান আৰু অহিংসাৰ বানী আজি পৃথৱীৰ প্ৰায় এক পঞ্চমাংশ লোকে মানি চলে আৰু বুদ্ধদেৱক 'শাস্তা' বুলি মানে।

ভাৰতীয় দাৰ্শনিক ড° সৰ্বপল্লী ৰাধাকৃষ্ণনে বুদ্ধদেৱক গভীৰ প্ৰশংসা কৰি কৈছিল, 'মানৱ জাতিৰ জীৱন আৰু চিন্তাধাৰাত আধিপত্যৰ প্ৰভাৱ পেলাব পৰা ব্যক্তিৰ ভিতৰত গৌতম বুদ্ধ অদ্বিতীয়। পৃথিৱীত তেওঁৰ দৰে কোনো 'শাস্তা'ও নাই আৰু তেওঁ ৰ দৰে দেৱতুল্য কোনো ধৰ্ম্মগুৰুও নাই'।

**ধৰ্ম্ম**

বুদ্ধদেৱৰ দিনত ভাৰতৰ ধৰ্ম্মসাধনাত এটা বিপ্লৱৰ সোঁত বৈছিল। বৈদিক ৰীতি-নীতি, ক্ৰিয়া-কলাপে দেশ খলকিত কৰিছিল। যজ্ঞ অনুষ্ঠানৰ নামত যজ্ঞভূমি পশুৰ তেজেৰে প্লাৱিত হৈছিল। বৈদিক অনুষ্ঠানৰ যোগেদিয়েই ৰাজ ক্ষমতা আৰু ধনাগম হৈছিল। স্বাস্থ্য, ইহলোক আৰু পৰলোকৰ সুখ শান্তিৰ বাবেই যজ্ঞই একমাত্ৰ পথ বুলি বিবেচিত হৈছিল। কিন্তু বুদ্ধদেৱে এনে ধৰনৰ ক্ৰিয়া-কাণ্ডই ইহলোকত সাময়িক সুখহে দিব পাৰে, কিন্তু চিৰস্থায়ী শান্তি আনি দিব নোৱাৰে বুলি প্ৰকাশ কৰিছিল।

বুদ্ধদেৱে নৈতিক চৰিত্ৰৰ আৰু দাৰ্শনিক নীতিৰ আধাৰত যি ধৰ্ম্মনীতি প্ৰচলন কৰিছিল, তাকে 'ধৰ্ম্ম' বোলে। সাধাৰণতে ইয়াক 'বৌদ্ধধৰ্ম্ম' বুলিয়েই জনাজাত।

এই ধৰ্মৰ ব্যাখ্যা আৰু বিশ্লেষন কৰাৰ দৰে পৃথিৱীৰ কোনো একক ধৰ্ম্মত কৰা হোৱা নাই। এই ধৰ্ম্মৰ পৰিয়ত্তি ধৰ্ম্ম (সাধাৰণ লোকৰ প্ৰতিপাল্য ধৰ্ম্ম) আৰু লোকোত্তৰ ধৰ্ম্ম (আৰ্য্য অষ্টাঙ্গিক মাৰ্গ আৰু নিৰ্বান) এই দুই বিধতে বিশ্লেষন কৰি দেখুৱাইছে। কাম, ক্ৰোধ আৰু মোহ ত্যাগ কৰা লোকেহে এই মাৰ্গ স্বয়ং দেখে, স্বয়ং দ্ৰষ্টব্য। গতিকে 'আহা, নিজে দেখাহি, স্বয়ং দেখাৰ যোগ্য' বুলি কবৰ যোগ্য। বিজ্ঞ সকলেহে ইয়াক নিজে বুজিব পাৰে, মাৰ্গ লাভ কৰিব পাৰে। নিজে বাস্তৱিক ক্ষেত্ৰত লোকোত্তৰ ধৰ্ম্ম প্ৰয়োগ নকৰিলে নিৰ্বান বিমুক্তি পাব নোৱাৰে। গুৰু নিজে নিৰ্বান প্ৰত্যক্ষ কৰিলে শিষ্য মুক্তি নাপায়। প্ৰত্যেকে নিজে ভাৱনা কৰিব লাগিব; এয়া হ'ল বিজ্ঞৰ কাম। অজ্ঞৰ দ্বাৰা এনে সাধন অসাধ্য।

বুদ্ধদেৱে কৈছিল যে যি ধৰ্ম্ম বিনয়ত আৰ্য্য অষ্টাঙ্গিক মাৰ্গৰ অস্তিত্ব আছে, সেই ধৰ্মত প্ৰথম, দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ শ্ৰেণীৰ শ্ৰমনও আছে অৰ্থাৎ স্ৰোতাপ্ৰত্তি, সকিদাগামী, অনাগামী আৰু অৰ্হত এই চাৰি শ্ৰেণীৰ শ্ৰমন থাকিব। বুদ্ধদেৱে প্ৰচাৰ কৰা ধৰ্ম্মৰ বাহিৰে আন ধৰ্ম্মত এনে শ্ৰমন নাই। কিয়নো বোধিসত্ত্ব গৌতমে ঋষি আলাৰ কালাম আৰু রুদ্ৰিকৰ তলত তপস্যা কৰোতে এই চাৰি শ্ৰেণীৰ শ্ৰমনৰ কথা উল্লেখ কৰা নাছিল অথবা



বুদ্ধদেৱৰ দিনত আন ছগৰাকী ধৰ্ম্মযাজকৰ প্ৰচাৰতো এনে চাৰি শ্ৰেণীৰ শ্ৰমনৰ কথা উল্লেখ নাই। এই চাৰি শ্ৰেণী শ্ৰমন মাত্ৰ বৌদ্ধ ধৰ্মতহে বৰ্ত্তমান বুলি 'পৰি নিৰ্ব্বান সুত্ৰান্ত'ত (দীঘ নিকায়) উল্লেখ কৰিছে।

এই পৰিয়ত্তি ধৰ্ম্ম আৰু লোকোত্তৰ ধৰ্ম্মৰ উপদেশ বিলাক বুদ্ধদেৱৰ দিনৰ পৰা মুখে মুখে চলি আহিছিল। প্ৰায় তিনি চাৰি শতাব্দীৰ পাচত হে এই বিলাক লিপিবদ্ধ কৰা হয়।

স্থবিৰ বাদী সকলে ৮৩ খৃষ্টাব্দত শ্ৰীলঙ্কাৰ বট্টগামিনীৰ ৰজাৰ দিনত 'চতুৰ্থ সঙ্গীতি' পাতি 'ওলা' পাতৰ ওপৰত সম্পূৰ্ণ ত্ৰিপিটক লিখি ৰাখে। এই দৰে লিপিবদ্ধ কৰা ত্ৰিপিটক খণ্ড খৃষ্টান সকলৰ 'বাইবেল'তকৈ এঘাৰ গুণে ডাঙৰ বুলি কয়। এনেকৈ তিনি খণ্ডত বিভক্ত কৰা ত্ৰিপিটক হ'ল -

১। সূত্ৰপিটক ঃ- পাচভাগত বিভক্ত আৰু প্ৰত্যেক ভাগকে 'নিকায়' বোলে।
(১) দীৰ্ঘ নিকায় (দীঘলীয়া সূত্ৰৰ বিভাগ); (২) মজ্ঝিমা নিকায় (মধ্যম দীঘলীয়া সূত্ৰৰ বিভাগ); (৩) সংযুক্ত নিকায়; (৪) অঙ্গুত্তৰ নিকায় আৰু (৫) খুদ্দক (ক্ষুদ্ৰ) নিকায়।

এই 'ক্ষুদ্ৰ' নিকায়ত পোন্ধৰ বিধ বিৱৰণ অৰ্ন্তভুক্ত কৰা আছে আৰু পোন্ধৰ ভাগত ভগোৱা হয়। যেনে ঃ- (ক) ক্ষুদ্ৰ পাঠ, (খ) ধৰ্ম্ম-পদ, (গ) উদান, (ঘ) ইতিবুত্তক, (ঙ) সূত্ৰ নিপাত, (চ) বিমান বথু (দেৱলোকৰ কথা), (ছ) পেত-বথু (প্ৰেতৰ কথা), (জ) থেৰাগাথা (ভিক্ষুসকলৰ জীৱন কথা), (ঝ) থেৰী গাথা (ভিক্ষুনী সকলৰ জীৱন কথা), (ঞ) জাতক (ট) নিৰ্দ্দেশ, (ঠ) প্ৰতিসম্ভিদা (বিশ্লেষনৰ জ্ঞান), (ড) অপদান (অৰ্হত সকলৰ জীৱন), (ঢ) বুদ্ধ বংশ (অতীত বুদ্ধসকলৰ বিৱৰণ, (ণ) চৰিয়া পিটক (আচৰণৰ নীতি)।

২। বিনয় পিটক ঃ- পাচ ভাগত বিভক্ত। (১) পাৰাজিকা (গুৰুতৰ অপৰাধ বা দোষ); (২) পাচিত্তিয়া (লঘু দোষ); (৩) মহাবৰ্গ (দীঘল বিভাগ); (৪) চুল্ল-বৰ্গ (চুটি বিভাগ); (৫) পৰিবাৰ (বিনয়ৰ সংক্ষিপ্ত সাৰ)। ৩। অভিধৰ্ম্ম পিটক ঃ- সাত ভাগত বিভক্ত। যেনে ঃ- (১) ধৰ্ম্ম সঙ্গনী (ধৰ্ম্ম বিশ্লেষণ বিভাগ); (২) বিভঙ্গ (বিশ্লেষণ বিভাগ); (৩) ধাতুকথা (ধাতুৰ সম্বন্ধে আলোচনা); (৫) কথা - বথু (মতান্তৰ বাদীৰ বিষয়ে আলোচনা), (৬) যমক (স্বপক্ষীয় আৰু প্ৰতিপক্ষীয়ৰ প্ৰশ্নোত্তৰ) আৰু (৭) প্ৰধান (প্ৰতীত্য সমুৎপাদ, অনিত্যতা আৰু অনাত্মতাৰ বিশদ আলোচনা)।

এই ত্ৰিপিটকত লিপিবদ্ধ কৰা বুদ্ধদেৱৰ ভাষন বিলাক 'চাৰি আৰ্য্যসত্যৰ' আৰু সেই সম্পৰ্কীয় বিষয়ে আলোচনা কৰিছে। এই পৰমাৰ্থিক সত্য কোনো দাৰ্শনিকৰ দৰে কাৰণ বিচৰা বা অনুসন্ধান কৰা অথবা দ্ৰব্যময় জগতৰ বস্তু ৰহস্যৰ বাবে কৰা বৈজ্ঞানিক তত্ত্বৰ দৰে নহয়। আত্ম-বিশুদ্ধিৰ কাৰণে যি ব্যাহ্যিক আৰু আন্তৰিক বিশুদ্ধি মানুহৰ বাবে দৰকাৰ, বুদ্ধদেৱে সেই বিলাকক কায় বিশুদ্ধি, চিত্ত বিশুদ্ধি আৰু বাক-বিশুদ্ধিত ভাগ কৰি সেই বিলাকৰ বিষয়ে বিশদ ভাৱে বিশ্লেষণ কৰি আত্ম-বিশুদ্ধিৰ পথ দেখুৱাইছিল। যি বিষয় চাৰি আৰ্য্য সত্যৰ উপলব্ধিৰ বাবে অন্তৰায় বুলি বিবেচিত হৈছিল, সেই বিলাকৰ বিষয়ে তেওঁ মৌনতা অৱলম্বন কৰিছিল। কিন্তু তেওঁ অনিত্য, দুঃখ আৰু অনাত্ম এই ত্ৰিলক্ষণ

বিশদ ভাৱে ব্যাখ্যা কৰি দেখুৱাইছিল।

বৌদ্ধধৰ্মৰ মূলনীতিৰ বিজ্ঞানৰ সৈতেও অনৈক্য নহৈছিল। বৰ্ত্তমান শতিকাৰ আগচোৱাৰ বৈজ্ঞানিকসকলে পদাৰ্থৰ পৰমানু অবিভক্ত বুলি ভাবিছিল। আজিৰ পদাৰ্থবিদে সেই অনুক 'ইলেকট্ৰন' আৰু 'প্ৰটন' লৈ বিভাজন কৰিলে। সাধাৰন দৰ্শকৰ দৃষ্টিত এটুকুৰা লোহা গতিহীন জড় পদাৰ্থৰে গঠিত। কিন্তু পদাৰ্থবিদে জানে যে সেই টুকুৰা ইলেকট্ৰন পৰমানুৰদ্বাৰা গঠিত আৰু সেই ইলেকট্ৰন বিলাক অনবৰত পৰিবৰ্ত্তন হৈ বা প্ৰবাহৰ দৰে বৈ থাকে। বুদ্ধদেৱে নিজৰ অৰ্ন্তদৃষ্টিৰে ধ্যানত দেখিলে যে এই মানৱ দেহত কোটি কোটি 'কলাপে'ৰে গঠিত। প্ৰচীন ভাৰতীয় গনণা পদ্ধতিত কোৱা হৈছে যে ৰেৰৰ জলঙাৱে অহা ৰ'দত ধূৱলীৰ ৰূপ সৃষ্টি কৰা যি অসংখ্য ক্ষুদ্ৰতম অনু উৰিথাকে, তাৰে কেইটামান লগ হলেহে এক ধুলিকণা পৰিমানৰ হয়। তেনে ধূলিকণাৰ ১/৪৬৬৫৬ অংশৰ সমান হয় এক 'কলাপ' আৰু এই 'কলাপ' সততে পৰিৰ্ত্তনশীল বা অনিত্য, আৰু দেহত প্ৰবাহৰ দৰে বৈ থাকে। এই ক্ষুদ্ৰানুক্ষুদ্ৰ 'কলাপ' পৰমাণু আধুনিক বৈজ্ঞানিক আৰু দাৰ্শনিক সকলৰ ২৫০০ বছৰৰ পূৰ্বতেই বুদ্ধদেৱে জানিছিল। কিন্তু বুদ্ধদেৱৰ এই বিশ্লেযন আৰু আধুনিক বিজ্ঞান বিশ্লেষণ একে ধৰণৰ নহয়। আধুনিক বিজ্ঞানে 'পদাৰ্থ'ৰ যথাভূতৰ বিযয়ে শিক্ষা দি প্ৰত্যক্ষভাৱে তাৰ মূল উদঘাটনলৈ অৱদান যোগোৱাৰ চেষ্টা কৰে। বৌদ্ধধৰ্ম্মই বিশেষকৈ অভিধৰ্ম্মই পৰমাৰ্থিক যথাভূতৰ বিযয়েহে শিক্ষা দিয়ে। হয়তো এই দুই পন্থা এদিন একে ঠাইতে উপনীত হবগৈ।

বৌদ্ধধৰ্মক দৰ্শনশাস্ত্ৰৰ দৰে অধ্যয়ন কৰি জনাতেই শেষ নহয়। ইয়াক বাস্তৱ ক্ষেত্ৰত প্ৰয়োগ বা আচৰণ কৰাই প্ৰধান লক্ষ্য। তেহে চিত্তৰ মুক্তি লক্ষ্যত উপনীত হব পাৰিব। আজিৰ বিজ্ঞানেও বাস্তৱ ৰূপেহে কোনো কথা চোৱা আৰু জনাৰ প্ৰচেষ্টা কৰে। বৌদ্ধ ধৰ্ম্ম সেই কাৰণে দৰ্শন শাস্ত্ৰৰ দৰে হলেও তাতোকৈ বহুগুণে প্ৰত্যক্ষ আৰু বিস্তৃত। দৰ্শন শাস্ত্ৰই প্ৰধানতঃ দাৰ্শনিক জ্ঞানৰ বিযয়ে চৰ্চ্চা কৰে; বৌদ্ধ-দৰ্শনে তাৰ বাস্তৱিক শুচি আচৰন আৰু তাৰ ফলপ্ৰাপ্তিৰ ওপৰত জোৰ দিয়ে।

এজন বৌদ্ধই বুদ্ধদেৱে দি যোৱা ধৰ্ম উপদেশৰ প্ৰতি কৃতজ্ঞতা জ্ঞাপন কৰি সেৱা পূজা কুৰে। আহাৰ, ফুল, বাতি, ধুপ আদি পূজাৰ সময়ত বুদ্ধ, ধৰ্ম আৰু সংঘৰ গুণ গায় নিজৰ মনত তেনে গুণৰ অনুপ্ৰেৰণা জগাই কয় যে 'এই সুবৰ্ণ, সুগন্ধ আৰু সুগঠিত ফুল নিমিযতে দুবৰ্ণ, দুৰ্গন্ধ আৰু লেৰেলি শ্ৰীহীন হব। সেই দৰে সকলো সংস্কাৰ (কৰ্ম্ম চেতনা) অনিত্য, সকলো সংস্কাৰ দুঃখ আৰু সকলো ধৰ্ম্ম অনাত্ম (নিজৰ বুলিবলৈ একো নাই)। এই পূজা - সেৱা কাৰ্য্যৰ পূণ্যৰ বলত মোৰ সকলো 'আসৱ' অৰ্থাৎ লোভ, মোহ আৰু দৃষ্টি ক্ষয়ৰ বহন কাৰী হেতু হওঁক, সকলো দুঃখ বিনাশ হওঁক আৰু নিৰ্বান প্ৰাপ্তিৰ হেতু হওঁক।' বৌদ্ধসকলে নিজৰ কৃত অকুশল কাৰ্য্যৰ বাবে পৰিত্ৰান কৰি দিবৰ কাৰনে বুদ্ধদেৱক প্ৰাৰ্থনা নকৰে অথবা বুদ্ধদেৱৰ ওচৰত শৰন নলয়। মানুহৰ নিজৰ কৃত অকুশল কৰ্ম্মৰ পাপ ধোৱাৰ কাৰ্য্য, বুদ্ধদেৱৰ নহয়। বুদ্ধদেৱৰ ওচৰত 'শৰন' লোৱা মানে বুদ্ধদেৱৰ দৰ্শিত নৈতিক পথ কুশল আচৰন (শীল)ৰ মতে চলি প্ৰত্যক্ষ অভিজ্ঞতা উপলব্ধি কৰাৰ বাবেহে এটা প্ৰতিজ্ঞা মাত্ৰ। বুদ্ধদেৱে কৈছিল, ' যি মোৰ দৰ্শিত ধৰ্ম্ম দেখে, আৰু তেনে



আচৰন কৰে, তেওঁ মোক দেখে।' ক্ষন্তেকীয়া সাংসাৰিক সুখৰ বাবে দৰকাৰী ধন, জন, বল আদিৰ কাৰনে তেওঁ প্ৰাৰ্থনা নকৰে। কিয়নো পোহৰৰ লগত তাপ উৎপন্ন হোৱাৰ দৰে কুশল কৰ্ম্মৰ সৈতে এই বিলাক সহজাত উৎপন্ন হবই।

সৰ্ব্বশক্তিমান ঈশ্বৰ আছে বুলি ভাবি, সেই ঈশ্বৰে এই বিশ্বখন সৃজন কৰে, পালন কৰে, বিনাশ কৰে, ভাল কৰ্ম্মৰ বাবে স্বৰ্গলৈ পঠায়, বেয়া কৰ্ম্মৰ বাবে নৰকলৈ পঠায়, তেঁৱেই অদৃষ্টৰ শাসক, খুচিমতে কিছুমানক পুৰস্কৃত কৰে, কিছুমানক দণ্ডবিধান কৰে, এনে ধৰণৰ বিশ্বাস বৌদ্ধধৰ্ম্মত নাই। আন আন পশ্চিমীয়া শ্ৰেষ্ঠ মনিষীসকলৰ ভিতৰৰে এজন লৰ্ড ৰাচেলে এঠাইত কৈছিল, 'আমাক কয় যে বিশ্বখন ঈশ্বৰে স্ৰজন কৰিছে। তেওঁ ভাল আৰু সৰ্ব্বশক্তিমান। এই বিশ্বত দুঃখ দুৰ্দ্দশা থাকিব বুলি তেওঁ বিশ্বখন স্ৰজন কৰা আগতেই জানিছিল। গতিকে ঈশ্বৰেই তাৰ বাবে দায়ী। ..... সেই কাৰনে এই জগতৰ দুঃখ যন্ত্ৰনা আদি পাপৰ কাৰনেই হৈছে বুলি তৰ্ক কৰা নিৰৰ্থক। যদি ঈশ্বৰে আগতীয়াকৈ এই পাপ জনিত দুৰ্দ্দশাৰ কথা জানিছিল, আৰু মানুহে যে ইয়াৰ দ্বাৰা দোষিত হব তাকো জানিছিল, তেন্তে তেওঁ মানুহ স্ৰজন কৰাৰ সিদ্ধান্ত লোৱাৰ আগতে এই পৰিনামৰ কথা জানিয়ো স্ৰজন কৰাৰ বাবে সেই ঈশ্বৰেহে দায়ী। ... আদি মানৱ আদামৰ পাপৰ কাৰনে সকলো মানুহেই সেই পাপৰ ভাগী, এনে ধৰনৰ বিশ্বাস মূলক ধৰ্ম্মমতেই হৈছে ন্যায়, কৃপা আৰু সৰ্ব্বশক্তিমানৰ সুবিচাৰৰ প্ৰতি এটা প্ৰত্যাহবান'।

বৌদ্ধধৰ্ম্মই যি কোনো মানুহৰ নিজৰ অদৃষ্টৰ ওপৰত বাহ্যিকজগতৰ কোনো ঈশ্বৰৰ হাত আছে বুলি বিশ্বাসনকৰে। বৌদ্ধধৰ্ম্মত দৈব বানীও নাই, ঈশ্বৰৰ প্ৰেৰিত দূতো নাই। কোনো ত্ৰান - কৰ্ত্তাৰ ওপৰত বিশ্বাস আৰু যাগ-যজ্ঞ পূজাৰ ওপৰতো নিৰ্ভৰ নকৰে। বুদ্ধদেৱ সকলোৰে ত্ৰানকৰ্ত্তা নহয়। তেওঁ মাথো 'সথা দেব মনুস্সানাম' (দেৱ আৰু মনুয্যৰ শাস্তা, শিক্ষক)। বুদ্ধদেৱে কৈছে,-

'অত্তনা'ৱ কতংপাপং অত্তনা সংকিলিস্সতি।
অত্তনা অকতং পাপং অওনা'ৱ বিসুজ্ঝতি।
সুদ্ধি বিসুদ্ধি পচ্চতং, নাঞ্ঞো অঞ্ঞং বিসোধয়ে।'

-'ধৰ্মপদ' - ১৬৫

অৰ্থাৎ 'স্বকৃত পাপে নিজকেই কলুষিত কৰে। নিজে পাপ নকৰিলে নিজেই পৰিশুদ্ধ হয়। শুদ্ধি বা অশুদ্ধি নিজস্ব কৃতকৰ্মৰ পৰাহে হয়। এজনে আন কোনো এজনক পৰিশুদ্ধি কৰি দিব নোৱাৰে।' উদাহৰণ স্বৰূপে পৰীক্ষাৰ্থীয়ে পৰীক্ষাত উত্তীৰ্ণ হোৱা বা নোহোৱা পৰীক্ষাৰ্থীৰ নিজস্ব কৃতকৰ্ম্ম; অনুত্তীৰ্ণ পৰীক্ষাৰ্থীক আন কোনোৱেও সহায় কৰি দিব নোৱাৰে।

বৃটিছ ভিক্ষু শিলাচাৰে কৈছিল যে যদি ঈশ্বৰ বা আত্মাক বিশ্বাস নকৰিলে সেই ধৰ্ম্ম মতক ধৰ্ম্ম বুলি কব নোৱাৰি, তেন্তে বৌদ্ধধৰ্ম্ম 'ধৰ্ম' নহয়। কিন্তু যদি 'ধৰ্ম্ম' শব্দৰ দ্বাৰা বাহ্যিক সাধাৰণ জীৱন ধাৰাতকৈ আন কিবা গভীৰ শিক্ষাকে বুজায়, জীৱন মতক বাহ্যিক ভাৱ দৰ্শন নকৰি অৰ্ন্তদৃষ্টিৰে পৰ্য্যবেশন কৰা শিক্ষাকে বুজায়, বা নিজৰ চৰিত্ৰ আৰু আচৰনৰ পৰ্য্যালোচনা কৰি সংশোধন কৰিবৰ কাৰণে মানুহক পৰামৰ্শ উপদেশ আদিৰে সজ্জিত কৰি দিয়া শিক্ষাকে বুজায় নাইবা যি শিক্ষাই মানুহক নিজৰ দুঃখাবহ জীৱনক মনোবলেৰে

আৰু মৃত্যুক সৌম্যতাৰ বীৰ্য্যেৰে সন্মুখীন হবলৈ উপদেশ দিয়াকে বুজায়, তেন্তে বৌদ্ধধৰ্ম্ম নিশ্চয়েই ধৰ্মৰো 'ধৰ্ম'।

বৌদ্ধ ধৰ্ম্ম নৈতিক নিয়মাবলীৰে পৰিপুষ্ট। বিশ্বৰ সকলো ধৰ্ম্মতেই এনে উপদেশৰ আদৰ্শ আছে। কিন্তু বৌদ্ধ ধৰ্ম্মই এই নৈতিক আচৰণ বিলাক পঞ্চশীল, অষ্টশীল, দশ সুচৰিত শীল, দুশ সাতাইশ শিক্ষা কৰণীয় ধৰ্ম শীলৰ অন্তৰ্গত কৰি দৈনন্দিন ব্যক্তিগত বাস্তৱ জীৱনত প্ৰভাৱ পেলায়। এই নৈতিক নিয়মাৱলী বৌদ্ধধৰ্ম্মৰ সংসাৰত্যাগী ভিক্ষু - ভিক্ষুনীৰ বাবে বেলেগ; তাক 'বিনয়' ধৰ্ম্ম বোলে আৰু সাংসাৰিক উপাসক - উপাসিকা সকলেও সেই 'ধৰ্ম্মৰ' কিছুমান নিয়ম পালন কৰিব লাগে। এই নৈতিক আচাৰ - আচৰণ 'শীলবিশুদ্ধি' সাতবিধ বিশুদ্ধি মাৰ্গ প্ৰথম সোপান। এই নৈতিক আচৰণৰ নূন্যতম থিনিৰে যদি 'পঞ্চশীল' মাত্ৰ ব্যক্তিগত বাস্তৱ জীৱনত কাৰ্য্যত লগায়, তেন্তে পৃথিৱীত দৈনন্দিন ঘটিথকা প্ৰানীহত্যা, চুৰি-ডকাইতি, ঠগ, ব্যভিচাৰ আদি দুষ্কৰ্ম্ম বহু কম হ'লহেতেন আৰু সংসাৰত শান্তি বিৰাজ হ'লহেতেন।

সংঘ

বুদ্ধদেৱৰ 'ভিক্ষুত্ব-শিষ্য' গ্ৰহন কৰা সকলোকে 'ভিক্ষুসংঘ' আৰু 'ভিক্ষুনী সংঘ',বা চমুকৈ 'সংঘ', বোলে। ভিক্ষুত্ব গ্ৰহন নকৰা শিষ্য সকলক 'গৃহী শিষ্য' বা 'উপাসক' 'উপাসিকা' বোলে।

ধ্যানী সিদ্ধাৰ্থ গৌতমৰ 'বুদ্ধত্ব' প্ৰাপ্তিৰ পাচত বাৰানসীলৈ যোৱাৰ পথত উৎকল বনিক তপসু আৰু ভল্লিকে প্ৰথমে বুদ্ধৰ আৰু ধৰ্ম্মৰ শৰন লৈছিল। তেতিয়া 'সংঘ' স্থাপিত হোৱা নাছিল বাবে এই শৰনক 'দ্বি-বাচিক' বা 'দ্বি-শৰন' বোলে। তেওঁলোক দুজনেই প্ৰথম গৃহী শিষ্য। বাৰানসীৰ ঋষি পত্তনত পঞ্চবৰ্গীয় ভিক্ষু (কৌণ্ডিন্য, বপ্প, ভদীয়, অশ্বজী আৰু মহানাম) আৰু যশ ভিক্ষুৰে সৈতে সৰ্ব্বপ্ৰথম 'সংঘ' গঠিত হৈছিল। যশ ভিক্ষুৰ পিতা বাৰানসীৰ সদাগৰ জনাই প্ৰথমে বুদ্ধ, ধৰ্ম্ম আৰু সংঘৰ শৰন লোৱা ব্যক্তি আছিল। সেই বাবে জগতত সৰ্ব্বপ্ৰথম 'ত্ৰি-বাচিক' শৰন লোৱা উপাসক হিচাবে তেওঁ খ্যাত হৈছিল।

বাৰানসীত থকা কালত তিনিমাহৰ ভিতৰত বুদ্ধদেৱৰ মুঠ ষাঠিজন শিষ্য হয়গৈ। তাৰ পাচত গয়াৰ ওচৰৰে উৰুবেলা কশ্যপ, নদীকশ্যপ আৰু গয়া-কশ্যপ নামৰ তিনিজন ভাই ককাই অগ্নিহোত্ৰী ব্ৰাহ্মণে তেওঁলোকৰ এহেজাৰ শিষ্যৰে সৈতে বুদ্ধদেৱৰ শিষ্যত্ব গ্ৰহন কৰি ভিক্ষু হয়। এইদৰে শিষ্যৰ সংখ্যা ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে। পঞ্চলিশ বছৰৰ ভিতৰত বিৰাট ভিক্ষুসংঘ গঠিত হ'ল। ভিক্ষুসংঘ গঠিত হোৱাৰ পাচত ভিক্ষুসংঘৰ আচৰণ নীতিৰ কাৰনে 'বিনয়' নীতিধৰ্ম্ম প্ৰবৰ্ত্তন হ'ল। এই ভিক্ষুসংঘই 'বুদ্ধ-ধৰ্ম্ম-শাসন'ৰ ৰক্ষক আৰু পালক।

ভগবান বুদ্ধদেৱৰ নীতি উপদেশ সমুহ অৰ্থাৎ 'ধৰ্ম্ম' তেওঁৰ জীৱিত কালত লিখা নহৈছিল বাবেই গুৰু শিষ্যৰ পৰম্পৰাৰ মাজেদিয়েই মুখে-মুখে চলি আহিছিল। এই কাৰণে তেওঁৰ ভাষ্যৰ ব্যাখ্যাৰ যি কোনো ধৰণেৰেই মানুহে কৰিব পাৰে বুলি আশংকা হৈছিল। এই



'বৌদ্ধধৰ্ম্ম'ৰ ৰক্ষাৰ দায়িত্বভাৰ অনুৰুধ কৰা সত্বেও বুদ্ধদেৱে কোনো এজনক অৰ্পন কৰি নগ'ল। বৰঞ্চ 'ধৰ্ম্ম' ৰক্ষাৰ সকলো দায়িত্বভাৰ গনতান্ত্ৰিকভাৱে 'সংঘ'ৰ ওপৰতেই ন্যস্ত কৰিছিল আৰু এনে ব্যাখ্যা শুদ্ধ নে অশুদ্ধ, তাক নিৰূপন কৰিবলৈ তেওঁৰ উপদেশ সমুহৰ মূলৰে সৈতে ৰিজাবলৈ কৈ গৈছিল। সেই কাৰণে 'বুদ্ধ' যেনে পূজনীয়, বুদ্ধদেৱৰ পৰিনিৰ্ব্বানৰ পাচত তেওঁৰ উপদেশিত 'ধৰ্ম্ম' য়েই সেই ঠাই লবৰ যোগ্য হৈ পৰিল। আকৌ সেই ধৰ্ম্মক যিহেতু ভিক্ষু সংঘইহে চলায় সেই বাবেই ভিক্ষুসংঘই হ'ল ধৰ্ম্ম ৰক্ষা কৰোতা। সেয়েহে 'সংঘ'ও সমানেই পূজ্য। গতিকেই বৌদ্ধধৰ্ম্মত বুদ্ধ, ধৰ্ম্ম আৰু সংঘত সকলো বৌদ্ধৰেই শৰন লয়।

সাতপ্ৰকাৰ ভিক্ষুসংঘ

বুদ্ধদেৱৰ জীৱিত কালত (১) বুদ্ধ প্ৰমুখ্যে ভিক্ষু আৰু ভিক্ষুনীসংঘ; বুদ্ধদেৱৰ পৰিনিৰ্ব্বানৰ পাচত (২) ভিক্ষু-ভিক্ষুনী সংঘ; (৩) ভিক্ষুসংঘ; (৪) ভিক্ষুনীসংঘ; (৫) ভিক্ষু-ভিক্ষুনী সংঘৰ পৰা নিৰ্দ্দিষ্ট সংখ্যক ভিক্ষু ভিক্ষুনী লৈ গঠিত সংঘ; (৬) ভিক্ষুসংঘৰ পৰা নিৰ্দ্দিষ্ট সংখ্যক ভিক্ষুলৈ গঠিত হোৱা সংঘ আৰু (৭)ভিক্ষুনী সংঘৰ পৰা নিৰ্দ্দিষ্ট-সংখ্যক ভিক্ষুলৈ গঠিত হোৱা সংঘ। বৰ্ত্তমান কালত মাত্ৰ ভিক্ষুসংঘ হে আছে। অন্য কোনো সংঘ নাই।

বুদ্ধদেৱৰ পৰিনিৰ্বানৰ সময়ত সুভদ্ৰ নামৰ ভিক্ষু এজনে কৈছিল যে 'এতিয়া 'এইয়া ভাল, এইয়া বেয়া' বুলি কবলৈ বুদ্ধদেৱ আৰু নাই। তেওঁলোকে নিজ ইচ্ছা মতেই চলিব পাৰিব।' কথাষাৰ শুনি তেতিয়াৰ জেষ্ঠ আৰু শ্ৰেষ্ঠ বুদ্ধশিষ্য মহাকশ্যপ মহাস্থবিৰৰ মনত ধৰ্ম্ম-বিবৰ্ত্তন হোৱাৰ আশঙ্কা হ'ল। সেই বাবেই এই মূল ধৰ্ম্মমত ৰক্ষাৰ্থে মগধৰ ৰজা অজাতশত্ৰুৰ পৃষ্ঠপোষকতাত বুদ্ধদেৱৰ পৰিনিৰ্বানৰ তিনিমাহৰ পাচত সপ্তপৰ্নী গুহাত 'প্ৰথম বৌদ্ধ সঙ্গীতি' বহে। সেই সঙ্গীতিত পাচশজন অৰ্হত ভিক্ষুসংঘৰ উপস্থিত হৈছিল। তাতেই বিনয়ধৰ অৰ্হত উপালি ভিক্ষুৰে 'বিনয়'ৰ অনুশাসন নিয়ম-নীতি আৰু বুদ্ধদেৱৰ প্ৰিয়শিষ্য আনন্দ ভিক্ষুৰেও ধৰ্ম্ম 'সূত্ৰ' সমুহৰ আবৃত্তি কৰিছিল। এই আবৃত্তি বুদ্ধদেৱৰ ধৰ্ম্মদেশনাৰ ভাষ্য পালি ভাষাতেই হৈছিল। এয়েই মূলভাষ্য।

প্ৰথম সঙ্গীতিৰ এশবছৰৰ পাচত বৈশালীৰ বৃজি পুত্ৰ ভিক্ষুদলে ভিক্ষুসকলৰ বাবে থকা 'বিনয়'নীতিৰ কিছুমান বৰ্হিভূত অনিয়ম, যেনে বিলাসময় খাদ্যসংগ্ৰহ কৰা, বিকাল ভোজন, একাধিক ভোজন, মাদকদ্ৰব্য সেৱন, সোন-ৰূপ গ্ৰহন আদি দহোটা বিনয় বিৰুদ্ধ আচৰণ কৰাত নিয়মাৱলীৰ শুদ্ধৰণিৰ বাবে ৰজা কালাশোকৰ পৃষ্ঠপোষকতাত যশ মহাস্থবিৰৰ অধ্যক্ষতাত 'দ্বিতীয় মহা-সঙ্গীতি' বহিব লগা হয়। বৃজিপুত্ৰ ভিক্ষুদলে নকৈ প্ৰবৰ্ত্তন কৰা নিয়ম 'বিনয় শুদ্ধ' নহল বুলি দুঃখ প্ৰকাশ কৰি সকলোৱেই ৰক্ষণশীল দলৰ মতবাদকেই যথাৰ্থ বুলি মানি লৈছিল। তথাপি যৎ সামান্য অনিয়ম ৰৈ গ'ল আৰু বিভেদৰ সূত্ৰপাত হ'ল।

পাচত 'বিনয়' আৰু 'সূত্ৰ'ৰ সম্বন্ধে আকৌ অনিয়ম বাঢ়ে। তাকে দেখি সম্ৰাট অশোকৰ দিনত তেতিয়াৰ ৰাজধানী পাটলিপুত্ৰত মোগ্গলি পুত্ৰ তিষ্যমহাস্থবিৰৰ অধ্যক্ষতাত 'তৃতীয় বৌদ্ধ মহাসঙ্গীতি' বহে। এই সঙ্গীতিত বিনয় বিৰুদ্ধ আচৰণৰ বাবে বহু হেজাৰ ভিক্ষু

ৰক্ষণ-শীল দলৰ পৰা বাদ পৰিল। অশেষ চেষ্টাৰ পাচতো বিভিন্ন ভাৱ আদৰ্শৰ মাজত সামঞ্জস্য বিধান কোনো ৰকমেই নহ'ল। এই পাৰ্থক্য ক্ৰমাৎ বাঢ়ি 'ৰক্ষণশীল' আৰু 'প্ৰতিবাদী' এই দুই দলৰ সৃষ্টি হ'ল। ৰক্ষণশীল দলৰ সংখ্যাতকৈ প্ৰতিবাদী দলৰ সংখ্যা বেচি হোৱাৰ কাৰণে তেওঁ লোকে ৰক্ষণশীল দলক 'হীন-যান' অৰ্থাৎ কম সংখ্যক দল আৰু নিজক 'মহাযান' অৰ্থাৎ সৰহ সংখ্যক দল বুলি আখ্যা দিলে। কিন্তু ৰক্ষণশীল দলে নিজক কেতিয়াও 'হীনযানী' বুলি নকয়, 'স্থবিৰ বাদী' বুলিহে কয়। এই তৃতীয় সঙ্গীতিৰ পাচতেই সম্রাট অশোকে দেশে বিদেশে ধৰ্ম্ম-যাজক পঠাই 'ধৰ্ম-বিজয়' আৰম্ভ কৰে।

কুশান ফৈদৰ ৰজা কনিষ্কইয়ো বৌদ্ধধৰ্মৰ প্ৰতি আকৰ্ষিত হয়। কিন্তু ধৰ্ম্ম পন্থাৰ বিভিন্ন ব্যাখ্যাই তেওঁক বিমোৰত পেলায়। পাচত পাৰ্শ্ব মহাস্থবিৰৰ অধ্যক্ষতাত কনিষ্ক ৰজাৰ পৃষ্ঠপোষকতাত ৰাজধানী পুৰুষপুৰ (বৰ্ত্তমান পাকিস্থানৰ পেচোৱাৰ)ত ৭৮ খৃ: ত 'চতুৰ্থ বৌদ্ধ মহাসঙ্গীতি' বহে। এই সঙ্গীতিত পালি ভাষাৰ পৰিবৰ্ত্তে সংস্কৃত ভাষাতেই কাৰ্য্য চলাই আৰু সংস্কৃত ভাষাতেই ত্ৰিপিটক ব্যাখ্যা কৰা হৈছিল। এই কাৰণে ৰক্ষণশীল দলে ইয়াক স্বীকৃতি নিদিলে। তাৰ পৰিবৰ্ত্তে শ্ৰীলঙ্কাৰ ৰজা বট্টাগামিনী অভয়ৰ দিনত ৮৩ খৃ:ত বেলেগকৈ 'চতুৰ্থ বৌদ্ধ মহাসঙ্গীতি' পাতি তাত পালি ভাষাৰে আবৃত্তি কৰি ওলাপাতত ত্ৰিপিটক লিখে।

এইদৰে ক্ৰমাৎ ৰক্ষণশীল স্থবিৰবাদী আৰু প্ৰতিবাদী বা প্ৰগতিবাদী মহাযানৰ মাজত পাৰ্থক্য বৈ গ'ল। ৰক্ষণশীল দলে বুদ্ধদেৱৰ দ্বাৰা প্ৰচাৰিত 'পালি' ভাষাৰ মূলভাষ্যক ৰক্ষণ কৰিবলৈ বিচাৰিলে; আনহাতে মহাযান সকলে সংস্কৃত ভাষাৰ ভাষ্যক গ্ৰহন কৰিলে। এই বিভাজন ক্ৰমে শাখা - প্ৰশাখাত বাঢ়িবলৈ ধৰিলে।

**স্থবিৰবাদ বা হীনযান ঃ-**

এই সম্প্ৰদায়েই প্ৰাচীন আৰু মূল বৌদ্ধ সম্প্ৰদায়। প্ৰথম, দ্বিতীয় আৰু তৃতীয় মহাসঙ্গীতিত আবৃত্তি কৰা 'বিনয়', 'সূত্ৰ' আৰু 'অভিধৰ্ম্ম' পিটকেই বৌদ্ধধৰ্ম্মৰ মূল 'ত্ৰিপিটক' গ্ৰন্থ বোলা হয়। এই সকলো বিলাক 'পালি' ভাষাতেই লিখা হয়। এই ধৰ্ম্মসূত্ৰ বিলাক বিশ্লেষণাত্মক ধৰ্ম্মউপদেশ। এই কাৰণেই ইয়াৰ শিষ্য সকলক 'বিভাজ্যবাদ' বোলে। তেওলোকক ৰক্ষণ-শীলতাৰ বাবেই ইয়াক 'স্থবিৰ্ বাদো' বোলে। পৰবৰ্ত্তী কালত ইয়াৰ শাখা-প্ৰশাখা বাঢ়ি যায়। ইয়াৰ কিছুমান শাখা মহীশাসক, হৈমবত, বাৎসীপুত্ৰীয়, ধৰ্ম্ম গুপ্তিক, কাশ্যপীয়, সৌত্ৰান্ত্ৰিক, সৰ্ববাস্তিবাদ আদি নামেৰে খ্যাতহয়। কিন্তু এই সকলোবোৰ মূল ৰক্ষণশীল পন্থাতেই আৱদ্ধ।

এই 'স্থবিৰবাদী' বৌদ্ধধৰ্ম্ম বৰ্ত্তমান কালত শ্ৰীলঙ্কা, থাইলেণ্ড, বৰ্ম্মা(ম্যানমাৰ), লাওচ, কম্বোডিয়া, মালয়েচিয়া, ভাৰতবৰ্ষ, বাংলাদেশ, নেপাল, ইণ্ডোনেচিয়া আদি বহু প্ৰান্তত প্ৰচলিত।

**মহাসাংঘিক বা মহাযান ঃ-**

প্ৰথম, দ্বিতীয় আৰু তৃতীয় মহাসঙ্গীতিত পালি ভাষাৰে আবৃত্তিকৃত বিনয়, সূত্ৰ আৰু অভিধৰ্ম্ম পিটকৰ ভিতৰত নপৰা বহু কিছু ভাষ্য বুদ্ধদেৱৰ ভাষণ বুলি ৰক্ষণশীল দলে



গ্ৰহন নকৰে। কিয়নো এই বিলাক গ্ৰন্থ পালি ভাষাৰ পৰিবৰ্ত্তে 'প্ৰাকৃত' আৰু 'মিশ্ৰসংস্কৃত' ভাষাতহে পোৱা যায়। ৰক্ষণ-শীল দলে আৰোপ কৰে যে এই বিলাক পাচৰ যুগৰহে সংকলন। কিন্তু মহাসাংঘিক দলে বুদ্ধদেৱৰে ভাষ্য বুলি গ্ৰহন কৰে। এই মহাসাংঘিক সম্প্ৰদায়কেই 'মহাযান' পন্থী বোলে। এই পন্থাৰ আন এটা আদৰ্শ হ'ল 'বৌধিসত্ত্ববাদ' বা 'আচাৰীয়(আচাৰ্য্য) বাদ'। তেওঁলোকে বহু বোধিসত্ত্বক অথবা 'আচাৰীয়' (আচাৰ্য্য)ক বুদ্ধদেৱৰ সমপৰ্য্যায়ৰ বুলি পূজা কৰে। এই পন্থাৰ শাখা-প্ৰশাখাৰ ভিতৰত এক-ব্যৱহাৰিক, চৈত্যক, গোকুলিক, বহু শ্ৰতীয়, প্ৰজ্ঞপ্তিবাদী, পুৰ্বৰ্ষশৈল, অপৰ শৈল আদি নামাকৰণ পোৱা যায়।

স্থবিৰবাদি সকলৰ মতে বুদ্ধদেৱৰ প্ৰৱৰ্ত্তিত ধৰ্ম্মত মন্ত্ৰ-তন্ত্ৰ আদিৰ ভজন-পূজনৰ ব্যৱস্থা নাই। কিন্তু পিচৰ কালত খৃষ্টীয় ৮ম-৯ম শতিকাত মহাযান পন্থাত বিৱৰ্ত্তন আৰম্ভ হয়। ধৰ্মানুষ্ঠান পদ্ধতিৰ ভিতৰত মহাযান পন্থীয়ে শাক্যমুনি গৌতম বুদ্ধৰে সৈতে বহু বোধিসত্ত্বক, যেনে— মৈত্ৰেয়, অবলোকিতেশ্বৰ (কু'ন-য়িন) আৰু তাৰাদেৱীক পূজা কৰে। কিছুমানে বিশেষকৈ তিব্বতীয় মহাযানপন্থীয়ে আদিম বুদ্ধ, অমিতাভ, বিৰোচন, অমোঘ-সিদ্ধি আদিক তন্ত্ৰ আৰু মণ্ডল ৰীতিৰে অনুষ্ঠান কৰে। এই বিবৰ্তনৰ ফলত মন্ত্ৰযান, বজ্ৰযান, সহজযান, কালচক্ৰযান আদি সম্প্ৰদায়লৈ ৰূপান্তৰিত হয়। সহজযানৰ মতে শূন্যতা 'প্ৰকৃতি' আৰু করুণা 'পুৰুষ'। শূন্যতা আৰু কৰুণাৰ মিলনত বোধিচিত্ত উৎপন্ন হয় বুলি ভাৱে। সেইকাৰণে বিশেষকৈ তিব্বত, নেপাল আৰু জাপানত কিছুমান মহাযানী ভিক্ষুৱে বিয়া কৰায়। বৌদ্ধধৰ্মৰ 'ভিক্ষুত্ব'ৰ নামত ই এক অভাৱনীয় বিৱৰ্তন। এইদৰে মূল ৰক্ষণশীল পন্থাৰ পৰা ই বহুদূৰলৈ আঁতৰি গ'ল।

এই মহাযান পন্থাৰ লোক চীন, জাপান, কোৰিয়া, হংকং, মঙ্গোলিয়া, টাইৱান, তিব্বত, ভিয়েটনাম, নেপাল আৰু ভূটানত আছে।

কিছুমান ধৰ্মীয় পুথি, ধৰ্মানুষ্ঠানৰ ৰীতি-নীতি আৰু আচাৰ-আচৰণৰ বাহিৰে দুয়ো পন্থাৰ (স্থবিৰবাদ আৰু মহাযানৰ) মূল নীতি একে। স্থবিৰবাদী ভিক্ষুসকল সকলোৱে অবিবাহিত সন্ন্যাসী, আনহাতে বেছিভাগ মহাযানী ভিক্ষুৱেও বিয়া নকৰোৱা সন্ন্যাসী। দুয়োপন্থাৰ পঞ্চশীল নীতি, বিদৰ্শন ভাৱনা, ধ্যান-নীতি আদি একে। বুদ্ধ, বোধিবৃক্ষ, ভিক্ষাপাত্ৰ, বিশ্ববৌদ্ধ পতাকা আদি ধৰ্মীয় চিহ্ন বুলি দুয়োপন্থায়েই মানে।

সম্প্ৰতি বিশ্বত এই বৌদ্ধধৰ্মৰ প্ৰচাৰ স্থবিৰবাদী আৰু মহাযানী দুয়ো ভিক্ষুসংঘৰ যোগেদি ইউৰোপ, আমেৰিকা, আফ্ৰিকা, অষ্ট্ৰেলিয়া আদি মহাদেশলৈকো বিয়পিছে। ১৯৯০ চনত আমেৰিকাৰ কালিফৰ্ণিয়াত সপ্তদশ বিশ্ব বৌদ্ধ সন্মিলন সুকলমে হৈ যায়।

## ষষ্ঠ অধ্যায়

# জাতিভেদ আৰু বৌদ্ধধৰ্ম

বুদ্ধদেৱে জাতিভেদ নামানিছিল। ব্ৰাহ্মণ্য ধৰ্মৰ জাতিভেদৰ বিৰুদ্ধে সম্ভৱতঃ বুদ্ধদেৱেই সৰ্বপ্ৰথম জোৰকৈ মাত মাতিছিল। বুদ্ধদেৱৰ সংঘত জাতিভেদৰ স্থান নাই। ভক্তসকলৰ ভিতৰত শ্ৰেণীভেদ বিদ্যমান হ'লেও তাক কৰ্মৰ দ্বাৰাই নিৰ্দ্ধাৰণ হয় বুলি গণ্য কৰে। চাৰ্তুবৰ্ণ্য শুদ্ধিৰ বিষয়ে 'আশ্বলায়ন সূত্ৰ'ৰ সাৰমৰ্ম এইদৰে পোৱা যায় (৫১)।

আশ্বলায়ন— ব্ৰাহ্মণসকলে কয় যে ব্ৰাহ্মণ বৰ্ণই শ্ৰেষ্ঠ। অন্যান্য বৰ্ণবিলাক হীন; ব্ৰাহ্মণ বৰ্ণ শুক্ল, বাকীসকল কৃষ্ণ; ব্ৰাহ্মণসকল শুদ্ধ, বাকীসকল নহয়; ব্ৰাহ্মণসকল ব্ৰহ্মাৰ মুখৰ পৰা উৎপন্ন। তেওঁলোকেই ব্ৰহ্মাৰ উত্তৰাধিকাৰী। আপোনাৰ মত কি?

বুদ্ধ— ব্ৰাহ্মণৰ ব্ৰাহ্মণীসকল ঋতুমতী হয়, গৰ্ভত সন্তান ধাৰণ কৰে, প্ৰসৱ হয়, নিজৰ সন্তানক স্তন্যপান কৰায়। ব্ৰাহ্মণৰ সন্তান মাকৰ গৰ্ভৰ পৰা আন আন বৰ্ণৰ সন্তানৰ দৰে জন্ম হৈও ব্ৰহ্মাৰ মুখৰ পৰা উৎপন্ন হোৱা বুলি কোৱাটো আচৰিত নহয় জানো?

আশ্বলায়ন— আপুনি যিয়েই নকওঁক, ব্ৰাহ্মণ ব্ৰহ্মাৰ উত্তৰাধিকাৰী, এয়া ব্ৰাহ্মণসকলৰ বিশ্বাস।

বুদ্ধ— যবন, কম্বোজ প্ৰভূতি দেশত আৰ্য্য আৰু দাস মাত্ৰ দুই বৰ্ণৰ লোকেহে বাস কৰে। তাত কেতিয়াবা আৰ্য্য দাস হয় আৰু দাস আৰ্য্য হয়। এই কথা শুনিছানে?

আশ্বলায়ন— হয়, শুনিছোঁ।

বুদ্ধ— যদি সেয়ে হয়, তেন্তে ব্ৰহ্মাৰ মুখৰ পৰা ব্ৰাহ্মণৰ উৎপন্ন হৈছে আৰু সকলো বৰ্ণৰ ভিতৰত শ্ৰেষ্ঠ, এইবুলি কোৱাৰ মূল ক'ত?

আশ্বলায়ন— আপুনি যিয়েই নকওক, ব্ৰাহ্মণসকলৰ এয়ে ধাৰণা। তেওঁলোক শ্ৰেষ্ঠ, বাকীবিলাক হীন।

বুদ্ধ— ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰসকলে যদি প্ৰাণীহত্যা কৰে, চুৰ কৰে, ব্যভিচাৰ কৰে, মিছা কথা কয়, লোকৰ সম্প্ৰত্তিৰ ওপৰত লোভ কৰে, হিংসা কৰে, নাস্তিকতা বিশ্বাস কৰে, এনে কুকৰ্মৰ কাৰণে তেওঁলোক নৰকলৈ যাব। কিন্তু ব্ৰাহ্মণসকলে যদি এনে কুকৰ্ম কৰে, তেন্তে তেওঁলোকো নৰকলৈ নাযাবনে? ইয়াত তোমাৰ মত কি?

(৫১) মজ্ঝিমা নিকায়, "আশ্বলায়ন সূত্ৰ"। "বশিষ্ঠ সূত্ৰ" (৯৮)



আশ্বলায়ন— এনে ধৰণৰ পাপ কৰ্ম কৰা সকলো মানুহেই নৰকলৈ যাব। ব্ৰাহ্মণ বা অব্ৰাহ্মণ হ'লেই বা কি? নিজৰ পাপৰ ফল ভোগ কৰিবই লাগিব।

বুদ্ধ— যদি কোনো ব্ৰাহ্মণে তেনে কুকৰ্ম নকৰি দহ সুকৰ্ম কৰি পাপৰ পৰা মুক্তি হৈ মৃত্যুৰ পাচত স্বৰ্গলৈ যায়, তেনেকৈ আন বৰ্ণৰ লোকেও সুকৰ্ম কৰিলেও মৃত্যুৰ পাচত স্বৰ্গলৈ নাযাব বুলি ভাবানেকি?

আশ্বলায়ন— যদি সুকৰ্ম কৰি পাপৰ পৰা মুক্তি হয়, তেন্তে যিকোনো বৰ্ণৰ লোকেই স্বৰ্গলৈ সমানে যাব।

বুদ্ধ— মাথোন ব্ৰহ্মণেহে অহিংসা, মৈত্ৰী-ভাৱনা কৰিব পাৰে, বাকী বৰ্ণৰ লোকে কৰিব নোৱাৰে। এনে ধৰণে ভাবা নেকি?

আশ্বলায়ন— অহিংসা, মৈত্ৰীভাৱনা যিকোনো বৰ্ণৰ লোকেই কৰিব পাৰে।

বুদ্ধ— তেন্তে ব্ৰাহ্মণ বৰ্ণই শেষ্ঠ, বাকীসকল নিকৃষ্ট, ইয়াৰ অৰ্থ কি?

আশ্বলায়ন— আপুনি যিয়েই নকওঁক, ব্ৰাহ্মণে নিজক শ্ৰেষ্ঠ আৰু বাকীসকলক হীন বুলি ভাৱে।

বুদ্ধ— যদি ক্ষত্ৰিয়ৰ ল'ৰাই ব্ৰাহ্মণ কন্যাক বিবাহ কৰে অথবা ব্ৰাহ্মণৰ লৰাই ক্ষত্ৰিয় কন্যাক বিবাহ কৰে, তেওঁলোকৰ ল'ৰা-ছোৱালী মাক-বাপেকৰ দৰে হ'বনে কিম্ভূত কিম্বাকাৰ হ'ব?

আশ্বলায়ন— এনে মিশ্ৰ বিবাহৰ সন্তানো মাক-বাপেকৰ দৰেই হ'ব। তেওঁলোকক ক্ষত্ৰিয়ও ক'ব পাৰি অথবা ব্ৰাহ্মণো ক'ব পাৰি।

বুদ্ধ— যদি এটা ঘোঁৰা আৰু এটি গাধৰ সম্বন্ধ ঘটে, সিহঁতৰ সন্তান মাক বা বাপেকৰ দৰে বুলি ক'ব পাৰিনে (অৰ্থাৎ ঘোঁৰা বা গাধ বুলি ক'ব পাৰিনে)?

আশ্বলায়ন— সিহঁতক ঘোঁৰা বা গাধ বুলি ক'ব নোৱাৰি। সিহঁতক খচ্চৰ বুলি কোৱা হয়। কিন্তু ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ ক্ষেত্ৰত তেনে বৈশিষ্ট্য দেখা নাযায়।

বুদ্ধ— দুজন ব্ৰাহ্মণ ভাই-ককাইৰ মাজত এজন বেদাভ্যাস কৰি ভাল পণ্ডিত হ'ল, আনজন অশিক্ষিত হ'ল। শ্ৰাদ্ধ আৰু যজ্ঞৰ কাৰ্যৰ কাৰণে ব্ৰাহ্মণসকলে কাক নিমন্ত্ৰণ কৰিব?

আশ্বলায়ন— যি পণ্ডিত, তেওঁকেই নিমন্ত্ৰণ কৰিব।

বুদ্ধ— সেই দুই ভাইৰ মাজত যি পণ্ডিত তেওঁ কিন্তু অত্যন্ত দুঃশীল। আনজন অশিক্ষিত হ'লেও কিন্তু সুশীল। তেন্তে প্ৰথমে কাক নিমন্ত্ৰণ কৰিব?

আশ্বলায়ন— যিজন সৎ চৰিত্ৰ, তেওঁকেই মাতিব। দুশ্চৰিত্ৰ মানুহক যি দান দিয়া হয়, সি মহা ফলদায়ক নহয়।

বুদ্ধ— হে আশ্বলায়ন— তুমি প্ৰথমতে "জাতি"ক গুৰুত্ব দিছিলা, তাৰপাচত 'বেদাভ্যাস'ক আৰু শেষত 'চৰিত্ৰ'ক গুৰুত্ব দিছা। মই চাৰ্তুবৰ্ণৰ যি সংস্কাৰ কৰিবলৈ বিচাৰিছোঁ তাকেই তুমিও মানি লৈছা।

বুদ্ধদেৱৰ কথা শুনি আশ্বালায়নে কি উত্তৰ দিব ভাবি নাপালে। শেষত আশ্বলায়ন বুদ্ধদেৱৰ উপাসক হ'ল।

উপৰুক্ত আশ্বলায়ন সূত্ৰটোৰ দৰে 'বশিষ্ঠ সূত্ৰ'ত (৫১) আৰু 'ধৰ্মপদ'ত এনে ধৰণৰ কথা উল্লেখ আছে। বশিষ্ঠ সূত্ৰত ভৰদ্বাজ ব্ৰাহ্মণে কয় যে সুজাত কুলীন ব্ৰাহ্মণ জাতি সম্ভৱা লোক শুদ্ধ ব্ৰাহ্মণ হয়; আনহাতে বশিষ্ঠই কয় যে মানুহ শীলবান আৰু ব্ৰত সম্পন্ন হ'লেহে শুদ্ধ ব্ৰাহ্মণ হয়। দুয়ো তৰ্ক কৰি বুদ্ধৰেৰ ওচৰ পোৱাত বুদ্ধদেৱে ক'লে যে তৃণ, তৰু, বৃক্ষ, লতা, পশু-পক্ষী আদিয়ে জন্মগতভাৱে নানা আকাৰ-আকৃতি ধাৰণ কৰে। তাৰ পৰাই ইহঁতৰ জাতিভেদৰ নিদৰ্শন পোৱা যায় আৰু ইহঁতৰ নানাবিধৰ ভিন্নতা বা প্ৰাৰ্থক্যৰ প্ৰমাণ পোৱা যায়। কিন্তু মানুহৰ ক্ষেত্ৰত ব্ৰাহ্মণ বা অব্ৰাহ্মা তেনে কোনো ৰূপৰ আকৃতিগত ভিন্নতা বা পাৰ্থক্য দেখা নাযায়। মানুহৰ জন্মগত লিঙ্গ, চুলি, মূৰ, চকু, নাক, কাণ আদি ইন্দ্ৰিয় পেট, বুকু, পিঠি হাত, ভৰি, কণ্ঠস্বৰ, গুহ্যদ্বাৰ, নখ আদি শৰীৰৰ কোনো অঙ্গত ব্ৰাহ্মণ-অব্ৰহ্মণৰ ভিন্ন নহয়। কিন্তু নানা জীৱিকা আৰু আচৰণৰ ক্ষেত্ৰতহে মানুহৰ নানা ভাগৰ বিধান পোৱা যায়। কিছুমান মানুহে কৃষি বা গোপালন কৰে আৰু কিছুমানে বাণিজ্য কৰি জীৱিকা উলিয়ায়। তেওঁলোক বৈশ্য হ'ল। কিছুমানে ৰজা, সৈনিক নাইবা ৰাজ কৰ্মচাৰী হৈ ক্ষত্ৰিয় নাম পালে। কিছুমানে সেইদৰেই পৌৰোহিত্য কৰি পুৰোহিত নাম পায়। কিন্তু কোনোও প্ৰকৃততে ব্ৰাহ্মণ নহয়। ব্ৰাহ্মণ জাতৰ জন্ম হ'লেও তেওঁ 'ভোবাদী' ব্ৰাহ্মণহে (অৰ্থাৎ হয়, মই ব্ৰাহ্মণ হওঁ) বোলা হয়।

ন চাহং ব্ৰাহ্মণং ব্ৰমি যোনিজং মত্তি সম্ভৱং,
ভো-বাদি নাম সো হোতি স বে হোতি সকিঞ্চনো।
অকিঞ্চনং অনাদানং তমহং ক্ৰমি ব্ৰাহ্মণ।

— ধৰ্মপদ। ৩৯৬।

অৰ্থাৎ ব্ৰাহ্মণ জাতিতে জন্ম হ'লেও বা ব্ৰাহ্মণীৰ গৰ্ভজাত হ'লেও তেওঁক 'ব্ৰাহ্মণ' বুলি নকওঁ, কিয়নো তেওঁ ৰাগ আদি মলযুক্ত (পঞ্চ-কাম-গুণৰ প্ৰতি আসক্তি) হয়। তেওঁ কেৱল 'ভো-বাদী' ব্ৰাহ্মণ হ'ব। যিজন অকিঞ্চন (ৰাগাদি মলশূন্য) আৰু অনাদান (আসক্তি ৰহিত), তেওঁকহে মই প্ৰকৃত 'ব্ৰাহ্মণ বোলোঁ।

শ্ৰাৱস্তীৰ কোনো এজন জটাধাৰী ব্ৰাহ্মণে সুধিছিল যে বুদ্ধদেৱে তেওঁক 'ব্ৰাহ্মণ' বুলি স্বীকাৰ কৰে নে নকৰে। তেতিয়া বুদ্ধদেৱে কৈছিল—

ন জটাহি ন গোত্তেহি নজচ্চা হোতি ব্ৰাহ্মণো,
যম্ হি সচ্চঞ্চ ধৰ্মো চ সূচী সো চ ব্ৰাহ্মণো।

— ধৰ্মপদ, ৩৯৩।

অৰ্থাৎ জটা পৰিধান বা গোত্ৰ বা জাতি (জন্ম)ৰ দ্বাৰা কোনো ব্ৰাহ্মণ নহয়। যিজনে (চাৰি আৰ্য্য) সত্য দৰ্শন কৰে আৰু (নৱলোকোত্তৰ) যিজনৰ ধৰ্ম পৰিজ্ঞাত হয়, তেঁৱেই শুচি আৰু তেঁৱেই প্ৰকৃত ব্ৰাহ্মণ।

"এসুকাৰী সূত্ৰ'তো (৫২) এসুকাৰী ব্ৰাহ্মণে ক'লে যে ব্ৰাহ্মণসকলে চাৰিপ্ৰকাৰৰ

(৫২) মজ্মিমা নিকায়, "এসুকাৰী সূত্ৰ", ৯৬।



'পৰিচৰ্য্যা'ৰ কথা কয়। (১) ব্ৰাহ্মণ পৰিচৰ্য্যা, (২) ক্ষত্ৰিয় পৰিচৰ্য্যা, (৩) বৈশ্য পৰিচৰ্য্যা আৰু (৪) শূদ্ৰপৰিচৰ্য্যা। ব্ৰাহ্মণসকলক ব্ৰাহ্মণৰ সৈতে বাকী তিনি জাতিয়ে পৰিচৰ্য্যা কৰিব। সেইদৰে ক্ষত্ৰিয়সকলক ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰই পৰিচৰ্য্যা কৰিব। বৈশ্যসকলক বৈশ্য আৰু শূদ্ৰই পৰিচৰ্য্যা কৰিব আৰু শূদ্ৰসকলক শূদ্ৰসকলেহে কৰিব। বুদ্ধদেৱে সুধিলে যে গোটেই বিশ্ববাসীয়ে ব্ৰাহ্মণসকলক এনে অনুমতি দান কৰিছেনে কি যে ব্ৰাহ্মণসকলে এনে পৰিচৰ্য্যা ব্যৱস্থা কৰি জাননী দিব?

এসুকাৰী—নাই, গৌতম, কোৱা নাই।

বুদ্ধদেৱ— ই যেন কোনোবা দৰিদ্ৰ মানুহক অনিচ্ছুক সত্বেও তেওঁৰ কাৰণে মাংসৰ ভাগ দি কৈছে, "হেৰা, তোমাৰ খাবৰ নিমিত্তে এয়া মাংস। ইয়াৰ দাম দিয়া।" ব্ৰাহ্মণ অব্ৰাহ্মণৰ সন্মতি নলৈ ব্ৰাহ্মণসকলে স্বইচ্ছাৰে এই চাৰি পৰিচৰ্য্যাৰ ব্যৱস্থা কৰিছিল। মই সকলোকে এই পৰিচৰ্য্যাৰ যোগ্য বা অযোগ্য বুলি কোৱা নাই। কিন্তু যাৰ পৰিচৰ্য্যাৰ হেতু পৰিচাৰকৰ অহিত হয়, হিত নহয়, তাক মই পৰিচৰ্য্যাৰ যোগ্য বুলি নকওঁ। আনহাতে যাৰ পৰিচৰ্য্যাৰ হেতু পৰিচাৰকৰ হিত হয়, অহিত নহয়, তাক পৰিচৰ্য্যাৰ যোগ্য বুলি কওঁ।

এসুকাৰী— ব্ৰাহ্মণসকলে আকৌ চাৰিপ্ৰকাৰ ধনৰ বিধান কৰে। (১) ব্ৰাহ্মণসকলৰ স্ব-ধন (অৰ্থাৎ স্বধৰ্ম জীৱিকা) হ'ল ভিক্ষাচাৰ্য্যা। (২) অস্ত্ৰবিদ্যা হ'ল ক্ষত্ৰিয়সকলৰ স্ব-ধন (৩) কৃষি, গোপালন, বেহা বেপাৰ বৈশ্যৰ স্ব-ধন আৰু (৪) শূদ্ৰৰ স্ব-ধন হ'ল কাঠখৰি আদি ফলা অস্ত্ৰ আৰু ভাৰ-বোৱাৰ কান্ধ মাৰি ডাল।

বুদ্ধদেৱ— জগতবাসীয়ে এনে অনুজ্ঞা ব্ৰাহ্মণসকলক দিছিল নেকি যে তেওঁলোকে এই স্বধনৰ ব্যৱস্থা কৰিব?

এসুকাৰী—নাই কোৱা, হে গৌতম।

বুদ্ধদেৱ— লোকোত্তৰ আৰ্য্য ধৰ্মকেই এই পুৰুষৰ স্ব-ধন বুলি ঘোষণা কৰোঁ। প্ৰাচীন পিতা-মাতাৰ কুল উদ্ভৱ অনুসৰণ হেতু য'ত আত্মভাৱৰ (নিজ সত্বাৰ) অভিব্যক্তি ঘটে, তেনে ধৰণেই তাৰ সংজ্ঞা হৈ থাকে। ইন্ধনৰ নাম অনুসৰি জুইৰ নাম কাঠৰ জুই, বাহৰ জুই, তুহঁৰ জুই আদি কোৱাৰ দৰে আৰ্য্য লোকোত্তৰ ধৰ্মও তেনে হয়। ব্ৰাহ্মণেহে কেৱল হিংসা বিৰহিত মৈত্ৰীভাৱনা কৰিব পাৰে, বাকী ক্ষত্ৰিয়, বৈশ্য বা শূদ্ৰই কৰিব নোৱাৰে এনেদৰে তুমি ভাৱানে।

এসুকাৰী— নহয়, হে গৌতম নহয়। যিকোনোৱে কৰিব পাৰে।

বুদ্ধদেৱ— যদি ক্ষত্ৰিয়ই গৃহত্যাগ কৰি অনাগৰিক প্ৰব্ৰজিত, সম্যক দৃষ্টিসম্পন্ন হ'ব পাৰে, ন্যায় আৰু কুশলৰ আৰাধনাকাৰী হ'ব পাৰে, তেন্তে ব্ৰাহ্মণ, বৈশ্য আৰু শূদ্ৰকুলৰ পৰাও তেনে হ'ব নোৱাৰিব নে" কি কোৱা?

এসুকাৰী— হে গৌতম, যিকোনোৱে তেনে হ'ব পাৰে।

এইদৰে আন এঠাইত উল্লেখ আছে যে–
"আবাহকালেহথ বিবাহকালে জাতেঃ পৰীক্ষান তু ধৰ্মকালে।
ধৰ্মক্ৰিয়ায়াহি গুণা নিমিত্তা গুণাশ্চ জাতিং ন বিচাৰয়ন্তি।।

অৰ্থাৎ বোৱাৰীক ঘৰলৈ অনা, নিজৰ কন্যাক বিবাহ দিয়া কাৰ্যত জাতি বিচাৰ কৰাৰ যোগ্য। ধৰ্ম সংক্ৰান্তত জাতি বিচাৰৰ কাৰণ নাই। কিয়নো ধৰ্ম ক্ৰিয়াত গুণহে চাব লাগে, আৰু গুণ জাতিৰ ওপৰত নিৰ্ভৰ নকৰে।

এইদৰে বুদ্ধদেৱে বিভিন্ন সূত্ৰৰ যোগেদি দেখুৱালে যে জাতিভেদ স্বাভাৱিক নহয়, কৰ্মৰ আচৰণৰ দ্বাৰাহে গুণ প্ৰকাশ পায়। আৰ্থিক আৰু কুলীনত্বৰ দৃষ্টিত জাতিভেদৰ কল্পনা নিৰৰ্থক। প্ৰথমে উত্তৰ ভাৰতত বৌদ্ধধৰ্মৰ সাম্যবাদ প্ৰচাৰ হ'ল। ক্ৰমে সমগ্ৰ ভাৰতত প্ৰসাৰিত হ'ল খৃঃপূঃ তৃতীয় দশকত ভাৰতৰ বাহিৰলৈকো প্ৰসাৰ বৃদ্ধি পালে।

ঋষি-মুনিসকলৰ পৰম্পৰা অনুসৰণ কৰি বৌদ্ধ আৰু জৈন সংঘত জাতিভেদক প্ৰথমে স্থান দিয়া নাছিল। বিদেশীলোক গ্ৰীক, শক, হুন, মালৱ, গুৰ্জ্জৰ আদিয়ে প্ৰথমতে জৈন বা বৌদ্ধধৰ্ম গ্ৰহণ কৰি পাচতহে যাৰ যেনে ইচ্ছা তেনেকৈ ব্ৰাহ্মণ, ক্ষত্ৰিয় বা বৈশ্য হ'ল। একে পৰিবাৰৰ এক সন্তান ক্ষত্ৰিয় আৰু আনজন ব্ৰাহ্মণ হোৱাৰ প্ৰমাণো পোৱা গৈছে (৫৩)। এনেভাৱে নানা ধৰণৰ লোক হিন্দু সমাজত মিহলি হৈ গ'ল। অথচ জাতিভেদ আৰু অস্পৃশ্যলাকৰ অৱস্থাৰ উন্নতি নহ'ল। জাতিভেদ পুনৰ সঞ্জীৱিত হৈ ক্ৰমাৎ বাঢ়ি গ'ল। 'সকলো জাতিৰ পৰা ভিক্ষা লয়' বুলি জৈন আৰু বৌদ্ধ শ্ৰমণসকল পাচত নিন্দাৰ পাত্ৰ হ'ল। পাচত জৈন সংঘত অস্পৃশ্যসকলক গ্ৰহণ কৰা নিষিদ্ধ হ'ল। জৈন সংঘই এইদৰে জাতিভেদৰ গুৰুত্ব স্বীকাৰ কৰিলে। জাতিৰ মাজত সাম্যবাদ ক্ৰমে কমিবলৈ ধৰিলে। জাতিৰ একাংশ অস্পৃশ্যসকল পুনৰ অৱহেলিত হ'বলৈ ধৰিলে। বৌদ্ধসংঘত জাতিভেদৰ স্থান নাই সঁচা, কিন্তু বাহিৰৰ পৰা জাতিভেদৰ হেঁচা বৃদ্ধি হ'ল আৰু ৰজাৰ পৃষ্ঠপোষকতা কমি যোৱাত 'বৌদ্ধসংঘ'ই ভাৰতত তিষ্ঠি থকা টান হ'ল। চাওঁতে চাওঁতে বৌদ্ধ ধৰ্ম জন্মস্থান ভাৰতত লুপ্তপ্ৰায় হ'ল। জৈন ধৰ্ম কোনোমতে তিষ্ঠি থাকিল। সমাজত জাতিভেদ আৰু অস্পৃশ্যতাৰ সংস্কাৰ চেষ্টাৰ মহৎ কাৰ্য আধৰুৱা হৈ ৰ'ল।

আনহাতে ভাৰতৰ বাহিৰলৈ যোৱা বৌদ্ধ ধৰ্মৰ দৰ্শন আৰু সাম্যবাদৰ প্ৰচাৰে মহৎ কাৰ্য সাধন কৰিলে। দক্ষিণৰ সিংহল (শ্ৰীলংকা)ৰ পৰা আৰম্ভ কৰি পূবে ব্ৰহ্মদেশ (ম্যানমাৰ), থাইলেণ্ড, কম্বোডিয়া, লাও, চীন, তিব্বত, মঙ্গোলিয়া, কোৰিয়া, জাপান, টাইৱান আদি দেশত বৌদ্ধ ধৰ্ম আৰু বৌদ্ধ সভ্যতাৰ প্ৰচাৰ আৰু প্ৰসাৰ বেছি হ'ল। বৌদ্ধ দৰ্শনৰ পতাকা উন্নীত কৰি ৰাখিলে। তাৰপৰা পৃথিৱীৰ আন আন ইউৰোপ-আমেৰিকা আদি দেশলৈকো প্ৰসাৰ বিয়পি পৰিল।

*(৫৩) ড° ডি ভাণ্ডাৰকাৰৰ Indian Autiquarry নামৰ পত্ৰিকাত (Vol, 40, Jan.1911, pp. 7-37) প্ৰকাশিত " Thei Foreign Elemerts is the Indian Population" প্ৰবন্ধটি দ্ৰষ্টব্য।*



## গৃহী

বৌদ্ধ ধৰ্মৰ মূল দৰ্শন প্ৰব্ৰজিত অৰ্থাৎ ভিক্ষু বা ব্ৰহ্মাচাৰ্য্য পালন কৰা সন্ন্যাসীৰ কাৰণেহে। সেইকাৰণে প্ৰথমে 'ধৰ্মচক্ৰ প্ৰৱৰ্তন' সূত্ৰতো "হে ভিক্ষুসকল" বুলি সম্বোধন কৰিহে ধৰ্মচক্ৰ প্ৰৱৰ্তন কৰিছিল। কিন্তু ভিক্ষুসকল গৃহীৰ ভিক্ষাৰ ওপৰতহে জীৱন বৰ্তি থাকিব লাগিব। গতিকে ভিক্ষুসকলৰ অন্ন, বস্ত্ৰ, বাসস্থান আৰু দৰব-পাতি আদি গৃহীৰ দানৰ ওপৰত নিৰ্ভৰশীল। সেইকাৰণে বৌদ্ধ ৰীতিমতে গৃহীসকলক 'দায়ক' (দাতা) আৰু 'উপাসক' বোলা হয়। এনে দায়ক-দায়িকা আৰু উপাসক-উপাসিকাও সুআচৰণ আৰু সুশিক্ষিত হোৱা যুগুত। তেহে তেওঁলোকেয়ো 'দহ-পাৰমীতা'ৰ গুণ ক্ৰমান্বয়ে বৃদ্ধি কৰি নিৰ্বাণপথৰ ভাগী হ'ব পাৰিব। এই গৃহী শিক্ষাৰ উত্তম উপদেশ হ'ল বুদ্ধদেৱৰ 'সিংগালোবাদ' সূত্ৰান্ত (৫৪)।

ৰাজগৃহত এদিন গৃহপতিপুত্ৰ সিংগালকে নিচেই পুৱাতে গা ধুই তিতা কাপোৰেৰে অঞ্জলিবদ্ধ হাতেৰে পূব, দক্ষিণ, পশ্চিম, উত্তৰ, উৰ্দ্ধ আৰু অধঃদিশত নমস্কাৰ কৰিছিল। বুদ্ধদেৱে সোধাত সিংগালকে ক'লে যে তেওঁৰ প্ৰয়াত পিতাই এইদৰে ছয়দিশ নমস্কাৰ কৰিবলৈ কৈ গৈছিল। বুদ্ধদেৱে ক'লে যে সেই ছয় দিশলৈ প্ৰণাম এনে ধৰণেহে কৰিব লাগে। (ক) পূব দিশত পিতা-মাতা, (খ) দক্ষিণ দিশত গুৰু-আচাৰ্য্য, (গ) পশ্চিম দিশত স্ত্ৰী-পুত্ৰ, (ঘ) উত্তৰ দিশত জ্ঞাতি-মিত্ৰ, (ঙ) উৰ্দ্ধ দিশত শ্ৰমণ-ব্ৰাহ্মণ আৰু (চ) অধঃদিশত দাস-কৰ্মচাৰী।

(ক) পিতা-মাতাৰ প্ৰতি পুত্ৰৰ কৰ্তব্য হ'ল– (১) ভৰণ-পোষণ কৰা, (২) তেওঁলোকৰ বাবে কৃত্য সম্পাদন কৰা, (৩) কুল-বংশ ৰক্ষা কৰা, (৪) অধিকাৰী সূত্ৰে কাম সম্পন্ন কৰা আৰু (৫) শ্ৰদ্ধাৰে দান-দক্ষিণা দিয়া।

পিতা-মাতাৰ প্ৰতি পুত্ৰৰ কৰ্তব্য হ'ল– (১) পাপ কৰ্মৰ পৰা ৰক্ষা কৰা, (২) কল্যাণ কামত নিয়োজিত কৰা, (৩) শিল্পবিদ্যাত শিক্ষা দিয়া, (৪) যোগ্য স্ত্ৰীৰ সৈতে বিয়া দিয়া আৰু (৫) যথাসময়ত উত্তৰাধিকাৰী স্বত্ব দান কৰা এই ধৰণে পূব দিশ ৰক্ষিত হয়, শান্তিপূৰ্ণ আৰু ভয়হীন হয়।

(খ) শিষ্যই গুৰু আচাৰ্য্যসকলক সেৱা কৰিব– (১) গুৰুক সন্মান দেখুৱাৰ তৎপৰতা, (২) সেৱা-নমস্কাৰ কৰা, (৩) শুশ্ৰূষা কৰা, (৪) পৰিচৰ্য্যা কৰা (শিকিবৰ বাবে আগ্ৰহ আৰু শাৰীৰিকভাৱে চেষ্টা)। (৫) সসন্মানে শিক্ষা-গ্ৰহণত মনোযোগ দিয়া কাৰ্য আৰু গুৰুৱে শিষ্যক (১) সুবিনীত কৰা, (২) ভালকৈ শিক্ষা দিয়া, (৩) সকলো বিদ্যা শিক্ষা দিয়া, (৪) মিত্ৰ সহায়কক নিৰ্বাচন কৰি দিয়া আৰু (৫) সকলো ফালে ৰক্ষা কৰা। এই কৰ্ম থাকিব।

এইধৰণে দক্ষিণ সুৰক্ষিত, শান্তিপূৰ্ণ আৰু ভয়হীন হয়।

(গ) স্বামীয়ে ভাৰ্য্যাক– (১) সন্মানৰ দ্বাৰা, (২) অৱজ্ঞা বৰ্জন কৰা (অৱহেলা নকৰা),

(৫৪) দীঘ নিকায়, য় খণ্ড (৩১) সিংগালোবাদ সূত্ৰান্ত।

(৩) অবিচলিত অনুৰক্ত (প্ৰেমৰ) দ্বাৰা, (৪) দিবপৰা আ-আলঙ্কাৰ, (৫) ধন-সোণ আদি দিয়াৰ দ্বাৰা মৰম-চেনেহ কৰিব।

ভাৰ্যাই স্বামীক (১) গৃহ কৰ্ম সম্পাদনৰ দ্বাৰা, (২) পৰিজন বৰ্গত ভালকৈ প্ৰতিপালন কৰা, (৩) ব্যভিচাৰিণী নোহোৱা, (৪) আৰ্জিত ধন-সম্পত্তি ৰক্ষা কৰা আৰু (৫) দক্ষ আৰু এলাহ বিহীনভাৱে সকলো কাম কৰা। এইখনি আচৰণ কৰিব। তেতিয়া পশ্চিম দিশ সুৰক্ষিত হয়, শান্তি আৰু ভয়হীন হয়।

(ঘ) কুলপুত্ৰই উত্তৰ দিশত মিত্ৰ আৰু সহায়কবৰ্গক শক্তি অনুসাৰে (১) দান, (২) নিত্য প্ৰিয়বাক্য, (৩) অৰ্থ সাহায্য, (৪) সমানভাৱে চোৱা আৰু (৫) বিবাদ, অমিল নোহোৱাকৈ থকাৰ দ্বাৰা ৰক্ষা কৰিব।

মিত্ৰ আৰু সহায়কবৰ্গয়ো কুলপুত্ৰক (১) প্ৰমত্ত (উন্মত্ত, মতলীয়া) পৰা ৰক্ষা কৰে, (২) ধন-সম্পত্তি ৰক্ষা কৰাত সহায় কৰে, (৩) ভয়ত আশ্ৰয় দান কৰে, (৪) বিপদত পৰিত্যাগ নকৰে আৰু (৫) পৰিয়ালবৰ্গক সন্মান কৰে।

এইদৰে উত্তৰ দিশ ৰক্ষিত হয়, শান্তিপূৰ্ণ আৰু ভয়হীন হয়।

(ঙ) উৰ্দ্ধদিশত কুলপুত্ৰই শ্ৰমণ-ব্ৰাহ্মণৰ (ৰাগাদি আসক্তি ৰহিত সন্ন্যাসী, ব্ৰহ্মচাৰী গুৰু)ৰ প্ৰতি— (১) মৈত্ৰীভাৱাপন্ন কায় কৰ্মৰ দ্বাৰা, (২) মৈত্ৰী ভাৱাপন্ন বাক্ কৰ্মৰ দ্বাৰা, (৩) মৈত্ৰীভাৱাপন্ন মানসিক কৰ্মৰ দ্বাৰা, (৪) তেওঁলোকৰ বাবে ঘৰখনৰ দুৱাৰ সদায় মুকলি ৰখা আৰু (৫) খোৱা বোৱা অন্ন আদি দান কৰা কৰ্ম আচৰণ কৰিব। শ্ৰমণ— ব্ৰাহ্মণে কুলপুত্ৰক (১) পাপৰ পৰা ৰক্ষা কৰে। (২) কল্যাণ কৰ্মত নিয়োজিত কৰে। (৩) কল্যাণকামী হৈ অনুকম্পা কৰে, (৪) অলব্ধবিদ্যা দান কৰে, (৫) লব্ধবিদ্যা পৰিমাৰ্জিত কৰে আৰু (৬) স্বৰ্গমাৰ্গ প্ৰদৰ্শন কৰে।

এইদৰে উৰ্দ্ধদিশ ৰক্ষিত হয়, নিৰাপদ হয় আৰু শান্তিপূৰ্ণ হয়।

(চ) অধঃদিশত কুলপুত্ৰই দাস-দাসী কৰ্মচাৰীক (১) শক্তি অনুসাৰে কৰ্ম বিধান কৰি দিয়ে, (২) আহাৰ আৰু বেতন দিয়ে, (৩) যথাসময়ত চুটি দিয়ে। (৪) অসুস্থ হ'লে সেৱা সহায় কৰে, (৫) উৎকৃষ্ট ভোজনৰ অংশ দিয়ে। দাস-কৰ্মচাৰীসকলে (১) প্ৰভুৰ আগতে উঠা, (২) সকলোৰে পাচত শোৱা, (৩) বদান্য হোৱা, (৪) ভালকৈ কাম কৰা, (৫) প্ৰভুৰ কীৰ্তি প্ৰশংসা কৰা।

এইদৰে অধঃদিশ সুৰক্ষিত হয়, নিৰাপদ আৰু শান্তিপূৰ্ণ হয়। বুদ্ধদেৱে আকৌ ক'লে যে আৰ্য্য-শ্ৰাৱকৰ (বুদ্ধদেৱৰ শিষ্য) (ক) চাৰিবিধৰ কৰ্মক্লেশ নষ্ট হয়, (খ) চাৰিস্থানত পাপ কৰ্ম নকৰে আৰু (গ) ছয়বিধ ভোগ হানিকৰ কৰ্মত লিপ্ত নহয়। জ্ঞানীজনে এই চৈধ্যবিধ পাপৰ পৰা মুক্ত হৈ সেই ছয় দিশ আবৰি ধৰি ৰাখে আৰু ইহলোক-পৰলোক মাৰ্গত প্ৰতিষ্ঠিত হয়।

(ক) চাৰি কৰ্মক্লেশক (প্ৰাণীহত্যা, অদত্তগ্ৰহণ, মিছা কথা কোৱা আৰু ব্যভিচাৰ) জ্ঞানীসকলে প্ৰশংসা নকৰে। এই পাপকৰ্মক মনৰ পৰা আঁতৰাব লাগে। জ্ঞানীজনৰ মনত এই চাৰি ক্লেশ বিনষ্ট হয়।

(খ) ছন্দ (ইচ্ছা)ৰ, দ্বেষ (হিংসা)ৰ, মোহৰ আৰু ভয়ৰ বশৱৰ্তী হৈ মানুহে পাপ



কৰ্ম কৰে। জ্ঞানীজনে এই চাৰিস্থানত পাপকৰ্ম নকৰে। ইহঁতৰ বশৱৰ্তী হৈ পাপকৰ্ম কৰি ধৰ্মক লঙ্ঘন কৰিলে যশ ক্ষীণ হয় আৰু ইহঁতৰ বশৱৰ্তী হৈয়ো ধৰ্মক লঙ্ঘন নকৰিলে যশ বৃদ্ধি হয়।

(গ) ছবিধ ভোগ-হানিকৰ কৰ্ম হ'ল (১) সুৰা বা মদ্যপাণ; (২) অসময়ত বাটে-পথে ফুৰাৰ আসক্তি; (৩) বেচিকৈ নৃত্য-গীত অভিনয় দৰ্শনৰ আসক্তি; (৪) তাচ পাশা- চিঠিখেল আদিত আসক্তি; (৩) বেচিকৈ নৃত্য-গীত-অভিনয় দৰ্শনৰ আসক্তি; (৪) তাচ-পাশা-চিঠিখেল আদিত আসক্তি; (৫) পাপ-মিত্ৰ সংসৰ্গ; আৰু (৬) আলস্য পৰায়ণতা।

(১) সুৰা বা মদ খালে ছয় প্ৰকাৰ অনিষ্টৰ উৎপত্তি হয়; যেনে ঃ ধন নাশ; কাজিয়া বৃদ্ধি; বিবিধ ৰোগৰ উৎপত্তি; অপযশ; উলঙ্গ অৱস্থা আৰু বুদ্ধি নাশ।

(২) অসময়ত বাটে-পথে ঘূৰিলে ছয়প্ৰকাৰ অনিষ্ট হয়; নিজৰ অৰক্ষিত অৱস্থা; পৰিয়ালেও সুখেৰে নথকা আৰু অৰক্ষিত অৱস্থা; নিজৰ ধন-সম্পত্তি অৰক্ষিত অৱস্থা; অবাঞ্চনীয় স্থানত সন্দেহৰ পাত্ৰ হোৱা; মিছা-অপবাদৰ পাত্ৰ হোৱা। এনে বহুবিধ দুঃখৰ সন্মুখীন হোৱা অৱস্থাত পৰে। (৩) নৃত্য-গীত-অভিনয় দৰ্শনত আসক্তি হ'লে ছবিধ অনিষ্টৰ উৎস হয়। যেনে ঃ ক'তগীত; ক'ত নৃত্য; ক'ত বাদ্য; ক'ত কি গাইছে; ক'ত ধুনীয়া সুৰ; ক'ত দাদামা আদিৰ চিন্তাৰ উন্মাদনা বাঢ়ে।

(৪) তাচ-পাশা-চিঠিখেলৰ ছয় বেয়া ফল; যেনে ঃ জয়লাভত শত্ৰুতা বাঢ়ে; হাৰিলে অনুতাপ হয়; ধন নাশ; তেনেলোকৰ কথা সভাস্থলত গৃহীত নহয়; ৰজা, ৰাজকৰ্মচাৰী আৰু মিত্ৰৰ দ্বাৰা অৱজ্ঞাত হয়; আবাহ--বিবাহত প্ৰাৰ্থীৰূপে গণ্য নহয়।

(৫) পাপ-মিত্ৰৰ ছয় বেয়া ফল যেনে ঃ বেচি গৰম বুলি কাম নকৰে; বেছি ঠাণ্ডা বুলি কাম নকৰে; পলম হ'ল বুলি কাম নকৰে; বেচি পুৱা বুলি কাম নকৰে; বেচি ভোক লাগিছে বুলি কাম নকৰে; বেচি ভাত খালোঁ বুলি কাম নকৰে।

পালি সাহিত্যত ব্ৰহ্মচাৰী ভিক্ষুসকলৰ ওপৰিও সুশীল আৰু সুআচৰণধাৰী গৃহী-গৃহিনীৰ বিৱৰণো পোৱা যায়। তেওঁলোকেও লোকোত্তৰ মাৰ্গৰ স্ৰোতাপত্তি, সকৃদাগামী আৰু অনাগামী আদি ফলো লাভ কৰে। তেতিয়া সুশীলধাৰী উপাসক-উপাসিকাৰ সৈতে ব্ৰহ্মচাৰী ভিক্ষুৰ মাজৰ পাৰ্থক্যৰ ভেদ কমি যায়।

ওপৰুক্তে সিংগালক বাদ সূত্ৰান্তত দেখুওৱা সম্বন্ধ দুয়োপক্ষৰ বাবে সুখী আৰু হিতকৰ হয়। এই সমন্ধৰ নীতি মানি চলিলে পিতা-পুত্ৰৰ, স্বামী-স্ত্ৰীৰ, শিক্ষক-ছাত্ৰৰ, মালিক- বনুৱাৰ মাজত বিৰোধৰ কোনো অৱকাশ নাথাকে। এই মালিক-বনুৱা সম্বন্ধ যি কোনো শিল্প. ব্যৱসায়, কৃষি, প্ৰতিষ্ঠানৰ ক্ষেত্ৰত সমানে প্ৰযোজ্য। যদিহে মালিক বনুৱাই পৰস্পৰে পৰস্পৰৰ প্ৰতি চিন্তা কৰে আৰু সন্মান কৰে, তেতিয়া বনুৱাৰ গণ্ডগোল নাথাকিব। মৰমৰ প্ৰতি কিছুমান মানুহৰ বিবেক সচেতন নহব পাৰে, কিন্তু মৰমৰ প্ৰতি সহাৰী আৰু সহযোগ দিলে সৰহসংখ্যক লোকৰ মঙ্গলজনক ইচ্ছাৰ বৃদ্ধি হৈ তাৰ ওপৰতে উন্নতি নিৰ্ভৰ কৰে। এই জগতত উন্নতিশালী ৰূপান্তৰ ঘটোৱাৰ কাৰ্য্য কোনো বুদ্ধিবিহীন যান্ত্ৰিক ৰীতিৰ ওপৰত নিৰ্ভৰ নকৰে; কিন্তু লোভ, দ্বেষ আৰু

মোহৰ বিৰুদ্ধে বশ কৰিব পৰা ব্যক্তিৰ কুশল ইচছাৰ ওপৰতহে নিৰ্ভৰ কৰে।

ইয়াৰ ওপৰিও ধনঞ্জয় সদাগৰৰ কন্যা বিশাখাৰ বিবাহৰ সময়ত বুদ্ধদেৱে দিয়া উপদেশ সকলো সময়তে সকলো তিৰোতাৰ বা গৃহীৰ নৈতিক কৰ্তব্য আৰু স্মৰণ যোগ্য। শহুৰ কুলত থকাৰ কালত ন- গৃহিনীয়ে এই দহটি অমূল্য উপদেশ পালন কৰা কৰ্তব্য আৰু গিৰিয়েক, শহুৰ-শাহুৱেও এই নৈতিক কৰ্তব্য পালনত সহযোগ কৰাও কৰ্তব্য। এই দহ উপদেশ হ'ল -

(১) বাহিৰৰ জুই ভিতৰলৈ নানিবা; (২) ভিতৰৰ জুই বাহিৰলৈ নুলিয়াবা; (৩) দিলেহে দিবা; (৪) নিদিলে নিদিবা; (৫) দিলেও দিবা, নিদিলেও দিবা; (৬) সুখেৰে বহিবা; (৭) সুখেৰে খাবা; (৮) সুখেৰে শুবা; (৯) অগ্নি পৰিচৰ্য্যা কৰিবা আৰু (১০) অন্তৰত দেৱতাক নমস্কাৰ কৰিবা।

এই উপদেশৰ অৰ্থ হ'ল (১) শহুৰৰ ঘৰৰ কাৰোবাৰ দোষ কৰবাত কোনোবাই আলোচনা কৰা শুনিলেও সেই বিলাক কথা শহুৰৰ ঘৰৰ যিকোনোৰ ওচৰত আহি প্ৰকাশ কৰিব নালাগে। তাৰ পৰা জুইহেন দন্দ-হাই কাজিয়া উদ্ভৱ হব পাৰে। সেইদৰে,

(২) শহুৰ-শাহুৰ ঘৰত দেখা সামান্য দোষো আনৰ আগত, আনকি নিজৰ মা-দেউতাৰ ঘৰতো আহি প্ৰকাশ কৰিব নালাগে। তাৰ দ্বাৰাও হয়তো কাজিয়া উদ্ভৱ হব পাৰে।

(৩) যি জনে ধাৰে নিয়া বস্তু টকা আদি সময় মতে ঘুৰাই দিয়ে, তাক পুনৰ ধাৰ দিব পাৰা।

(৪) যিজনে ধাৰত নিয়া বস্তু, টকা-পইচা আদি সময়মতে ঘুৰাই নিদিয়ে, তাক পুনৰ ধাৰ নিদিবা।

(৫) দুখীয়া জ্ঞাতি কুটুম আত্মীয় স্বজনে বস্তু, টকা আদি ধাৰলৈ নি ঘুৰাই দিবৰ সামৰ্থ থাকক বা নাথাকক, তাক ধাৰলৈ দিবা।

(৬) যি ঠাইত বহিলে আত্মীয় শহুৰ, শাহুৰ, স্বামী আৰু আন জ্যেষ্ঠজনক দেখি উঠিব লগা হয়, তেনে অযোগ্য ঠাইত নবহিবা।

(৭) শহুৰ, শাহুৰ, স্বামী আৰু আন জ্যেষ্ঠজন বা ঘৰৰ আন কোনো জনৰ খোৱাৰ খৱৰলৈহে নিজে খাবা।

(৮) শহুৰ, শাহুৰ, স্বামী আৰু ঘৰৰ যিকোনো জনৰ প্ৰয়োজনীয় শোৱাৰ ব্যৱস্থাৰ পাচতহে নিজে শুবা।

(৯) পৰিচৰ্য্যাত ত্ৰুটি বা অৱহেলা হলে শহুৰ-শাহুৰ আদিৰ মন কুপিত হয় আৰু সেয়েই অভিশাপৰ দৰে হয়। অগ্নিদাহৰ দৰে অন্তৰ্দাহ ভোগ কৰিব লগীয়া হয়।

(১০) অন্তৰত শহুৰ, শাহুৰ, স্বামীৰ প্ৰভৃতি আন জেষ্ঠজনকো দেৱতাহেন জ্ঞান কৰিবা। এনে তিৰোতাৰ সুকীৰ্ত্তি হয়।

ইয়াৰ পৰা দেখা যায় যে তিৰোতা গৰাকী ঘৰৰ গৃহীনী। তেওঁৰ কৰ্ম্ম আৰু দায়িত্ব পালন কৰিবৰ কাৰনে সঙ্গত অনুযায়ী অনুমতি দিছে। ঘৰুৱা কামত ইয়াতেই স্ত্ৰী-স্বাধীনতাৰ কথা ফুটি উঠে। নিজ ঘৰ-সংসাৰ সুকলমে চলে। বিবাদ - বিচ্ছেদৰ প্ৰশ্ন উঠিব নোৱাৰে। কিন্তু সদায় নিজৰ 'শীল' ৰক্ষা কৰিব লাগে।





বুদ্ধদেৱে প্ৰথমতে নাৰীক সন্ন্যাস ধৰ্ম্ম গ্ৰহন কৰি 'ভিক্ষুনী' হোৱাৰ অনুমতি নিদিছিল। কিন্তু বুদ্ধদেৱৰ প্ৰিয়শিষ্য আনন্দয়ে বুদ্ধদেৱৰ মাহীমাক গৌতমীৰ হৈ সুধিছিল যে পুৰুষে যি ধৰণে বিমুক্তি পথ গ্ৰহন কৰি নিৰ্বান পাব পাৰে, নাৰীয়েও তেনে মাৰ্গফল লাভ কৰি নিৰ্বান পাব নোৱাৰিবনে? বুদ্ধদেৱে ইতিবাচক উত্তৰ দিলে। গতিকেই প্ৰিয়শিষ্য আনন্দৰ মধ্যস্থতাত প্ৰজাপতি গৌতমী, যশোধৰা, বিম্বিসাৰ ৰজাৰৰানী ক্ষেমাৰ আৰু বহু নাৰীয়ে ভিক্ষুনী সংঘত সোমাল। কিন্তু বুদ্ধদেৱে কলে যে নাৰীয়ে ঘৰ এৰি সন্ন্যাস ধৰ্ম্ম গ্ৰহন নকৰাহেতেন এই সত্যধৰ্ম্ম এহেজাৰ বছৰ বৰ্ত্তি থাকিলহেঁতেন। নাৰীয়ে ভিক্ষুনী সংঘত সোমোৱাৰ কাৰনে সত্যধৰ্ম্ম মাত্ৰ পাচশ বছৰহে বৰ্ত্তিব।

ভাৰতৰ বুৰঞ্জীত ধৰ্ম্ম, সমাজ, শাস্ত্ৰৰ্চ্চা বা ৰাজৰ্কীয় কাৰ্য্যত নাৰীৰ স্থান বিশেষ উচ্চ নাছিল। কিন্তু ধৰ্ম্মচৰ্চ্চাৰ ক্ষেত্ৰত স্থান বহুখিনি উন্নত আছিল। স্বামীৰ ধৰ্ম্মচৰ্চ্চাত সহায়ক হোৱাৰ কাৰনে তিৰোতাক 'সহধৰ্ম্মিনী' বোলা হৈছিল। পুৰান, উপনিষদ আদি ৰচনাৰ কালত নাৰীৰ পাবদৰ্শিতাৰ বিষয়ে প্ৰমান পোৱা যায়। ৰামায়ন, মহাভাৰতৰ দিনতো নাৰীৰ স্থান কিছু উন্নত আছিল। অৱশ্যে ঘৰ সমাজ আৰু ধৰ্ম্মক্ৰিয়া আদিতহে সীমাবদ্ধ। বৌদ্ধ শাস্ত্ৰত নাৰী ধৰ্ম্ম সাধনা আৰু শাস্ত্ৰচৰ্চ্চাত পুৰুষৰ সৈতে বিশেষ প্ৰভেদ পোৱা নাযায়।

নাৰীক প্ৰথমতে 'ভিক্ষুনী' হবলৈ নিদিয়াৰ কাৰণে কিছুমান বুৰঞ্জীবিদে নাৰীৰ প্ৰতি বুদ্ধদেৱৰ ধাৰণা হীন আছিল বুলি সাধাৰন পাঠকক কিছু ভ্ৰান্ত ধাৰণা আনি দিছিল। কিন্তু এনে ধাৰণা শুদ্ধ নহয়। থেৰী গাথাৰ প্ৰত্যেক গাথা আৰু নাৰীৰ বিষয়ে আন আন ঘটনাত উল্লেখিত বানীৰ পৰা বুদ্ধদেৱে নাৰীক কেতিয়াও হীন, হেয়জ্ঞান বা অৱহেলা কৰা নাছিল। ধৰ্ম্ম-কৃষ্টি আৰু ধৰ্ম্মসাধনাৰ ক্ষেত্ৰত নাৰীৰ অধিকাৰ কম কৰা হোৱা নাছিল। 'ভিক্ষুনীসংঘ' গঠনতেই তাৰ প্ৰমান। ভিক্ষুনীসকলৰ ভিতৰত বহুতৰেই ধৰ্ম্ম আৰু বৌদ্ধ দৰ্শনৰ বিষয়ে সুপণ্ডিত আৰু তৰ্ক কৰিবৰ সমৰ্থ হৈছিল।

শাৰীৰিক শক্তিত নাৰী প্ৰকৃতিগত আৰু স্বভাৱজাত ভাৱে হীন। দুৰ্বৃত্তৰ পৰা ৰক্ষা পাবৰ কাৰনে পৰিয়াল, সমাজ বা পুৰুষৰ সহায় দৰকাৰ। নিজৰ পৰিয়ালৰ অন্তৰ্গত বা সমাজত থাকি নাৰীক দুৰ্বৃত্তৰ পৰা ৰক্ষণাবেক্ষন দিব লগা হয়।

ধৰ্ম্মমাৰ্গত উৎকৰ্ষৰ এক উদাহৰণ 'ভিক্ষুনীসূত্ৰ'ৰ সোমাভিক্ষুনীৰ কথাকে উনুকিয়াব পাৰি। প্ৰলোভনকাৰি দেৱতা মাৰে সোমাভিক্ষুনীৰ তপস্যাকালত কৈছিল, 'যি নিৰ্বান ঋষি সকলৰ কাৰনেও পোৱা কষ্টকৰ, তাক দুই আঙুলীৰ বুদ্ধিৰে (অৰ্থাৎ ভাত সিজাওঁতে ভাত সিজিলে নে নাই তিৰোতাই তাক জানিবলৈ হাতৰ দুই আঙুলিৰে টিপা বুদ্ধিৰে) নাৰীয়ে পোৱা অসম্ভৱ'। তাকে শুনি সোমা ভিক্ষুনীয়ে কৈছিল যে, 'চিত্ত যাৰ ভাল ধৰণে সমাহিত হৈ জ্ঞান লাভ হয় আৰু সম্যকভাৱে ধৰ্ম্মক জানে, তেওঁৰ কাৰণে স্ত্ৰীত্ব নিৰ্বান লাভৰ কাৰণে অন্তৰায় নহয়। যিজনে মই স্ত্ৰী, মই পুৰুষ অথবা এনে ধৰণৰ অহংকাৰ কৰে, মাৰে গৈ তেওঁকেই এনে কথা কওঁক'। এনে

কথোপকথনৰ পৰা বৌদ্ধসংঘত নাৰীৰ স্থান কেনে তাক ধৰিব পাৰি।

এবাৰ কোশলৰাজ্যৰ ৰজা প্ৰসন্নজিতে বুদ্ধদেৱৰ সৈতে আলোচনাৰত অৱস্থাত ৰাজদূতে আহি খবৰ দিলেহি যে মমহাৰাজাৰ জী এগৰাকীৰ জন্ম হৈছে। খবৰ শুনি মহাৰাজৰ মন বিষাদ হৈছিল। বুদ্ধদেৱে বুজিব পাৰি কলে যে কিছুমান ক্ষেত্ৰত নাৰী পুৰুষতকৈয়ো শ্ৰেষ্ঠ। নাৰী নহলে সংসাৰ, সমাজ, পৰিয়াল আদি বৰ্ত্তি থাকিব নোৱাৰে। গতিকে নাৰীক হেয় প্ৰতিপন্ন কৰিব নালাগে। কিন্তু নাৰীৰ প্ৰকৃতি আৰু স্বভাৱজাত ৰূপে সাংসাৰিক জীৱনলৈ সাধাৰণতে ধাউতি বেচি। সেই কাৰণে সাংসাৰিক জীৱন নিৰ্বাহে সন্যাস ধৰ্ম্মৰ নিৰ্বান পথৰ সাধনাত অন্তৰায় হৈ পৰে। কৃশা-গৌতমীৰ মৃত পুত্ৰই কৃশাগৌতমীক দুঃখ আৰ্য্যসত্য আৰু দুঃখ সমুদয় আৰ্য্যসত্য উপলব্ধি কৰোৱাৰ দৰে দুখনিবোধ আৰ্য্যসত্যক আকোৱালি ধৰি নাৰীয়েও নিৰ্বান পথ সুগম কৰিব পাৰে।

**ভিক্ষু আৰু শিক্ষা**

বুদ্ধদেৱৰ প্ৰকৃত শিষ্য হ'ল ভিক্ষুসকল; সাংসাৰিক বৌদ্ধসকল নহয়। কিয়নো সাংসাৰিক বৌদ্ধসকল সম্পূৰ্ণৰূপে 'কাম-তৃষ্ণা আৰু 'ভব-তৃষ্ণা' ত্যাগ কৰিব পৰা নাই। অৱশ্যে তেওঁলোকৰ দ্বাৰা ভিক্ষুসংঘ লালিত-পালিত হয় কাৰণে তেওঁলোকৰ অৱস্থান নিতান্ত প্ৰয়োজনীয় আৰু তেওঁলোকৰ পৰাই ভিক্ষুলৈ উন্নীত হয়।

ভিক্ষুলৈ উন্নীত হবলৈ গৃহী বা গৃহীপুত্ৰই সাংসাৰিক জীৱন ত্যাগ কৰে। তেওঁ নিজৰ পুত্ৰ-পৰিবাৰৰ অনুমতি পাব লাগিব। তেওঁৰ বয়স বিশ বছৰ উৰ্দ্ধ হব লাগিব। কুষ্ঠ, শ্বাসজনিত ৰোগ, আওৰিয়া বেমাৰ, পলৰীয়া, ঋনী, জগৰীয়া, বিকলাঙ্গ, নপুংসক আদি হব নালাগিব। তেহে তেওঁক 'প্ৰব্ৰজ্যা' (শ্ৰমনলৈ উন্নীত হোৱা) আৰু 'উপসম্পদা' (ভিক্ষুলৈ উন্নীত হোৱা) দিয়া হয়। তেওঁ দহ-শীল আৰু দুশ-সাতাইশ টা 'শিখিয়া ধৰ্ম্ম' (আচৰন বিধি) মানি চলিব লাগিব আৰু আন আন 'বিনয়' ধৰ্ম্ম মানি চলিব লাগিব।

প্ৰবজিত ভিক্ষুৱে অবিবাহিত অনাগৰিক জীৱন যাপন কৰে। ভিক্ষান্নৰ ওপৰত জীয়াই থাকে। সংসাৰত্যাগী হয়;নিজৰ আই বোপাই,ভাই-ককাই আদি সম্বন্ধীয়াৰ সৈতে সম্বন্ধ ছেদ কৰে। 'বহুজনৰ সুখৰ কাৰনে আৰু বহুজনৰ হিতৰ কাৰনে' কাল কটায়। মুঠৰ ওপৰত তেওঁ ত্যাগী পুৰুষ।

প্ৰশ্ন হব পাৰে - 'নিজে কাম কৰি নাখাই কিয় আনৰ ভিক্ষাৰ ওপৰত বৰ্ত্তি থাকিব লাগে। খোৱা-বোৱাৰ কাৰনে কিয় আনৰ ভাৰ হব লাগে?'।

সাংসাৰিক কাম-তৃষ্ণাৰ মাজত থাকি সম্পত্তিৰ লোভৰ চিন্তাত হয়তো আমি ত্যাগৰ মহিমা আৰু গুণৰ কথা পাহৰি গৈছোঁ। ধৰক এটা পৰিয়ালৰ তিনিজন পুত্ৰ আছে। তাৰে এজনে নিজৰ পৰিয়ালৰ সংসাৰ ত্যাগ কৰি ভিক্ষু হ'ল। তেওঁৰ প্ৰাপ্য সম্পত্তি বাকী দুজনে পালে। এই ত্যাগ কৰা সম্পত্তিৰ উপাৰ্জনৰ পৰা বাকী দুজনে নিশ্চয়ে এবেলা এমুঠি (ভিক্ষুৱে মাত্ৰ আগবেলাহে খায়, পাচবেলা নাখায়) অন্ন দিব পাৰে আৰু বছৰত এসাজ চীবৰ (হালধীয়া পিন্ধা বসন) দান দিব পাৰে। ইয়াৰ দ্বাৰা সেই দুজন ভাই-ককাই সম্পত্তি নিশ্চয় কমি নাযাব। তাৰোপৰি সংসাৰী ত্যাগী ভিক্ষুৰ



দ্বাৰা লোকসংখ্যা বৃদ্ধি ৰোধ হ'ল। ইও এটা লোকসংখ্যা বৃদ্ধিৰ নিয়ন্ত্ৰন হ'ল।

এই ভিক্ষুসকলে লোকীয় আৰু লোকোত্তৰ বিষয়ে শিক্ষা দিয়ে। মুঠতে পঞ্চশীল আৰু অষ্টশীল গৃহীয়ে ভিক্ষুৰ পৰা শীল গ্ৰহন কৰে। তাৰ পৰা প্ৰানীহত্যা, চোৰ-ডকাইতি, ঘোচখোৰ, ব্যভিচাৰ, মিছাকোৱা আৰু মাদক-নিছাজাতীয়দ্ৰব্য ব্যৱহাৰ কম হয়। তাৰ দ্বাৰা সমাজ, সাংসাৰিক আৰু পাৰিবাৰিক শান্তি হয়; সমাজৰ শান্তি আৰু উন্নতি ব্যাহত নহয়। উদাহৰন স্বৰূপে এখন সৰু দেশ থাইলেণ্ডৰ লোকসংখ্যা ৪.৬ কোটিৰ (১৯৭৯ চনৰ লোকপিয়ল) ভিতৰত ৩.৪ লাখ ভিক্ষু আৰু শ্ৰমন আছে। অথচ তেওঁলোকৰ আৰ্থিক দিশৰ উন্নতি লক্ষ্যনীয়। ১৯৬১ খৃঃত ভাৰতীয় এটকাৰ পৰিবৰ্তে থাইলেণ্ডৰ ৩.৪ 'বাট' (থাইমুদ্ৰা) পাইছিল। কিন্তু ১৯৯২ চনত এক থাই 'বাট' পাবলৈ ভাৰতীয় ১.২৫ টকা দিব লগা হয়। ইয়াৰ কাৰণ ভাৰতত এতিয়ালৈকে চলা পঞ্চশীল নীতি বিৰোধী ভ্ৰষ্টাচাৰ। আন আন বৌদ্ধ দেশ জাপান, কোৰিয়া, টাইৱান আদিৰ উন্নতিও বিশেষ লক্ষ্য কৰিবলগীয়া। এই বিলাক সম্ভৱ হৈছে বৌদ্ধ ভিক্ষু সকলৰ দ্বাৰা শিক্ষা আৰু বৌদ্ধধৰ্ম্মৰ পৰম্পৰা ৰক্ষা কৰি অহা নৈতিক ধৰ্ম্মৰ গুণৰ বলত। ইউৰোপীয় আদি পশ্চিমীয়া দেশ বিলাকতো পঞ্চশীল নীতিৰ দৰে নৈতিক আদৰ্শ আছে আৰু মানি চলে।

ভাৰতত এই পঞ্চশীল নীতিৰ নৈতিক দৰ্শনৰ আদৰ্শ আছে। কিন্তু বাস্তৱ ক্ষেত্ৰত ৰবকৈ প্ৰয়োজ্য হোৱা নাই। সেইকাৰণে হত্যা, অপহাৰণ, বেঙ্কপ্ৰবঞ্চনা, বেঙ্কলুণ্ঠন, ব্যভিচাৰ, তিৰীৰ ওপৰত কৰা নিৰ্য্যাতন-ধৰ্ষন, মিছা প্ৰবঞ্চনা, নিচাদ্ৰব্য চোৰাং ব্যৱসায় আদি দৈনন্দিন খবৰ পোৱা যায়। তাৰ ফলত দেশৰ লগতে নৈতিক চৰিত্ৰ অধোগতি হৈছে। ভাৰতত দেশৰ শান্তি আৰু দ্ৰুত উন্নতিৰ সফল হবলৈ হলে কাৰিকৰী শিক্ষাৰ লগতে নৈতিক আচৰনৰ শিক্ষাৰো নিতান্ত দৰকাৰ। এই নৈতিক শিক্ষাৰ অবিহনে দেশৰ উন্নতি , শান্তি আৰু আইন-শৃঙ্খলা ব্যাহত হয়।

**মাংসাহাৰ**

বৌদ্ধধৰ্ম্মৰ লোক বা বৌদ্ধলোক বুলিলে সাধাৰনতে মাছ-মাংসৰ আহাৰ নাখায়, নিৰামিষ আহাৰহে খায় বুলিয়ে ধাৰণা আছে।কিয়নো প্ৰশ্ন হয় যে 'অহিংসা পৰম ধৰ্ম্ম' যাৰ মূলমন্ত্ৰ, তেওঁ কি বুলি মাছ-মাংসৰ আহাৰ খাব? যি 'অহিংসা পৰম ধৰ্ম্ম' বুলি কোৱা হয়, ই মাত্ৰ পঞ্চশীল বা পাচ-বিৰতি শীলৰ 'প্ৰাণী হত্যাৰ পৰা বিৰত থকা' এই শাৰীৰিক শীলৰ অংশ বিশেষ মাত্ৰ। নিজে প্ৰানীহত্যা নকৰা আৰু মাছ-মাংসৰ আহাৰ নকৰা, এয়া বেলেগ বেলেগ প্ৰশ্ন। ভিক্ষুসকলে ভিক্ষাৰ ওপৰতেই জীৱিকা নিৰ্ভৰ কৰে। ভিক্ষা কৰোতে ভিক্ষা পাত্ৰত যি পোৱা যায়, মাছ, মাংস, নিৰামিষ আহাৰ আদি যি পায়, তাকে খায়; নহলে জীৱন ধাৰন কৰা সম্ভৱ নহয়। বৌদ্ধধৰ্ম্মৰ প্ৰথম প্ৰচাৰৰ সময়ত ব্ৰাহ্মন্য ধৰ্ম্মৰ লোকহে আছিল। ব্ৰাহ্মন্য ধৰ্ম্মৰ পূজা-পাৰ্বনত বলি দিয়া মাংসৰে ৰন্ধা আহাৰকো ব্ৰাহ্মন্য ধৰ্ম্মৰ লোকে ভিক্ষাদান দিছিল। বৌদ্ধ ভিক্ষুসকলে তেনে মাংসাহাৰো খাইছিল। কসাই বিলাকেও বজাৰত মাংস (গোমাংসও)বিক্ৰি কৰিছিল। এনে ধৰণৰ অৱস্থাত যি সকলে ভিক্ষু জীৱন যাপন

কৰিছিল, সেই ভিক্ষু-শ্ৰমন সকলৰ পক্ষে সদায় নিৰামিষ আহাৰ পোৱাও সম্ভৱ নহৈছিল।

বুদ্ধদেৱৰ পৰিনিৰ্বানৰ আগতে বুদ্ধদেৱে গৃহী চুন্দৰ নিমন্ত্ৰনত 'সুকৰমদ্দৱ' নামৰ আহাৰ খাইছিল। 'সুকৰমদ্দৱ' মানে বৰ মজলীয়া ধৰনৰ গাহৰি আৰু তাৰ মাংস। কিন্তু বহুতে কব খোজেযে ই এটা ৰসায়ন (দীৰ্ঘায়ুজনক ঔষধ)। এই অৰ্থতো সঠিক হয়নে নহয়, টিকাকাৰ বুদ্ধঘোষাচাৰ্য্যৰো সন্দেহ আছিল; কিয়নো 'উদান অৰ্থকথা'ত তাৰ দুটি ভিন্ন অৰ্থ দিছে। কোনোৱে কয় যে গাহৰিয়ে উভালি পেলোৱা বাহঁগাজৰ অঙ্কুৰ আৰু কোনোৰ মতে গাহৰিয়ে চুৰমাৰ কৰা মাটিত গজা কাঠফুলা। যি কি নহওঁক 'অঙ্গুত্তৰ নিকায়'ৰ পঞ্চক নিপাতত বুদ্ধদেৱে উগ্ৰ নামৰ গৃহপতিয়ে দান কৰা গাহৰি মাংসৰ আহাৰ খোৱাৰ উদাহৰন পোৱা যায়।

বৈশালীৰাজ্যৰ সেনাপতি সিংহ প্ৰথমে জৈন ধৰ্ম্মৰ প্ৰবৰ্ত্তক মহাবীৰ স্বামীৰ উপাসক আছিল। পাচত বুদ্ধদেৱৰ উপদেশৰ বাণী শুনিবলৈ পাই বুদ্ধদেৱৰ উপাসক হ'ল। তেওঁৰ সংঘদানত মাংসাহাৰ আছিল। তাকে শুনি জৈন সকলে বুদ্ধদেৱক দোষাৰূপ কৰিছিল। ৰাজগৃহৰ বিখ্যাত চিকিৎসক জীৱকে বুদ্ধদেৱক সুধিছিল যে বুদ্ধদেৱৰ ওপৰত এনে আৰোপ হৈছে যে বুদ্ধদেৱৰ কাৰনে জীৱহত্যা কৰি তাৰ মাংস ৰান্ধি দিলে বুদ্ধদেৱে খায়। বুদ্ধদেৱে উত্তৰ দিছিল যে এনে আৰোপ মিছা। তেওঁৰ কাৰনে প্ৰাণীহত্যা কৰা হৈছে, এনে দেখিলে, শুনিলে বা মনত সন্দেহ হলে সেই আহাৰ নিষিদ্ধ হয়। জৈন আৰু বৌদ্ধ শ্ৰমন সকলৰ মাজত ভিক্ষাৰ পাৰ্থক্য আছিল এয়ে যে বৌদ্ধ ভিক্ষুসকলে বাটত যি ভিক্ষা পায় তাকে খায় আৰু গৃহীৰ নিমন্ত্ৰনও গ্ৰহন কৰে। কিন্তু জৈন ভিক্ষুসকলে বাটত যি ভিক্ষা পায় তাকে খায়, কিন্তু গৃহীৰ নিমন্ত্ৰন গ্ৰহন নকৰে। বুদ্ধদেৱৰ দিনত জৈন ভিক্ষু সকলেও ভিক্ষাৰ মাংসাহাৰ কৰিছিল। মহাবীৰ স্বামীয়ে নিজেও মাংসাহাৰ কৰিছিল বুলি প্ৰমান পোৱা গৈছে (৫৫)।

গৰুমাংস আহাৰৰ বিৰুদ্ধে বুদ্ধদেৱেই পোন প্ৰথমে আন্দোলন কৰিছিল। বৌদ্ধ আৰু জৈন সকলৰ চেষ্টাত গৰুমাংসৰ আহাৰ নিষিদ্ধ হৈছিল সচাঁ, তথাপি বহুদিনলৈকে ব্ৰাহ্মন্য ধৰ্ম্মৰ লোকৰ মাজত গৰু মাংস খোৱা বৰ্ত্তি আছিল। দীক্ষিত লোক যজ্ঞশালাত প্ৰবেশৰ পাচত গৰু আৰু ষাড় গৰুৰ মাংস নাখাব বুলি কলেও যাজ্ঞ-বল্ক ব্ৰাহ্মনে কৈছিল যে গৰুৰ মাংস খালে শৰীৰ মাংসাল হয়। গতিকে তেওঁ গো-মাংস খাবলৈ এৰাৰ পক্ষপাতী নাছিল (শতপথ ব্ৰাহ্মন ৩/১/২/২১)। আকৌ, খৃষ্টাব্দৰ সপ্তম শপ্তাব্দীত ভৱভূতিৰ 'উত্তৰ ৰাম-চৰিত' নাটকৰ চতুৰ্থ অঙ্কত সৌধাতকি আৰু দণ্ডায়নৰ কথোপকথনত (৫৬) বশিষ্ট-বাহ্মনৰ কাৰনে পিঙ্গলবৰ্ণৰ (মৃগাবৰনীয়া) দমৰা এটা মাৰি খুওৱাৰ কথা উল্লেখ আছে।

প্ৰাণীহিংসাৰ বিৰুদ্ধে বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱত সম্ৰাট অশোকেই ৰাজ্যজুৰি, আনকি বৰ্হিৰাজ্য বিলাকতো, প্ৰচাৰ কৰিছিল বুলি কব পাৰি। তেওঁ শিলালিপি বিলাকত যজ্ঞ,

(৫৫) ধৰ্মানন্দ কৌশম্বী প্ৰণীত "ভগবান বুদ্ধ", সাহিত্য অকাদেমি, ১৯৮০। পৃঃ ২৩৪-২৩৬ দ্ৰষ্টব্য।



মেলা, পূজা-পাৰ্বৰ্ন আদিত পশুবলি কৰিব নালাগে, এনে লক্ষ্য কৰি প্ৰচাৰ কৰিছিল। তেওঁৰ বন্ধন শালাত প্ৰথমতে শত শত প্ৰানীবধ হৈছিল। পাচত একেবাৰে বন্ধ হৈছিল।

অন্যদেশৰ তুলনাত ভাৰতবৰ্ষৰ মানুহেই বেচি নিৰামিষভোজী আৰু গো-হত্যা বিৰোধী বা গো-মাংস খোৱা বিৰোধী। ইয়াৰ গুৰিতে বৌদ্ধ আৰু জৈন সকলৰ ধৰ্ম্ম প্ৰচাৰৰ বলতহে হৈছিল। বৰ্ত্তমান কালত যাগ-যজ্ঞ প্ৰায় বন্ধ হৈছে, পূজা আদিতো বলিদিয়া প্ৰথা কমি গৈছে। কিন্তু ভাৰতীয় পূৰ্বপুৰুষ সকল সেই সময়ত একেবাৰে গোমাংস নাখাইছিল বা নিৰামিষ আছিল বুলি মনত ভবা বাস্তৱিক ক্ষেত্ৰৰ অনুযায়ী নাছিল।

প্ৰচীন কালৰ হিন্দুসকলৰ ভিতৰত গাহৰিক কেতিয়াও গুৰুত্ব নিদিলেও ই সম্পত্তিৰ এটা বিশেষ অংশ বুলি ধৰা হৈছিল। 'অৰিয় পৰিয়েসন সূত্ৰ' (মজ্‌ঝিমা নিকায়,২৬)ত ঐহিক সম্পত্তিৰ অনিত্যতা বৰ্ণনা কৰোঁতে 'পুত্ৰ-ভাৰ্য্যা, দাস-দাসী, হাতী, গৰু, ঘোঁৰা' আদি সম্পত্তিৰ সৈতে 'কুকুৰা-গাহৰিকো' সাঙুৰিছে। তথাপি গাহৰিৰ প্ৰতি ঘৃণা বেছি হ'ল।যাগ-যজ্ঞত আন আন পশু বলি হয়, কিন্তু গাহৰি বলি পালি সাহিত্যত নাই। বুদ্ধদেৱৰ দিনতেই গাহৰি অপৱিত্ৰ বুলি ধৰিছিল, কিন্তু অভক্ষ হোৱাৰ প্ৰমান নাই। বনৰীয়া বৰা গাহৰি, হিন্দু সকলৰ মাজত এতিয়াও পৱিত্ৰ বুলিয়েই বিশ্বাস আছে।

মুঠৰ ওপৰত খোৱা-বোৱাত ব্ৰাহ্মন্য ধৰ্ম্মৰ লোকৰ মাজত প্ৰচলিতখোৱা বস্তুৱেই বৌদ্ধ ভিক্ষু সকলৰ আছিল। ব্ৰাহ্মন্যধৰ্ম্মধাৰী লোকৰ মাজৰ পৰাই কালক্ৰমত বৌদ্ধ লোক হৈছিল। কিয়নো প্ৰথম অৱস্থাত বৌদ্ধ গৃহী নাছিল। বুদ্ধদেৱ নিজে আৰু তেওঁৰ ভিক্ষু শিষ্যসকলে ব্ৰাহ্মন্য ধৰ্ম্মৰ লোকৰ মাজতেই ঘুৰিফুৰি ধৰ্ম্ম প্ৰচাৰ কৰিছিল আৰু তেওঁলোকৰ পৰা লব্ধ ভিক্ষান্ন খাইছিল। বহুদিনৰ পাচতহে বৌদ্ধ গৃহীসমাজ গঢ়ি উঠিছিল। বৰ্ত্তমান কালতহে ব্ৰাহ্মন্য ধৰ্ম্মই 'হিন্দুধৰ্ম্ম'ৰ নামাকৰণ লয়।

### উপসংহাৰ

সিদ্ধাৰ্থ গৌতম ব্ৰাহ্মণ্য ধৰ্মৰ মাজতেই উপজিছিল আৰু ব্ৰাহ্মণ্য ধৰ্মৰ মাজতেই ডাঙৰ-দীঘল হৈছিল। পাচৰ যুগতহে এই 'ব্ৰাহ্মণ্য ধৰ্ম'ক 'হিন্দু-ধৰ্ম' নামেৰে বুজোৱা হৈছে।

পৃথিৱীৰ মুখ্য ধৰ্মবিলাকৰ ভিতৰত ব্ৰাহ্মণ্য (হিন্দু) ধৰ্মইহে এজন ঋষি দ্বাৰা প্ৰৱৰ্তিত ধৰ্ম নহয়। ভিন্ন ঋষিয়ে ভিন্নমতবাদ দেখুৱাই গৈছিল। সেই অনুপাতে বৰ্তমান হিন্দুসকলৰ ভিতৰত শৈৱ, শাক্ত, বৈষ্ণৱ, দ্বৈতবাদ, অদ্বৈতবাদ, নাস্তিকবাদ আদি পোৱা যায়। ইচ্‌লাম ধৰ্মৰ প্ৰৱৰ্তক হজৰৎ মহম্মদ (দঃ)ৰ কোনো ছবি পোৱা নাযায়। খৃষ্টান ধৰ্মৰ প্ৰৱৰ্তক যীশুখৃষ্টৰ ছবি ক্ৰুচ-বিদ্ধ অৱস্থা দেখুৱাই নিৰ্মাণ বা অঁকাত এটা দুঃখৰ ছবি ফুটি উঠে। বুদ্ধদেৱৰ ছবিৰ মূৰ্তি সাম্য, সৌম্য আৰু এক অস্ফুট হাঁহিৰে দেখুওৱা হয়।

বুদ্ধদেৱৰ এই বহি থকা মুদ্ৰাদেখি বহুতৰে হয়তো ধাৰণা হ'ব যে তেওঁ নিষ্কৰ্মা

বা অকৰ্মা হৈ বহিছে। কিন্তু তেওঁ অহৰহ পাৰিপাৰ্শ্বিকতাত ঘটি থকা অধৰ্ম বা অকুশল কৰ্মবিলাক দেখি গালি পৰা নাই, অথচ অসীম প্ৰেৰণা আৰু ধৈৰ্য্যৰে সেইবিলাক সংশোধন কৰিবলৈ বিচাৰিছিল আৰু পাৰ্য্যমানে সংশোধন কৰিছিল। আনহাতে গোড়া হিন্দুসকলেও তেওঁক একেবাৰে বৰ্জন কৰা নাছিল বা শাস্তি দিয়া নাছিল। নিজৰ অভিজ্ঞতাৰে প্ৰাপ্ত ন্যায় ধৰ্ম প্ৰচাৰৰ কাৰণে তেওঁ যথেষ্ট কষ্ট স্বীকাৰ কৰিবলগীয়া হৈছিল। তেওঁ সংসাৰৰ বাস্তৱ জীৱন বুজিব পাৰিছিল। আৰু নিজৰ শিষ্যসকলকো তেনে কষ্ট স্বীকাৰ কৰি কুশল ধৰ্ম প্ৰচাৰ কৰিবলৈ শিকাইছিল। এই কাৰণতে হিন্দুসকলে পাচত তেওঁক এজন 'অৱতাৰ' বুলি গণ্য কৰিছিল। কিন্তু বুদ্ধদেৱে নিজে কৈছিল তেওঁ তেওঁ 'মানুহ'। তেওঁ নিজে কৰিব পৰা বা কৰা কৰ্ম আন মানুহেও নিশ্চিয় কৰিব পাৰে আৰু 'নিৰ্বাণ'প্ৰাপ্ত হ'ব পাৰে।

বুদ্ধদেৱে ব্ৰাহ্মণ্য ধৰ্মক সম্পূৰ্ণৰূপে সমৰ্থন কৰিব নোৱাৰিছিল, বিশেষকৈ যাগ-যজ্ঞত পশুবলি বিধান কৰা, জাতিভেদ, ঈশ্বৰ বা আত্মাৰ অস্তিত্ব আৰু পৰম ব্ৰহ্মপ্ৰাপ্তই 'নিৰ্বাণ' বা মুক্তি নহয়, এনেবোৰ কথাৰ বা ধাৰণা তাত থকাৰ বাবেই।

ব্ৰাহ্মণ্য ধৰ্মৰ নিয়মমতে কোনো কোনো ক্ষেত্ৰত বলিবিধান আছে; যেনে-- অশ্বমেধ যজ্ঞ, গোমেধ যজ্ঞ, ৰাজসূয় যজ্ঞ আদি। এই যজ্ঞৰ বলিবিধানত প্ৰাণীহত্যা কৰা হয়। বুদ্ধদেৱৰ মতে যজ্ঞত প্ৰাণীহত্যা কৰাও অকুশল কৰ্ম আৰু অকুশল কৰ্মৰ যোগেদি স্বৰ্গ বা ব্ৰহ্মলোকপ্ৰাপ্ত হ'ব নোৱাৰে। এনে বলিবিধান যজ্ঞ-পূজা সাংসাৰিক বিষয় বৃত্তিৰ প্ৰাপ্তিৰ কাৰণে কৰা হয়, স্বৰ্গ বা ব্ৰহ্মপ্ৰাপ্তিৰ কাৰণে হেতু নহয় বুলি বুদ্ধদেৱে কয়। বৈদিক প্ৰথা মতে যেতিয়া ৰাজকুমাৰ সিদ্ধাৰ্থ গৌতমক যজ্ঞ কৰিবলৈ কৈছিল, তেতিয়া সিদ্ধাৰ্থই কৈছিল যে 'তেওঁলোকৰ পৰিয়ালৰ প্ৰথামতে যদি ধৰ্মৰ নামত বলি বিধানেৰে যজ্ঞ কৰি তাৰ ফলপ্ৰাপ্তিৰ আশা কৰা হয়, তেন্তে তেওঁ তেনে যজ্ঞ সমৰ্থন নকৰে; কিয়নো যজ্ঞত আন এটি জীৱক শাস্তি দি তেওঁৰ সুখৰ জীৱন কাম্য নকৰে।" (বুদ্ধচৰিত, ১১, ৬৪)

ব্ৰাহ্মণ্য ধৰ্মৰ যজ্ঞবিধানৰ দৰে জাতিভেদৰ ওপৰত প্ৰতিষ্ঠিত ব্ৰাহ্মণ-পৰিচৰ্যাৰ নিয়মক বুদ্ধদেৱে নামানিছিল। তেওঁ কয় যে জাতিভেদ স্বাভাৱিক নহয়। আবাহ-বিবাহ কালতহে ব্ৰাহ্মণে জাতি বিচাৰ কৰাৰ যোগ্য। আৰ্থিক বা কুলীনত্বৰ দৃষ্টিত নহয়। ব্ৰাহ্মণৰ গৰ্ভজাত হ'লেই 'ব্ৰাহ্মণ' নহয়। তেওঁ মাত্ৰ 'ভো-বাদী' ব্ৰাহ্মণহে হয়। ধৰ্ম সংক্ৰান্তত জাতি-বিচাৰ নহয়। কৰ্ম আৰু আচৰণৰ দ্বাৰাহে 'ব্ৰাহ্মণ' হয়।

বুদ্ধদেৱে ব্ৰাহ্মণ্য ধৰ্মৰ ঈশ্বৰ বা আত্মাক সম্পূৰ্ণৰূপে স্বীকাৰ বা অস্বীকাৰ কৰা নাই। তেওঁ ইয়াৰ প্ৰত্যক্ষ উত্তৰো দিয়া নাছিল। যেনে ঃ (১) লোক শাশ্বত নে (২) অশাশ্বত ? (৩) লোক অন্তবান নে (৪) অনন্তবান ? এই প্ৰশ্ন চাৰিটা জগত সম্বন্ধীয়। তেওঁ কয় যে সংসাৰ (লোক) অনাদি অনন্ত, সেইকাৰণে অশাশ্বত বুলিও ক'ব নোৱাৰি। কিন্তু এই পৰিৱৰ্তনশীল (অনিত্য) সংসাৰখন অতীতৰ দৰে বৰ্তমানো আছে বুলি ক'ব নোৱাৰি আৰু ভৱিষ্যততো একেদৰেই থাকিব বুলি ক'ব নোৱাৰি! কাৰ্য্যকাৰণ নীতিৰ প্ৰবাহত যুগ যুগ ধৰি উচ্ছেদ প্ৰক্ৰিয়া চলিব ধৰিছে আৰু নকৈ উৎপন্ন হ'ব



ধৰিছে। এয়া উচ্ছেদ আৰু শাশ্বত বাদ এই দুইৰ মাধ্যমত চলিব ধৰিছে। সেইকাৰণে বুদ্ধদেৱে কৈছিল, "লোক চিন্তা, ভিক্খৱে, অচিন্তেয্যো, নচিন্তেতব্বা যং চিন্তেন্তো উন্মাদস্স বিঘাতস্স ভাগী অস্স"। (অচিন্তেয়, চিন্তা কৰা অনুচিত। ইয়াক চিন্তা কৰিলে উমাদ সকলো বিঘাতৰ ভাগী হয়।)

(৫) পঞ্চমক্ৰমৰ প্ৰশ্ন যেনে — যি জীৱ সিয়েই শৰীৰ নে আৰু (৬) নং প্ৰশ্ন- - জীৱ এক শৰীৰ এক। এয়া হ'ল আত্মা আৰু দেহৰ ভেদাভেদ সম্বন্ধীয় প্ৰশ্ন। আত্মবাদ বা আত্মাবাদ বৌদ্ধধৰ্মৰ প্ৰতিপাদ্য বিষয় নহয়। বুদ্ধদেৱে কৈছিল যে আমাৰ আত্মা (ৰূপ, বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান স্কন্ধ) নিত্য, ধ্ৰুৱ, শাশ্বত অপৰিবৰ্তনশীল আৰু অনন্তবৰ্ষ ব্যাপি একেদৰেই থাকিব, "এনে ধাৰণা, ভিক্ষুসকল, কেৱল পৰিপূৰ্ণ 'বাল-ধৰ্মী'ৰ (মূৰ্খৰ) বিশ্বাস মাত্ৰ"। (মজ্ঝিমা-নিকায় ১/১/২) বুদ্ধদেৱ নিজে 'অনাত্ম-বাদী'।

শেষৰ চাৰি প্ৰশ্ন যেনে-- (৭) মৃত্যুৰ পাচত তথাগত থাকে, (৮) মৃত্যুৰ পাচত তথাগত নাথাকে, (৯) মৃত্যুৰ পাচত তথাগত থাকেও নাথাকেও আৰু (১০) মৃত্যুৰ পাচত তথাগত নাথাকেও-- "না নাথাকেও" এই প্ৰশ্নবিলাক অৰ্হত পুৰুষৰ গতি বা নিৰ্বাণৰ অৱস্থাৰ প্ৰশ্ন। এই 'নিৰ্বাণ অৱস্থা' সাধক পুৰুষে নিজে 'প্ৰত্যক্ষ' কৰিব লাগিব, আনে আনক ইয়াৰ বিৱৰণ দিব নোৱাৰে। এভাৰেষ্ট শৃঙ্গ বিজয়ীজনৰ তেতিয়াৰ মনৰ আৱেগ, শিহৰণৰ অৱস্থা নিজেহে বুজিব পাৰে, আনক বুজাব নোৱাৰে অথবা আনেও বুজিব নোৱাৰে।

উপৰুক্ত দহোটা প্ৰশ্নৰ ঈশ্বৰবাদৰ সৈতেও সম্বন্ধ নাই। বুদ্ধদেৱৰ দিনত ঈশ্বৰ কৰ্তৃত্ববাদ দাৰ্শনিকসকলৰ বা ধৰ্ম প্ৰচাৰকসকলৰ মাজত প্ৰধান আলোচ্য বিষয় নাছিল। এই দহোটা প্ৰশ্নৰ ব্যাখ্যা নকৰাৰ কাৰণ সম্বন্ধে বুদ্ধদেৱে মালুস্ক্যপুত্ৰক কৈছিল যে এয়া অৰ্থ সংহিত নহয়, ব্ৰহ্মচাৰ্যৰ উপকাৰক নহয়, পাপৰ নিৰোধ নহয় আৰু নিৰ্বেদৰ অসংস্কৃত ধাতু সাক্ষাৎকাৰৰ নিমিত্তে সংবৰ্তিত নহয়। এই প্ৰশ্নবিলাক বিশ্বাস কৰিলেও বা নকৰিলেও জাতি, জৰা, ব্যাধি, শোক-সন্তাপ, মৃত্যু আদি থাকিবই। এই জন্ম-মৃত্যুৰ পৰা হাত সাৰিবৰ কাৰণে "চাৰি আৰ্য সত্য" সম্যকৰূপে বুজিব লাগিব। দুঃখ সমুদয়ৰ কাৰণ 'তৃষ্ণা' প্ৰত্যাহাৰ কৰিব লাগিব; দুঃখ নিৰোধ গামিনী প্ৰতিপ মাৰ্গসত্য মতে চলিলেহে পাপৰ নিৰোধ হ'ব। প্ৰজ্ঞাৰ সংবোধ হ'ব আৰু 'নিৰ্বাণ'প্ৰাপ্ত হ'ব।

ব্ৰাহ্মণ্য ধৰ্মৰ কপিলমুনীয়ে তেওঁৰ 'সাংখ্য' দৰ্শনত, কনাড মুনিয়ে তেওঁৰ 'বৈশেষিক' দৰ্শনত আৰু জৈমিনি মুনিয়ে তেওঁৰ 'মীমাংসা' দৰ্শনত ঈশ্বৰৰ অস্তিত্ব স্বীকাৰ কৰা নাই। বহু পশ্চিমীয়া দাৰ্শনিকো 'ঈশ্বৰ'ৰ অস্তিত্ব স্বীকাৰ নকৰে। বুদ্ধদেৱো ঈশ্বৰক কোনো এক নিৰ্দিষ্ট আখ্যা দিয়া নাছিল। কিন্তু সেই বুলি এটা প্ৰাকৃতিক ঐশ্বৰিক শক্তি নাছিল বুলি কোৱা নাছিল। এই নৈসৰ্গিক শক্তিৰ ওপৰত কিন্তু মানুহৰ হাত নাই। গতিকে এই ঈশ্বৰ বা ঐশ্বৰিক শক্তিৰ ওপৰত পৰমাৰ্থিক ধৰ্ম পালন কৰাটো নিৰ্ভৰ নহয় বুলিহে কৈছে। তেওঁ ঈশ্বৰক কোনো পুৰুষ। বা স্ৰজনকৰ্তা বুলি নোকোৱাৰ কাৰণে তেওঁক 'নাস্তিক' বুলি অনেকে ক'ব খোজে আৰু সেইকাৰণে বৌদ্ধ ধৰ্মক

কোনো উপযুক্ত ধৰ্ম নহয় বুলি হেয়জ্ঞান কৰিব খোজে। কিন্তু ঈশ্বৰ নামানিলেও বুদ্ধদেৱে মৈত্ৰী, করুণাৰ অহিংসা প্ৰচাৰ কৰে। তেওঁৰ মতে ঈশ্বৰ বিশ্বাস কৰি যাগ-যজ্ঞত হিংসাৰে প্ৰাণীহত্যা কৰি অকুশল কৰ্মফল অৰ্জন কৰাতকৈ ঈশ্বৰ বিশ্বাস নকৰি অহিংসাৰে জীৱ-সংৰক্ষণ কৰাকে কুশল আৰু শ্ৰেয় বুলি কয়।

বুদ্ধদেৱৰ ধৰ্মক আজি পৰ্যন্ত বহুতেই বুজিব পৰা নাই। বহুতে বুজে যে ই এটা নেতিবাচক ধৰ্ম, এইটো কৰিব নাপায়, সেইটো কৰিব নাপায়; এনেধৰণৰ শিক্ষাই হয়তো 'শূন্য' লৈহে লৈ যাব, যেহেতু 'নিৰ্বানকো শূন্য বুলিহে ধৰি লৈছে। ঈশ্বৰৰ অস্তিত্বকো স্বীকাৰ কৰা নাই ইত্যাদি। কিন্তু মনত ৰখা ভাল হ'ব যে ত্ৰুটিপূৰ্ণ হোৱা হ'লে এনে নেতিবাচক পন্থাৰে বৌদ্ধ ধৰ্ম পৃথিৱীজুৰি বিয়পিব নোৱাৰিলেহেঁতেন। পঢ়াশলীয়া অনুশাসনবিলাকতো ইটো কৰিব পায় বা নাপায় আদি অনুশাসনীয় নিয়ম আছে। এনে অনুশাসনে সুশিক্ষা দানহে কৰে; অধম অৱস্থালৈ কেতিয়াও নিনিয়ে।

বাস্তৱিকতে এই ধৰ্মত 'নেতিবাচক' কিছুমান উপদেশ আছে সঁচা। প্ৰাণীহত্যা নকৰিবা, ব্যভিচাৰ নকৰিবা, চুৰ নকৰিবা, মিছা কথা নক'বা আৰু নিচা মাদকদ্ৰব্য নাখাবা বুলি নৈতিক চৰিত্ৰ গঠনত এনে উপদেশ আছে। কোনো এটা ধৰ্মই এনে কুকাৰ্য ভাল বুলি নকয়। তেন্তে এনেবোৰ কথাৰ বাবে বৌদ্ধ ধৰ্মক দোষাৰোপ কৰাটো অযুগুত। বৌদ্ধ ধৰ্মক 'নাস্তিক' ধৰ্ম বুলি কোৱাটোও বৌদ্ধসকলৰ মনত আঘাত কৰা হয়। অগাধ বৌদ্ধ পণ্ডিত শ্ৰীমতী ৰিজডেভিদে কয় যে বৌদ্ধধৰ্ম ঈশ্বৰ বিৰোধীও নহয়, নাস্তিকো নহয়। তেওঁলোকে ভাৱে যে দেৱতা প্ৰত্যেক ব্যক্তিৰ অন্তৰত অন্তৰ্নিহিত আছে। প্ৰয়াত সৰ্বপল্লী ৰাধাকৃষ্ণণ দেৱেও কৈছিল যে ঈশ্বৰ থকা বা নথকাৰ বিশ্বাসৰ ওপৰত ধাৰ্মিক জীৱন নহয়। ঈশ্বৰ বিশ্বাস নকৰিও অন্তৰ্নিহিত দেৱতুল্য ধাৰ্মিক জীৱন ব্যভিচাৰী জীৱনতকৈ বহু গুণে শ্ৰেয়; সমাজৰ কাৰণে হিতকৰ আৰু শান্তিকৰ হয়। সেয়াই বুদ্ধদেৱৰো উপদেশ।

বৌদ্ধ ধৰ্মৰ প্ৰতি দ্বিতীয় ভুল ধাৰণা হ'ল 'নিৰ্বাণ'। ভাৰতীয় বা পশ্চিমীয়া দেশৰ লোকসকলে 'নিৰ্বাণ'ক 'শূন্য' অৱস্থা বা 'উচ্ছেদবাদ'ৰ সৈতে তুলনা কৰিছে। বহুতে ভাৱে যে 'নিৰ্বাণ' মানে 'শূন্য'– প্ৰজ্ঞাশূন্য আৰু অনুভৱবিহীন শূন্যতা। দৰাচলতে 'নিৰ্বাণ' মানে ৰাগ (লোভ), দ্বেষ আৰু মোহশূন্য আৰু প্ৰজ্ঞাপূৰ্ণ অৱস্থা। প্ৰজ্ঞা-পূৰ্ণ অৱস্থাক কেতিয়াও 'শূন্য' বুলি বা উচ্ছেদবাদী বুলিও ক'ব নোৱাৰি। আকৌ 'নিৰ্বাণ' মানে 'সংসাৰলৈ পুনঃ পুনঃ জন্ম হোৱাৰ বন্ধৰ পৰা মুক্তি'। অনুভৱবিহীন শূন্যতা নহয়। যি 'তৃষ্ণা'ই পুনঃ পুনঃ এই সংসাৰলৈ জন্ম নিয়ায়, সেই তৃষ্ণাৰ বন্ধনৰ পৰা মুক্তিই হ'ল 'নিৰ্বাণ', পুনৰ জন্মৰ সম্ভাৱনা যি দূৰ কৰে সেয়েই 'নিৰ্বাণ'।

ব্ৰাহ্মণ্য ধৰ্মৰ মতে 'মোক্ষ' মানে 'ব্ৰহ্মত্বপ্ৰাপ্ত হোৱা' বা 'ব্ৰহ্মৰ সৈতে লীন যোৱা। বুদ্ধদেৱৰ মতে পুনৰ জন্মৰ পৰা নিবৃত্তি হোৱাই 'নিৰ্বাণ'। দেখাত 'ব্ৰহ্ম '(পৰম ব্ৰহ্ম) আৰু 'নিৰ্বাণ' একে। কিন্তু ব্ৰাহ্মণ্য ধৰ্মৰমতে 'ব্ৰহ্ম' হ'ল সৃজনকৰ্তা, পালনকৰ্তা আৰু সংহাৰ কৰোঁতা। কিন্তু 'নিৰ্বাণ' সৃজনকৰ্তা, পালনকৰ্তা বা সংহাৰ কৰোঁতা নহয়। এইবোৰৰ আঁতৰতহে। আনহাতে ব্ৰাহ্মণ্য ধৰ্মৰ 'ব্ৰহ্ম' বা 'ব্ৰহ্মলোক', 'সাকাৰ ব্ৰহ্ম'



আৰু 'নিৰকাৰ ব্ৰহ্ম'ৰ ক্ষেত্ৰত বৌদ্ধ ধৰ্মৰ সৈতে বিৰোধ নহয়। অৱশ্যে বুজাৰ পাৰ্থক্য আছে।

মনত ৰখা যুগুত হ'ব যে সিদ্ধাৰ্থ গৌতমে প্ৰথমতে তেতিয়াৰ শ্ৰেষ্ঠ ঋষি আলাড়কালাম আৰু রুদ্রকৰ অধীনত শিষ্যৰূপে থাকি ধ্যান কৰিছিল আৰু 'সাকাৰ' ব্ৰহ্মলোক অতিক্ৰম কৰি 'নিৰাকাৰ' ব্ৰহ্ম লোক 'নৈৰ সংজ্ঞা- নাসংজ্ঞা 'ব্ৰহ্মলোক অৱস্থালৈ ধ্যানপ্ৰাপ্ত হৈছিল। কিন্তু তাৰ পৰা উধাৱ পৰা নাছিল। আকৌ, সিদ্ধাৰ্থ গৌতমক কেঁচুৱাকালত চাবলৈ অহা দেবল মুনিয়ে নিজৰ লোকীয় ঋদ্ধিবলৰ গুণত জানিছিল যে সিদ্ধাৰ্থ গৌতম সম্যক সম্বুদ্ধ হ'বৰ সময়ত তেওঁ জীয়াই নাথাকিব, তেওঁৰ মৃত্যুৰ পাচত নৈব-সংজ্ঞা-নাসংজ্ঞা অৰূপ ব্ৰহ্মত উপনীত হ'ব আৰু ৰূপ নথকাৰ কাৰণে গৌতম বুদ্ধৰ প্ৰচাৰিত 'লোকোত্তৰ ধৰ্ম' শুনাৰ পৰা বঞ্চিত হ'ব, সেইবাবে তেওঁ কান্দিছিল। কিন্তু কৌণ্ডিণ্য মুনিয়ে সিদ্ধাৰ্থ গৌতমৰ বুদ্ধত্বপ্ৰাপ্তিৰ দিনলৈকে পয়ত্ৰিশ বছৰ বাট চাইছিল আৰু গৌতমৰ তপস্যাৰ সময়তো সেৱা-শুশ্ৰষা কৰিছিল। শেষত তেঁৱেই পঞ্চবৰ্গীয় ভিক্ষুৰে এজন হৈ লোকোত্তৰ ধৰ্মত দীক্ষিত হৈ অৰ্হত্ব (নিৰ্বাণ)প্ৰাপ্ত হৈছিল।

ওপৰত উল্লেখিত যে বুদ্ধদেৱৰ মতেও যোল সাকাৰ (ৰূপ) ব্ৰহ্মলোক আৰু চাৰি নিৰাকাৰ (অৰূপ) ব্ৰহ্মলোক আছে। ধ্যান অনুসৰি এই 'ৰূপ-ব্ৰহ্ম' (সাকাৰ ব্ৰহ্ম) আৰু 'অৰূপ ব্ৰহ্ম' (নিৰাকাৰ ব্ৰহ্ম) লোকপ্ৰাপ্ত হ'ব পাৰি। কিন্তু ব্ৰহ্মলোক প্ৰাপ্ত হ'লেও স্ৰজনকৰ্তা, পালনকৰ্তা বা সংহাৰ কৰোঁতা হৈ নপৰে। মাত্ৰ নিজৰ কুশল কৰ্মফল ভোগ কৰাহে হয়। এক নিৰ্দিষ্ট কল্পকাল ভোগৰ পাচত তেওঁ পুনৰ এই সংসাৰলৈ নামি আহি জন্মগ্ৰহণ কৰিব লগা হয়। তাকেই বুদ্ধদেৱে শিক্ষা দিছিল। হিন্দু ধৰ্মতো ব্ৰহ্মলোকৰ আয়ুস শেষ হ'লে পুনৰ আহি সংসাৰত জন্মগ্ৰহণ কৰাৰ কথা আছে। তাকেই 'পৰম ব্ৰহ্ম'ৰ পৰা ফাটি অহা 'জীৱত্মা' বুলি কোনোৱে বিশ্বাস কৰে। আৰু ধাৰ্মিক জীৱন যাপন কৰি ধ্যানৰ বলত 'ব্ৰহ্মলোক' পাবৰ কাৰণে, 'পৰম ব্ৰহ্ম'ৰ সৈতে লীন যাবলৈ সাধনা কৰে। ইয়াতো বৌদ্ধ ধৰ্মৰ সৈতে বিৰোধ নাই। 'বুদ্ধ' জন্ম হওঁক বা নহওঁক এই পৰম্পৰা আৱৰ্তন চলি থকিব। কিন্তু 'বুদ্ধ' আবিৰ্ভাৱ হৈ তেওঁ ইয়াৰ ৰহস্য প্ৰকাশ কৰে। ব্ৰহ্ম সাকাৰ (ৰূপ ব্ৰহ্ম) নে নিৰাকাৰ (অৰূপ ব্ৰহ্ম) তাৰো ব্যাখ্যা দিয়ে। তেতিয়াৰ দিনৰ হিন্দু ঋষি-মুনিসকলৰ 'ব্ৰহ্ম' শিক্ষা সিদ্ধাৰ্থ-গৌতমে ধ্যানত শেষ কৰাৰ পাচতহে তেওঁ নিজৰ সাধনাৰ বলত 'অনুত্তৰ' বা 'লোকোত্তৰ' ধৰ্মৰ জ্ঞানপ্ৰাপ্ত হৈ 'বুদ্ধ' নাম পায় আৰু তেওঁক 'বুদ্ধ অৱতাৰ' নামেৰে হিন্দুৱে মানি লয়। এই 'লোকোত্তৰ ধৰ্ম' বা 'লোকোত্তৰ জ্ঞান' ব্ৰহ্মজ্ঞানতকৈ উচ্চতৰ বুলি ধৰা হয়। এয়া হ'ল– (১) স্ৰোতাপত্তি মাৰ্গ, (২) স্ৰোতাপত্তি ফল, (৩) সকৃদাগামী মাৰ্গ, (৪) সকৃদাগামী ফল, (৫) অনাগামী মাৰ্গ, (৬) অনাগামী ফল, (৭) অৰ্হত্বমাৰ্গ, (৮) অৰ্হত্ব ফল আৰু (৯) নিৰ্বান। স্ৰোতাপত্তি, সকৃদাগামী আৰু অনাগামী মাৰ্গ বা ফলপ্ৰাপ্ত লোকে অৰ্হত্বফলপ্ৰাপ্ত নোহোৱালৈকে এক জনম বা সাতজনমলৈকে দেৱলোক (স্বৰ্গ) আৰু ব্ৰহ্মলোকত ঠাই পায়। অৰ্হত্বপ্ৰাপ্তৰ লগে লগে নিৰ্বাণপ্ৰাপ্ত হয়।

হিন্দু আৰু বৌদ্ধ ধৰ্মৰ স্বৰ্গ আৰু ব্ৰহ্মলোকৰ বিশ্বাসৰ পাৰ্থক্য সেইখিনিতেই বুলি বৌদ্ধসকলে ভাবে। এই মাৰ্গফলপ্ৰাপ্ত হ'বলৈ জাতিভেদৰ ওপৰত নিৰ্ভৰ নকৰে, নিজৰ কৃত কৰ্ম আৰু কৰ্মফলৰ ওপৰতহে নিৰ্ভৰ কৰে। এই ক্ষেত্ৰত নাৰীয়ো কোনো গুণে হীন নহয়।

এইখিনিতে ক'ব পাৰি যে হিন্দু ধৰ্মমতে 'অৱতাৰ' বুলিলে একেজন পুৰুষেই সময় অনুযায়ী এটা যুগৰ পাচত আন এটা যুগত জন্মগ্ৰহণ কৰি ধৰ্ম সংস্থাপন কৰে ভগবদ গীতাতো কৈছে—

যদা যদাহি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্মস্য তদাত্মানং সৃজাম্যহম্।।
পৰিত্ৰানায় সাধুনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে।। ভৱগদ্ গীতা, ৪/৭-৮

এইদৰে একেজন বিষ্ণুৱে (নাৰায়ণে) মৎস্য, কূৰ্ম, বৰাহ, নৃসিংহ, বামণ, পৰশুৰাম, ৰাম, কৃষ্ণ, বুদ্ধ, কল্কী আদি নামেৰে বিভিন্ন সময়ত জন্মগ্ৰহণ কৰি একো একোগৰাকী অৱতাৰ হৈ দশাৱতাৰ নাম লোৱা বুলি ভাৱে।

কিন্তু বৌদ্ধধৰ্মমতে বুদ্ধ একেজন অৱতাৰী পুৰুষ নহয়। বুদ্ধ 'বিষ্ণু' অৱতাৰো নহয়। বুদ্ধদেৱে নিজে কতো এনে ধৰণে কোৱা নাই। বিভিন্নজনে নিজ নিজ চেষ্টাৰ বলত দহ-পাৰমীতা পূৰ্ণ কৰি বিভিন্ন সময়ত 'বুদ্ধ'ৰূপে জন্ম লয় বা আবিৰ্ভাৱ হয়। উল্লেখিত আঠাইশ গৰাকী অতীত বুদ্ধৰ চতুৰ্থগৰাকী দীপঙ্কৰ বুদ্ধৰ দিনত সুমেধা সন্ন্যাসীয়ে ভৱিষৎ 'বুদ্ধ' হোৱাৰ বৰ পায়। নিজৰ চেষ্টাৰ বলত তেইশগৰাকী 'বুদ্ধ'ৰ পৰিনিৰ্বাণৰ পাচত সেই সুমেধা সন্ন্যাসীয়ে 'গৌতম' নামেৰে অষ্টবিংশ 'বুদ্ধৰূপে জন্মগ্ৰহণ কৰে। এই মাজৰ সময়ছোৱাত তেওঁ বোধিসত্ত্ব হৈ দেৱ-মনুষ্য-জন্তু হিচাবে জন্ম গ্ৰহণ কৰিব লগা হৈছিল। সেই জন্মবিলাকৰ অতীত বিৱৰণেই 'জাতক'ত পৰিণত হৈছে। তেওঁৰ পাচত পাচৰ কল্পত 'আৰ্যমৈত্ৰী' বা 'মৈত্ৰেয়' নামৰ 'বুদ্ধ' হ'ব বুলি গৌতম বুদ্ধই ভৱিষ্যৎবাণী কৰি গৈছে। এই আৰ্য্যমৈত্ৰী বোধিসত্ত্ব হিচাপে নিজ পাৰমীতা পূৰণৰ কাৰণে গৌতম বুদ্ধৰ দিনত জন্মলৈ তেওঁৰ শিষ্যৰূপে আছিল। যিসকল বুদ্ধ জন্মগ্ৰহণ কৰি পৰিনিৰ্বাণ হৈছিল, তেওঁলোকে বেলেগ বেলেগ ব্যক্তি। তেওঁলোকৰ পুনৰ জন্ম নাই। গতিকে হিন্দুৰ 'বুদ্ধ' অৱতাৰ' শব্দ বৌদ্ধসকলৰ 'বুদ্ধ' শব্দৰ অৰ্থ আৰু বিশ্বাস বেলেগ বেলেগ।

যি কি নহওঁক, বুদ্ধদেৱৰ ভাষ্যমতে বৰ্তমান যুগৰ গৌতম বুদ্ধৰ দৰে ভৱিষ্যৎ বুদ্ধইয়ো 'জম্বুদ্বীপ' (ভাৰতবৰ্ষ)তেই আবিৰ্ভাৱ হ'ব। পাচৰ 'বুদ্ধ ধৰ্ম'ৰ আধাৰো বৰ্তমান যুগৰ দৰে ব্ৰাহ্মণ্য (হিন্দু) ধৰ্মই হ'ব। এই 'ব্ৰাহ্মণ্য ধৰ্ম', বুদ্ধদেৱৰ মতে এটা লোকীয় সনাতন ধৰ্ম, কিন্তু নৱলোকোত্তৰ ধৰ্ম বিবৰ্জ্জিত। অৱশ্যে এই সনাতন ধৰ্মৰ যোগেদি ৰূপ (সাকাৰ) ব্ৰহ্মালোক আৰু অৰূপ (নিৰাকাৰ) ব্ৰহ্মালোকলৈ উধাব পাৰে। বুদ্ধদেৱে যাগ-যজ্ঞ এৰাই লোকীয় ধৰ্মৰ ওপৰত 'লোকোত্তৰ' ধৰ্ম প্ৰকাশ কৰে আৰু 'নিৰ্বাণ' প্ৰত্যক্ষ কৰায়।



বুদ্ধদেৱৰ মতে এই বৰ্তমান 'বুদ্ধ শাসন' বা বৌদ্ধ ধৰ্মৰ স্থিতি পাঁচ হেজাৰ বছৰলৈকেহে থাকিব। এতিয়া দুহেজাৰ পাঁচশ আঠত্ৰিশ বছৰ পাৰ হৈছে। প্ৰায় আঢ়ৈ হেজাৰ বছৰৰ পাচত এই বুদ্ধদেৱে প্ৰকাশ কৰা শুদ্ধ ধৰ্ম পৃথিৱীৰ পৰা অন্তৰ্দ্ধান হ'ব। বুদ্ধদেৱৰ ধৰ্ম থকালৈকে মানুহে চেষ্টা কৰি আৰ্য্য অষ্টাঙ্গিক মাৰ্গৰ যোগেদি লোকোত্তৰ ধৰ্মৰ 'অৰ্হৎ' হ'ব পাৰিব আৰু 'নিৰ্বাণ' লাভ কৰিব পাৰিব। সেইকাৰণেই বুদ্ধদেৱে তেওঁৰ অন্তিমবাণীত কৈছে যে

"................বয়ধম্মা সঙ্খাৰা, অপমাদেন সম্পাদেথা'তি"।

— মহাপৰিনিৰ্বাণ সূত্ৰান্ত।

অৰ্থাৎ "...................... সকলো সংস্কাৰ (পঞ্চস্কন্ধ) ব্যয় ধৰ্ম (নশ্বৰ, ক্ষয়িষ্ণু), অপ্ৰমাদেৰে (ভুল নকৰাকৈ) সম্যক দৃষ্টিৰে এই (লোকোত্তৰ সত্যক) পালন কৰিবা।" সকলো সংস্কাৰ অনিত্য। উৎপন্ন হ'লে বা উপজিলেই মৃত্যু হ'ব লাগিব। উপজি বৰ্তি থকাৰ সময়ত বিদৰ্শন ভাৱনাদ্বাৰা এই দুঃখ (জন্ম-মৃত্যু) উপশম কৰিলে, পূৰ্ণজন্মৰ ক্ৰম সমাপ্ত হ'ব। সেয়েই হ'ব ইহজগত আৰু পৰজগতৰ পৰম 'নিৰ্বাণ' সুখ। সকলো জীৱ সুখী হওঁক।

সব্বে সত্তা সুখীতা ভৱন্ত।

---

## গ্ৰন্থপঞ্জী


১) The Biography of The Budha (1972)
by K.D.P. Wickremesingha, Colombo, Sri Lanka,

২) 2500 Years of Budhism (1956)
by Publications Division, Govt. of India

৩) The Questions of King Milinda (Reprint 1965)
by T.W. Rhys Davids

৪) অভিধম্মাথ সংগ্ৰহ (অভিধৰ্ম্মাৰ্থ সংগ্ৰহ)

৫) ভগবাদন বুদ্ধ, লিখক ধৰ্মানন্দ কোসম্বী (১৯৮০)
সাহিত্য একাডেমী, দিল্লী।

৬) পালি সাহিত্যৰ ইতিহাস, লিখক ৰবীন্দ্ৰ বিজয় বৰুৱা
বাংলা একাডেমী, ঢাকা (১৯৮০)

৭) ধম্মপদ, লিখক গিৰিশচন্দ্ৰ বৰুৱা
বাংলা একাডেমী, ঢাকা (১৯৮০)

৮) মধ্যম নিকায়, ২য় খণ্ড; পণ্ডিত ধৰ্ম্মাধাৰ মহাস্থবিৰ
কলিকতা - ৭৩

৯) সদ্ধৰ্ম্ম ৰত্নমালা শ্ৰীধৰ্ম্মপাল ভিক্ষু, (১৯৬২), কলিকতা -১২

১০) What Bhuddhism Is; by U Ba Khin (1951),
Varansi - 2.

১১) বৌদ্ধভাৰত ঃ বিমলচন্দ্ৰ দত্ত। (১৯৮০) কলিকতা-৭৩

১২) দীঘ নিকায়; ভিক্ষু শীলভদ্ৰ। মহাবোধি চোচাইটি কলিকতা
১ম, ২য় আৰু ৩য় খণ্ড (১৯৫৪)

১৩) অভিধৰ্ম্ম দৰ্পন; শ্ৰীশীলানন্দ বহ্মচাৰী; (১৯৭৫)
চট্টগ্ৰাম, বাংলাদেশ।

১৪) বুদ্ধযুগে বৌদ্ধনাৰী; সংঘৰাজ শীলালঙ্কাৰ মহাস্থবিৰ।

১৫) Outlines of Budhism and How It Differs
from Bhudhism : by U.C. Mutsudhi.
Budhist Publication Division, Kandy, Sri Lanka

১৬) Religion and Culture : S. Radhakrishnan. (1968).